# বন্ধুসংগম

[ চৈধ্যজন বন্ধুকৰ ব্যক্তিৰ জীৱনালেখ্য ]





তীৰ্থনাথ শৰ্মা



বাণী প্ৰকাশ

পাঠশালা * গুৱাহাটী * কলিকতা



প্ৰকাশক ঃ
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ
পাণবজাৰ
গুৱাহাটী- ৭৮১ ০০১

শাখা ঃ
পাঠশালা - ৭৮১ ৩২৫
বৰপেটা

১০, কৈলাস বোস ষ্ট্ৰীট
কলিকতা-৭০০ ০০৬

প্ৰকাশ - ২০০২

বেটুপাত আৰু অলংকৰণ ঃ
পংকজপদ চৌধুৰী

তুলি কলম
প্ৰকাশিকা
গুৱাহাটী-১

বেচ ঃ ৬০.০০ টকা

ছপা ঃ
ইণ্ডিয়া অফচেট প্ৰেছ
হেদায়ৎপুৰ
গুৱাহাটী - ৩

উছর্গা

পৰমাৰাধ্য মাতদেৱতা

৺চেনেহীদেৱীৰ

পুণ্য স্মৃতিত




# পাতনি

বাণী প্ৰকাশৰ হৈ অম্বিকাপদ চৌধুৰীৰদ্বাৰা প্ৰকাশিত আৰু কবি নীলমণি ফুকনে সম্পাদন কৰা ত্ৰৈমাসিক 'সংজ্ঞা' নামৰ কাকতত 'ৰত্ন-সংগম' নাম দি এলানি জীৱনী-প্ৰবন্ধ লিখিছিলোঁ। ইয়াৰ গুৰিতে আছিল সম্পাদক ফুকনৰ তাগিদ। ফুকনেই সেই ধৰণৰ প্ৰবন্ধ এলানি লিখাৰ বাবে সঘনাই হেচুকি আছিল। লগতে প্ৰকাশক চৌধুৰীদেৱৰো ইংগিত আছিল—হয় যদি এখন কিতাপেই হওকগৈ। পাছত 'সংজ্ঞা' কিবা কাৰণত চলি নাথাকিল। সংজ্ঞাত ওলোৱা প্ৰবন্ধ কেইটাৰে সৈতে বিভিন্ন সময়ত লিখা এনে ধৰণৰ প্ৰবন্ধবোৰো লগ লগাই গ্ৰন্থাকাৰে প্ৰকাশ কৰিবলৈ মন কৰিলো। সংজ্ঞাত যি শিৰোনামাৰে প্ৰবন্ধ কেইটা ওলাইছিল সেই 'ৰত্নসংগম' নামটোৰ মোহ এৰিব নোৱাৰিলো। এই গ্ৰন্থত স্থান পোৱা এটাই কেউগৰাকী পুৰুষেই অসমৰ ৰত্নস্বৰূপ। সেইসকলৰ লগত হোৱা সংগম সৌভাগ্যৰ ফলত যি জানিছিলো যেনে দৰে বুজিছিলো তাকে এই জীৱনালোক্য কেইটাত থাপি-থ'পি থলো। তাকে ক্ৰম অনুসাৰে সজাওঁতে পুৰুষ কেইজনৰ জন্ম-শকৰ পৌৰ্বাপৰ্যলৈ চকু ৰাখি সজোৱা হৈছে। এই অনুক্ৰমত সেইসকলৰ গুণ বা প্ৰসিদ্ধৰ তাৰতম্যৰ ইংগিত ঘূণাক্ষৰেও নাই। কোনটো লেখা পোনতে ক'ত ওলাইছিল তাৰ সমুল্লেখ গ্ৰন্থৰ শেহৰ ফালে দিয়া আছে।

বাণী প্ৰকাশে এই গ্ৰন্থ ছপাই প্ৰকাশ কৰিবলৈ গাত লোৱাত তেওঁবিলাকৰ সাহিত্যোৎসাহিতাৰ ভৰপূৰ শলাগ লৈছো। গ্ৰন্থত সন্নিবিষ্ট হোৱা জীৱনালোক্য কেইটা অ'ত ত'ত সিঁচৰতি হৈ আছিল। তাক থুপাই একলগ কৰি লিখি দিয়াৰ আমনি-লগা কামখিনিৰ সৰহভাগ মোৰ সহধৰ্মিনী শ্ৰীমতী নিৰ্মলা দেৱীয়ে কৰি দিলে। ধন্যবাদ নো কি বুলি জনাম। ইতি

ভৰলুমুখ
গুৱাহাটী-৯
বহাগ, ১৯০৫ শক।

শ্ৰীতীৰ্থনাথ শৰ্মা

# সূচী

# মহৰ্ষি কমলাকান্ত

ভোবোৰা চুলি, পকা ঠৰঙা ডাড়িৰে, হাতত এডাল শকত লাখুটিৰে থাওকালকৈ তেজস্বী বৃদ্ধ পুৰুষ কমলাকান্ত ভট্টাচাৰ্যৰ ছবিটোৱে মাজে মাজে মনৰ মাজত উকি মাৰেহি। তেতিয়া লোকে বোলে কমলাকান্ত ভট্টাচাৰ্য এতিয়া আমি বোলো মহৰ্ষি কমলাকান্ত। নামতহে কমলাকান্ত কিন্তু কমলাৰ লগত তেখেতৰ দেখা সাক্ষাৎ নহলেই বুলিব লাগে। নহলেও নাই, সেই কথাত তেখেতে দুঃখ বা আক্ষেপ কস্মিন্‌কালেও কৰা নাছিল। কমলাৰ লগত ফেৰ মাৰিয়েই তেখেত ক্ষান্ত হব জানিছিল। এইটো তেখেতৰ জীৱনৰ এটি বিশেষ যাপন-কৌশল। পাৰিলে সকলোৱে শিকি লব লাগে।

কলেজত পঢ়িবলৈ গুৱাহাটীলৈ অহাৰ আগতে মই তেখেতক দেখা নাছিলোঁ। তেজপুৰত হাইস্কুলৰ ছাত্ৰ থাকোঁতে নাম হলে শুনি আছিলোঁ। তেখেতৰ চিন্তাত হেনো জুইৰ ভাপ ওলায় ( চিন্তানল ), কথাবতৰাত খাৰাংখাচ্ আৰু বোলে ভাল বুলি ভবা কামটো কৰিবলৈ সমূলি কোঁচ নাখাইছিল। সমাজ-ব্যৱস্থাৰ সামান্যতম হেৰফেৰত জিকাৰ খাই উঠা এদল লোকৰ মুখত বিৰূপ সমালোচনাও শুনিবলৈ পাইছিলোঁ। তেখেতৰ সমাজবিৰোধী কামবোৰৰ মোল বুজিবলৈ সেই দল লোকৰ মন তেতিয়াও প্ৰস্তুত হোৱা নাছিল। মানুহজনক প্ৰথম দেখা পালোঁ আৰু তেখেতৰ মুখৰ কথা শুনিবলৈ সুযোগ ওলাল কটন কলেজৰ ছাত্ৰাবাসৰ কিবা এটা অনুষ্ঠানত। ছাত্ৰবিলাকে উপদেশ শুনিবলৈ মাতিলে বা সভাসমিতিত দুআষাৰ ক'বলৈ অনুৰোধ কৰিলে মহৰ্ষি কমলাকান্তই ঘপৰাই গাত লৈছিল। আন কিছুমান সম্মানিত ব্যক্তিৰ দৰে পোনতে ফেৰঘেঁহাই মান্তি হোৱা বিধৰ স্বভাৱ তেখেতৰ নাছিল। কলত

আনন্দ নাপালেও কমলাকান্তৰ কৃপাৰপৰা ছাত্ৰবিলাক কদাপি বঞ্চিত নহৈছিল।

প্ৰথম দিনা দেখিয়েই মানুহজনলৈ কিবা এটা মোহ উপজিল। সেইটো ভক্তিয়েই নে বিস্ময়েই নে নাই ঘুটমুটীয়া অথচ স্ফূৰিততেজা এজন বৃদ্ধ পুৰুষৰ প্ৰতি কুমলীয়া ডেকাৰ মৰমেই নে কি তাক কোৱা টান। প্ৰথম দিনাৰ কথা শুনি এটা কথা অপৰিপক্ক বুদ্ধি হলেও বুজি পাইছিলোঁ যে মানুহজনৰ চিন্তাৰ এটা নিজস্ব সৌষ্ঠৱ আৰু গভীৰতা আছে, কিতাপ বিদ্যাৰ পোহাৰ মেলাৰ অভ্যাস তেখেতৰ লেশমানো নাছিল। এটা কথা হলে সেই দিনাই ভালকৈ গম পাইছিলোঁ —এবাৰ ক'বলৈ উঠিলে সামৰিব যে লাগে সেই কথালৈ হুঁচ্ নাথাকে। মনত আছে পিছলৈ কোনো ছাত্ৰ-সভালৈ মহৰ্ষি ভট্টাচাৰ্যক আমন্ত্ৰণ কৰাৰ প্ৰশ্ন উঠিলে অলপ অচৰপ গুণগুণনিৰ উদ্ভৱ হৈছিল। তেখেত উঠিলে সভাৰ সময় সূচনি অপৰিবৰ্তিত নোহোৱাকৈ থাকিব নোৱাৰে। তাতে আকৌ চমুৱাবলৈ কলে তেখেতৰ খং উঠিছিল। সেই খঙলৈ ছাত্ৰবিলাকে ভয় নকৰিলেও কেতিয়াবা অসুবিধাত পৰিছিল। এদিনাখন কটন কলেজৰ ছুড্মাৰ্ছন ভৱনত পতা সভা এখনৰ কথা মনত আছে। সভাখন আছিল এ. এছ. এল. ক্লাবৰ বছৰেকীয়া অধিবেশনেই কি এনেকুৱা, কাৰণ সভাঘৰ ভাৰি পৰি আছিল। সভাপতি আছিল তেতিয়াৰ নতুন উকীল, নামকৰা ছাত্ৰ আৰু সাহিত্যসেৱী (পিছত উচ্চন্যায়ালয়ৰ ন্যায়াধীশ) স্বৰ্গীয় হলিৰাম ডেকা। মহৰ্ষি কমলাকান্ত কবলৈ উঠিল, কৈ আছে কিন্তু ওৰ নপৰে। ইপিনে সভাৰ কাৰ্যসূচী তেনেই পৰি আছে। সভাপতি ডেকাই উপায়ান্তৰ নাপাই সৰু কাগজৰ টুকুৰা এটা আগবঢ়াই দি চমুৱাবলৈ কি সামৰিবলৈ অনুৰোধ কৰিলে। কাগজ টুকুৰাত চকু ফুৰায়েই মহৰ্ষি ক্ষন্তেক মৌন হ'ল আৰু একো নোকোৱাকৈ মঞ্চৰপৰা নামি আহিল। সমুখৰ শাৰীৰ যিখন চকিত তেখেতে বহিছিল তাতে তেখেতৰ মূৰে মুখে ঢকা বিশেষ ধৰণৰ টুপীটো আৰু লাখুটিডাল আছিল। সেই বস্তু দুটা সামৰি লৈ কাকো একো মাতবোল নকৰাকৈ ওলাই আহিল। দুৱাৰৰ ওচৰ পাই পোন্দোৱাকৈ এবাৰ ঘূৰি চালে আৰু লাখুটিডাল জোকাৰি কলে—"আটাইবোৰ অকৃতজ্ঞৰ দল।" এই বুলি কোঁ কোঁ কৰে ওলাই গুচি গ'ল। গ'ল যি গ'লেই, কেইজনমান



*কমলাকান্ত ভট্টাচাৰ্য*

ছাত্ৰ পাছে পাছে গৈ বহুত কাওঁ-বাওঁ কৰিও ওভোতাই আনিব নোৱাৰিলে। পিছ দিনা পুৱা আমি কেইজনমান ছাত্ৰ তেখেতৰ ঘৰ ওলালোঁগৈ। তেখেত ক'ৰবালৈ যাবলৈ ওলাইছিল। আমাক দেখি বহিল যদিও মুখখন অলপ গোমোলা গোমোলা যেন দেখিলোঁ। ইবোৰ সিবোৰ কথালৈ নগৈ আমাৰ এজনে কলোঁ, "কালি আমি বৰ দুঃখ পালোঁ। আমাৰ ছাত্ৰবিলাকে আপোনাৰ কথা শুনি ভাল পাইছিল একো আমনি পোৱা নাছিল, আপুনি আমাৰ প্ৰতি মৰম ভাব নেৰিব।" আমাৰ কথা শেষ হবলৈ নাপালেই মহৰ্ষিয়ে হো হো কৰে হাঁহিবলৈ ধৰিলে। তেখেতৰ হাঁহিটোত এটা বিশেষত্ব আছিল, দূৰৰপৰা মানুহজন নেদেখিলেও কাৰ হাঁহি বঢ়িয়াকৈ বুজিব পাৰি। এই হাঁহিটো আখৰেৰে বুজাবলৈ হলে হঃ হঃ হঃ এনেদৰে লিখিব লাগে। হাঁহিটো এভাগ লোকে শুনাৰ কাৰণে আৰু এভাগ নিজৰ তৃপ্তিৰ উদ্‌গাৰ বুলি কব লাগিব। আমাৰ আগতো তেনেটো হাঁহিকে মাৰি কলে, "মই জানো উহঁত ল'ৰাবোৰে মোৰ বক্তৃতা শুনি ভাল পাৱ, ভহঁতে মোৰ কথা ৰ লাগি শুন। মই এতিয়া বুজিলোঁ এই হলিটোৱে কালি এইখন কৰিলে।" ইমান মহাজ্ঞানী অথচ সৰল বিশ্বাসী মানুহ এজন মই হলে দেখা নাই।

সাফল্যৰ কথা ওলাল যেতিয়া সেই সংক্ৰান্তত মনত পৰা আৰু দুটামান কথা কৈ থওঁ। আত্মগৌৰৱ বোলে আত্মহত্যাৰ তুল্য, শাস্ত্ৰয়ো এই কথা কয়। কোনোবাই যদি নিজৰ ধৰাই কৰি কথা কয় শুনোতাৰ উচ্‌পিচ লাগে। ইয়াক নিজেও অনুভৱ কৰিছোঁ আনকো কৰা দেখিছোঁ।

এনে মানুহ কোনোবাই চিনি পায় নে যাৰ মুখত আত্মগৌৰৱসূচক কথা শুনি বেয়া লগাৰ চাৰি নিৰ্দোষ আমোদহে লাগে। মহৰ্ষি কমলাকান্ত তেনে এজন পুৰুষ আছিল। মহৰ্ষিৰ কথা-বতৰা কস্মিনকালেও ভুভঁজুৰা নাছিল। মনৰ কথাহে জিভাত উপস্থিত হৈছিল, মন আৰু জিভাৰ মাজত লুকঢাক নাছিল। সৰু শিশুৱে বৰ বৰ কথা কলে আমাৰ হাঁহি উঠে, কাৰণ সি কল্পনাৰে হলেও কিবা এটা অনুভৱ কৰিহে বৰ কথা প্ৰকাশ কৰে। তাত 'অহং' ভাবৰ চেকা নাথাকে। কমলাকান্তৰ আত্মগৌৰৱৰ কথাবোৰতো 'অহং' ভাবটোৰ গোন্ধকো পোৱা নগৈছিল। সেইকাৰণেই মানুহে সেই কথাবোৰ সহজভাৱেই গ্ৰহণ কৰিছিল। আমি কটন কলেজৰ ছাত্ৰাবাসত থাকোঁতেই তেখেতৰ 'চিন্তা-তৰঙ্গ' নামৰ দ্বিতীয় কবিতাৰ পুথিখন প্ৰকাশিত হৈছিল। তাৰে কিছু কিতাপ আমাৰ ছাত্ৰাবাসৰ ল'ৰাক বেচিবলৈ মোৰ হাতত দিছিল। এদিন মোৰ কোঠাতে বহি ল'ৰাহঁতক এই কিতাপ পঢ়িলে কি উপকাৰ হব তাক বুজাইছিল। আৰু কৈছিল, "মোৰ কিতাপ পঢ়িলে তহঁত আগলৈ একো একোটা পেট্ৰিয়ট হবিহঁক। আজি তৰুণৰাম ফুকন আৰু নবীন বৰদলৈ ইমান ডাঙৰ পেট্ৰিয়ট্‌ কেনেকৈ হ'ল জান? মোৰ 'চিন্তানল' পঢ়ি। মোৰ চিন্তানল পঢ়িছ?" তৰুণ ফুকন দেশভক্ত আৰু নবীন বৰদলৈ কৰ্মবীৰ হবলৈ 'চিন্তানল' কিমান পঢ়িছিল নাজানো, কিন্তু অগ্নিকবি কমলাকান্তৰ নিজৰ ৰচনাৰ প্ৰতি সঁচাকৈয়ে অগাধ প্ৰত্যয় আছিল। পৰিমৰা অসমীয়া জাতিটোক মূৰ দাঙি থিয় দিবলৈ নানা ৰচনাৰ মাজেদি তেখেতে অহো-পুৰুষাৰ্থ কৰিছিল। তালৈ চালে এই আত্ম-প্ৰত্যয় অথলে বা অবাবত হৈছিল তাক কব নোৱাৰি। সেইদিনা যে সভাখনলৈ চাই এটাইবোৰ অকৃতজ্ঞৰ দল বুলি কৈছিল তাৰ মূলতে আছিল অসমীয়া জাতিক পাহৰণিৰ আন্ধাৰৰপৰা আলোকপথলৈ অনাৰ কাৰণে তেখেতৰ আজীৱন শ্ৰম আৰু ত্যাগৰ কথা সুঁৱৰিহে বেজাৰতে কৈছিল হবলা। ঘৰত-পৰত, বাটে-পথে কমলাকান্তৰ আন চিন্তা একো

নাছিল যেনেই লাগে। চিন্তা কৰিবলগীয়া যে একো নাছিল তেনে নহয়। সংসাৰ স্বচ্ছন্দ নাছিল বুলিয়েই জানো, ঘৰতো এটা বিনন্দীয়া পৰিবেশৰ অভাৱ থকা বুলিহে ইয়ে সিয়ে কোৱা শুনিছিলোঁ। পিছে সেইবোৰ লৈ গুণি-গাঁথি থাকিবলৈ তেখেতৰ মগজুত ঠাই নাছিল। বাটে-পথে কেনেকৈ দেশৰ ভাল হয় তাকেহে যে চিন্তা কৰি ফুৰে তাৰ প্ৰমাণ মই নিজেই পাইছিলোঁ। আমি তেতিয়া আইন অমান্য আন্দোলনৰ স্বেচ্ছাসেৱক। থাকো উজানবজাৰৰ যোৰপুখুৰীৰ ওচৰত থকা কৰ্মবীৰ বৰদলৈৰ কেইটামান সৰু খেৰী ঘৰত। ভট্টাচাৰ্য মহাশয় লাখুটি বাই বাই সেই ঘৰ কেইটাৰ আগেদিয়েই প্ৰায়ে অহা যোৱা কৰে। এদিন দেখিলো সেই পিনেদি ক'ৰবাৰপৰা আহিল। ৰুদ্ৰ ডাক্তৰৰ ( ৰেণুকা বৰকটকীৰ দেউতাক ) ঘৰৰ সন্মুখত ইফালে সিফালে চাই চিন্তান্বিত ভাৱেৰে আছে। কোনোবা পাকত মইও গৈ সেইখিনিতে ওলালোঁ। মোক দেখিয়েই মহৰ্ষি যেন মোৰ কাৰণেহে ৰৈ আছিল এনে উৎসাহত প্ৰফুল্লিত হৈ পৰিল। হুলো কোটচোলাটোৰ জেপৰপৰা কাগজ এটুকুৰা উলিয়াই মোৰ আগত মেলি ধৰি ক'লে, "চা এনেকুৱা এখন খাদী আশ্ৰম খুলিব লাগে আৰু ইয়াতে তাৰ কাম চলাব লাগিব।" কাগজখন চাই দেখিলো তাত কেইটামান ঘৰৰ নক্সা যেন অসমান আঁক কিছুমান আৰু সেইবোৰত কোনটো ঘৰত কি কাম হব তাৰ নাম লিখা আছে। বিশেষ একো নাই। বাকী কথা মোক মুখেৰেহে বুজাই যাবলৈ ধৰিলে। মোৰ বুজিবলৈ বাকী নাথাকিল যে এই বয়সত বৃদ্ধ কিন্তু উৎসাহত ডেকা চানেকীয়া পুৰুষজনৰ আন চিন্তা নাই, অসমৰ বাৱসায়-বাণিজ্য কুটীৰ শিল্প আদিৰ কেনেকৈ উন্নতি হব তাকে ভাবি থাকে। সেই দিনা বোধহয় খাদী আশ্ৰমৰ কথা মনত খেলাইছিল আৰু তাকে মূৰত লৈ ৰুদ্ৰ ডাক্তৰৰ ঘৰৰ গুৰিত থিয় হৈ মনৰ কথাখিনি কাৰ আগত ৰেকত কৰিব তাকে ভাবি গুণি আছিল। আমি কথা পাতি থাকোঁতেই সিফালৰপৰা কৰ্মবীৰ বৰদলৈ তেখেঁতে নিজে উদ্ভাৱন কৰা হাতধৰা জাপ-চোলা এটা পিন্ধি সেইখিনিতে উপস্থিত হ'লহি। বৰদলৈ ডাঙৰীয়াক দেখিয়েই মোক এৰি তেখেতক ধৰিলে —"শুনিছা, আমাৰ কিবা এটা কৰিব লাগে, খাদৰ পিন্ধিলেই নহয় আমাৰ ইয়াত প্ৰচুৰ খাদৰ কাপোৰ তৈয়াৰ কৰিব লাগিব, এখন খাদী আশ্ৰম খুলিব

লাগে।” বৰদলৈ ডাঙৰীয়াই উৎসাহ দেখুৱাই কলে, “ভাল কথা এই ডেকা ল'ৰাবিলাকক লগাই দিয়ক।” মহর্ষিয়ে তপৰাই উত্তৰ দিলে, “এইবোৰ কাম অকল ইহঁতৰদ্বাৰাই নহব, তোমাৰ মোৰ নিচিনা উদাৰ আৰু দেশপ্ৰাণ মানুহে ইয়াৰ গুৰি ধৰিব লাগিব।” বৰদলৈ ডাঙৰীয়া ইমানপৰ গম্ভীৰ হৈ আছিল কিন্তু তোমাৰ মোৰ নিচিনা উদাৰ আৰু দেশপ্ৰাণ মানুহৰ কথা শুনি এবাৰ মিচিক কৰে নহঁহাকৈ থাকিব নোৱাৰিলে।

আইন অমান্য আন্দোলনৰ স্বেচ্ছাসেৱক শিবিৰত থকা কালত মহর্ষি কমলাকান্তক নিতৌ পুৱা আঠ-ন মান বজাত লগ পাইছিলোঁ। তেখেত তেতিয়া পশু চিকিৎসালয়ৰ সমুখৰ ফালে ভেৰোণীয়া ঘৰ এটাত আছিল। পুৱা আঠমান বজাত ঘৰৰপৰা ওলাই আহি আমাৰ শিবিৰৰ আগেদিয়ে যায়। যাওঁতে শিবিৰত সোমাই আধা ঘণ্টা এঘণ্টামান বহি স্বেচ্ছাসেৱকবিলাকক নানা প্ৰকাৰে উদগনি দিয়ে। লগতে আমাৰ পুৱাৰ জলপান চাহ আৰু মুড়িৰো ভাগ লয়। মুড়ি এনেয়ে চোবাবলৈ টান পায় দেখি চাহত তিয়াই লয়। তেখেতৰ এটা গুণ লক্ষ্য কৰিছিলোঁ যে খোৱাত তেখেতে কেতিয়াও গৰ-ৰাজী নহৈছিল। ইটো খাওঁ সিটো নাখাওঁ বুলি গৃহস্থক কোনো প্ৰকাৰে অসুবিধাত নেপেলাইছিল। সেই বুঢ়া বয়সতো যিহকে দিয়ে তাকে খাইছিল, খাই জীণ নিয়াইছিল। মোৰ শহুৰ দেউতা ৺কামাখ্যাৰাম বৰুৱাৰ লগত তেখেতৰ বিশেষ প্ৰীতি আছিল। মাজে মাজে উজানবজাৰৰপৰা ভৰলুমুখলৈকে খোজকাঢ়ি আহি মহর্ষি তেখেতৰ ঘৰ গৈ ওলাইছিল। আহিলেই মোহনভোগ আৰু গাখীৰ এগিলাচ তেখেতৰ প্ৰাপ্য আছিল। মোহনভোগ তেখেতৰ বৰ প্ৰিয় আছিল হব পায়। সেই কথা কিজানি বৰুৱা দেউতাই জানিছিল আৰু জানিহে কিজানি সদায় মোহনভোগৰ ব্যৱস্থা কৰিছিল। মহর্ষি খোৱা-বোৱাত লুতুৰা নাছিল কিন্তু বীতশ্ৰদ্ধও নাছিল। ৺কামাখ্যা বৰুৱাৰ ঘৰৰ মোহনভোগ আৰু গাখীৰে যি তৃপ্তি দিছিল কংগ্ৰেছ ভলণ্টিয়াৰৰ বহাৰ চাহ মুড়িয়েও মহর্ষিক একে সমান তৃপ্তি দিব পাৰিছিল।

স্বেচ্ছাসেৱকৰ শিবিৰলৈ কংগ্ৰেছকৰ্মীৰ বাহিৰে আন মানুহ ববকৈ নাহিছিল, আহিবলৈ ভয়ো কৰিছিল। শিবিৰলৈ অহাহে নালাগে নিজৰ ঘৰতো আশ্ৰয় দিবলৈ সংকোচ কৰিছিল, এনে দৃষ্টান্তও আছে। ভট্টাচাৰ্য

মহাশয়ে দেখাদেখিকৈ আইন অমান্য বা তেনে কোনো আন্দোলনত যোগ দিয়া নাছিল, আৰু দিয়া বয়সো নাছিল, কিন্তু স্বেচ্ছাসেৱকবিলাকক উৎসাহ উদগনি সদায় দি আছিল। সদায় পুৱা শিবিৰত তেখেতৰ লগত একোটা বৈঠক বহাৰ নিচিনা হৈছিল। নিতৌ নতুন নতুন বিষয়ৰ আলোচনা কৰে। এদিন ভাৰতৰ পূৰ্বৰ গৌৰৱ কাহিনী কৈ উপনিষদৰ কথা কৈছিল। কৈ থাকোঁতে "উস্ মোৰ সেই হেন দেশখনৰ কি দশা হ'ল" বুলি সোঁতসোতাই কান্দিবলৈ ধৰিলে। বহুত পৰৰ মূৰতহে স্বাভাৱিকভাৱে কথা কব পৰা হৈছিল। কি গভীৰ, অকপট আৰু সুনিষ্ঠ দেশপ্ৰেমে এই বৃদ্ধ পুৰুষজনৰ হৃদয় চৌৱাই থৈছিল আজি ভাবিলে বিচুৰ্তি খাওঁ। মহৰ্ষি কমলাকান্তৰ দেশপ্ৰেম সেই বুলি প্ৰাচীন গৌৰৱক মৰ-সাবট মাৰি থকা পলায়নবাদীৰ দেশপ্ৰেম নাছিল। বহুত পুৰণি ৰীতি-নীতিৰ তেখেতে বিৰোধিতা কৰিছিল। প্ৰকৃতপক্ষে আমাৰ সমাজত কমলাকান্ত এজন বিদ্ৰোহী আছিল। তেতিয়াৰ সমাজে তেখেতৰ বিদ্ৰোহক আদৰণি জনাব পৰা নাছিল। বামুণৰ ল'ৰা হৈ তেখেতে হালৰ মুঠিত ধৰিছিল, বিবাহ বিষয়তো সমাজক এক প্ৰকাৰ উলংঘা কৰিছিল। আৰু ব্ৰাহ্ম ধৰ্মৰ প্ৰেৰণা পাই পুৰণিকলীয়া পূজা-পাতলক পেংলাই কৰিছিল। এদিন কিবা কথাৰ মূৰত কথা ওলাওঁতে শালগ্ৰাম শিলাৰ কথা কৈছিল, "বুইছ, আমাৰ ঘৰত কেইবাটাও শালগ্ৰাম আছিল, মই সেইবোৰ আনি 'পেপাৰ ওৱেইট' কৰিলোঁ।" এই বুলি হ হ হকৈ হাঁহিবলৈ ধৰিলে। কেৱল সমালোচনাৰ এচাৰিৰে কোবাই সমাজ-সংস্কাৰ কৰিবলৈ যোৱা সংস্কাৰক তেখেত নাছিল। আপুনি আচৰি পৰৰ শিকোৱা সংস্কাৰক যদি সেইকালত কোনোবা আছিল তেনেহলে সেইজন কমলাকান্ত ভট্টাচাৰ্য।

মহৰ্ষি কমলাকান্ত বুলিলে সাধাৰণতে আমাৰ দাৰ্শনিকজনলৈ মনত পৰে। মহৰ্ষি এই উপনামটোও কিজানি তেখেতৰ দাৰ্শনিক চিন্তাৱলীৰ ফালে চায়ে ৰাইজে দিছিল। প্ৰকৃততে দাৰ্শনিক তেখেত আছিলো। দেশ-বিদেশৰ বিখ্যাত দাৰ্শনিক মনীষীসকলৰ গ্ৰন্থসমূহ তেখেতে কিমান পঢ়িছিল সেই কথাৰ ভু নাপাওঁ কিন্তু তেখেতৰ চিন্তাত যে এটা মৌলিক ধাৰা আছিল আৰু সেই চিন্তা যে সুগভীৰ তাক তেখেতৰ 'গুটিদিয়েক চিন্তাৰ চৌ' নামৰ প্ৰবন্ধবাজি পঢ়িলেই গম পোৱা যায়। গভীৰ চিন্তাবাজিকো নিমজ অসমীয়া ভাষাত

কেনেকৈ প্ৰকাশ কৰিব পাৰি তাৰ নমুনা বিচাৰিলে কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাবিলাক পঢ়াশলীয়া ছাত্ৰৰ দৰে জুমি জুমি পঢ়ি চাবলৈ ডেকা লেখকসকলক পৰামৰ্শ দিব খোজোঁ। ড° কাকতিদেৱে এদিন কিবা কথাত এই লিখকক কৈছিল অসমীয়া ভাষা বৰ সমৃদ্ধ ভাষা, অৰ্থৰ সামান্য হেৰফেৰ বুজোৱা একাৰ্থক শব্দ অসমীয়াত উভৈনদী। তেখেতে উদাহৰণ স্বৰূপে কৈছিল— প্ৰায় নাম-নাচ অৰ্থ বুজোৱা, গম, উমান, বুজ, জান আদি বহুত শব্দ আছে, সেইবোৰ স্থলবিশেষে সুপ্ৰয়োগ কৰিলে অসমীয়া ভাষাৰ প্ৰকাশ-ক্ষমতাৰ সীমা নাথাকিব। এই প্ৰসংগত তেখেতে কমলাকান্ত ভট্টাচাৰ্যৰ কথা কৈছিল। তেখেতৰ মতে কমলাকান্তৰ ৰচনাত এনেধৰণৰ অসমীয়া একাৰ্থ শব্দবিলাক বিভিন্ন অৰ্থছায়া বুজাবলৈ ব্যৱহাৰ কৰা দেখা যায়। ড° কাকতিদেৱৰ এই কথা শুনাৰ পিছত কমলাকান্তৰ 'গুটিদিয়েক চিন্তাৰ ঢৌ', 'কঃ পন্থা' আদিৰ গদ্যভংগী মনোযোগেৰে লক্ষ্য কৰিছিলোঁ আৰু ড° কাকতিদেৱ যে কিমান সূক্ষ্মদৰ্শী সমালোচক আছিল তাৰ প্ৰমাণ পাইছিলোঁ।

কমলাকান্ত ভট্টাচাৰ্য এজন দাৰ্শনিক ভাবাপন্নলোক আছিল সঁচা সেই বুলি নিৰলস আৰু চিন্তা সৰ্বস্ব মানুহ আছিল বুলি ভাবিলে ভুল হব। তেখেতে সুদীৰ্ঘ জীৱন ধৰি জীৱনৰ নানা ক্ষেত্ৰত কঠোৰ সংগ্ৰাম কৰিছিল। কাৰ্য উপলক্ষ্যে অসমৰ পৰ্বতে ভৈয়ামে বগাই ফুৰিছিল। অসমীয়া ডেকাক ব্যৱসায়-বাণিজ্যত হাত দিবলৈ গদ্য পদ্য প্ৰবন্ধ লিখিয়েই ক্ষান্ত নাছিল। নিজেও কেবাবাৰো ব্যৱসায়ত নামিছিল। অসহযোগ আন্দোলনৰ শেহৰ ফালে দেশৰ আন্দোলন চেঁচেৰা পৰাত এনেয়ে বহি নাথাকি স্বৰ্গীয় কামাখ্যাৰাম বৰুৱাৰে লগ লাগি সৰিয়হৰ বেপাৰ কৰোঁ বুলি দুইজনেই গৈ মাজুলীত মাহুচেৰেক খৰলি খালে। বেপাৰ কিছু কৰিলেও। শুনিছোঁ বোলে লাভ যদিও বিশেষ নহ'ল লোকচান হেনো হোৱা নাছিল। তাৰ কাৰণ হ'ল, ঠগ আৰু বঞ্চক বেপাৰীবোৰৰ দৰে হোজা আৰু বজাৰৰ আওভাও নুবুজা খেতিয়কবিলাকৰ মূৰত কঁঠাল ভাঙিব পৰা মনোবৃত্তি তেখেতসকল দুজনৰ নাছিল। ভট্টাচাৰ্য মহাশয়ে এবাৰ নে দুবাৰ ভোটান পৰ্বতত বোলে হাতীও ধৰিছিল, তাত কিমান লাভবান হ'ল সেই বিষয়ে হ'লে একো নাজানো। এইবোৰ উদ্যমে তেখেতৰ অদম্য উৎসাহ আৰু মনৰ আগবঢ়ুৱা স্বভাৱৰ পৰিচয় দিয়ে।

মহৰ্ষি ধনবান হ'ব নোৱাৰিলে আৰু ধন উপাৰ্জন কৰি বৰ মানুহ হোৱাৰ কোনো দুঃস্বপ্নও তেখেতে সম্ভৱতঃ দেখা নাছিল। তেনে স্বপ্ন দেখাৰ মানস ভূমিও তেখেতৰ নাছিল। তেখেতে অসমীয়া ডেকাক আদৰ্শ দেখুৱাবলৈহে এইবোৰত জঁপিয়াই ফুৰিছিল। ধন নহ'ল সঁচা, কিন্তু অভিজ্ঞতা সঞ্চয় কৰিছিল অপাৰ। অসমৰ জনজাতীয় লোকসমূহৰ বিষয়ে তেখেতে বহুত কথা জানিছিল আৰু এই লোকসকলৰ প্ৰতি তেখেতৰ শ্ৰদ্ধা আৰু মৰম দুয়োটাই আছিল। এদিন আমাৰ কেইজনমানৰ আগত পৰ্বতীয়া লোকৰ কথা কওঁতে কৈছিল, "তহঁতে ভাবিছ তহঁত বৰ সভ্য আৰু এই পৰ্বতীয়া মানুহবিলাক নঙঠা, অসভ্য। পিছে কি জান, সেইবিলাক আমাতকৈ ওপৰ খাপৰ মানুহ। মই আধা-নঙঠা আবৰ মানুহ এটাক এদিন সুধিছিলোঁ তহঁতে সেই ঠাইকণ কাপোৰেৰে ভালকৈ ঢাকি থবি। সি কি উত্তৰ দিলে জান? মোৰ আঙুলি এটাত থাপ মাৰি ধৰি ক'লে, 'তই এইটো ঢাকি নথৱকেলেই?' মই সেই পিনেই তল গলোঁ। সি অতি সঁচা কথা কৈছে আমি গুপুত কৰি থোৱা অংগ আৰু আঙুলি এটাৰ মাজত কি প্ৰভেদ আছে? আমাৰ নিজৰ মনটো অশুচি দেখিহে এটাক গুপুত এটাক মুকুত কৰি থৈছোঁ। এই শুচি ভাব আমাৰ জানো আছে?" এই কথাখিনি মোৰ মনৰ ডায়েৰিত ভালকৈ টুকি থৈছিলোঁ, আজি তাৰপৰাই উদ্ধৃতি দি লিখিছোঁ। মহৰ্ষিয়ে একেবাৰে যে ঠিক এই ভাষাতে কৈছিল এনে নহয়। কিন্তু এনেকৈয়ে কৈছিল।

এইজনা পুৰুষৰ শতবাৰ্ষিকীও ভালকৈ পতা নহ'ল। গ্ৰন্থকেইখনো বজাৰত আজি পাবলৈ নাই। মহৰ্ষিৰ গ্ৰন্থকেইখনৰ আলোচনাও কেৱল সাহিত্যৰ ইতিহাসত এচুকত ভেকুৰি আছে। মহৰ্ষিয়ে যে এদিন ছুড্মাৰ্চন ভৱনত সমজুৱালৈ পেন্দোৱাকৈ চাই কৈছিল 'তহঁত এটাইবোৰ অকৃতজ্ঞৰ দল' সেইষাৰ প্ৰকৃততে সত্য কথাই আছিল। অকৃতজ্ঞতাৰ এই চেকা মুচিবলৈ আমাৰ কোনো উপায় নাই নে?*

* এই জীৱনালোক্য 'সংজ্ঞা' নামৰ ত্ৰৈমাসিক কাকতত ওলোৱাৰ পিছত অসম প্ৰকাশন পৰিষদে "কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী" নাম দি কমলাকান্ত ৰচনাৱলী প্ৰকাশ কৰি উলিয়াইছে। তাৰ সম্পাদনা কৰিছে অধ্যাপক প্ৰফুল্লদত্ত গোস্বামীয়ে।

# সাহিত্য কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱা

অসমীয়া ভাষাৰ ভাগ্যচক্ৰত ১৭৯৩ শকটো ( ১৮৭১-৭২ ) বৃহস্পতি পোন থকা বছৰ আছিল। গণিতাই নহলেও ফলিতাই তাৰ প্ৰমাণ কৰি হাতে হাতে দেখুৱালে। এই শুভ শকাব্দতে কৃষ্ণকৃপাত আৰু কেম্বেল-কৰুণাত অসমীয়া ভাষাই ন্যায়ালয় আৰু বিদ্যালয়ত স্বাধিকাৰ ঘূৰাই পালোঁ। সেই স্বাধিকাৰ প্ৰতিষ্ঠা কৰি তাক কামত খটুৱাবলৈ যিখিনি সম্পদ-বিভূতি লাগে তাকো অৰ্জন কৰাব গুণৰাশিৰ অধিকাৰী হৈ দুজন শিৰোমণি সাহিত্যিক এই শকতে দুমাহ আগাপিছাকৈ জন্ম গ্ৰহণ কৰিলে। এজন অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী, আনজন আজিৰ তিথিৰ পৰ্ব-পুৰুষ, ৰাধাব্যাকুল সৌতৰ মাজেদি জাঁজ একৰুৱাই অসমীয়া ভাষা সাহিত্যক আগুৱাই নিওঁতা, সাহিত্য কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱা।

পদ্মনাথক আমি সাহিত্য কাণ্ডাৰী বুলিছোঁ, সাহিত্যগুৰু বা সাহিত্যৰথী আদিৰ লগত সমানে উজাবলৈ কিবা এটা বুলিব লাগে দেখি বুলিছোঁ এনে নহয়। পদ্মনাথ যথাৰ্থতে অসমীয়া সাহিত্যৰূপী নাওখনৰ কাণ্ডাৰী আছিল। কেনেকৈ তাকে বিবৰি কওঁ।

এটা ভাষা আপোন মহিমাৰে সমুজ্জ্বল হবলৈ হলে দুখন প্ৰধান ক্ষেত্ৰ তাৰ অধিকাৰত থাকিব লাগিব, শিক্ষালয় আৰু শাসনালয়। যেতিয়ালৈকে এটা উৰি আহি জুৰি বহা ভাষাই শিক্ষাৰ মাধ্যমৰূপে আপোন ৰাজ্য বিস্তাৰ কৰি ভোটগৰাকী হৈ থাকে, যিমান দিন ৰাইজৰ সুখ দুখৰ বাবে সততে জগৰীয়া প্ৰশাসন ব্যৱস্থাত নিজৰ ভাষালৈ একেৰি ঠাই নোলায়, সেই পৰ্যন্ত জাতীয় ভাষাই গা কৰিব যি নোৱাৰেই জগতৰ আগত মুখ উলিয়াবলৈকো



পদ্মনাথ গোহাঞিবৰুৱা

শকতি নাপায়। ১৮৭১ চনত অসমীয়া ল'ৰা-ছোৱালীক অসমীয়া ভাষাৰে শিক্ষা দিব লাগে বুলি নীতি হিচাপে চৰকাৰে মান্য কৰি ললেও কামৰ বেলিকা সকলো কথা লেমলেমীয়া হৈয়ে থাকিল। পদ্মনাথৰ ভাষাতে কলেহে কথাৰ খাজ-খোপ লগাই কোৱা যেন হব—"কেম্বেল কৃপা লাভ কৰাৰ পিছতো বঙলা সাহিত্যই বে-দখল কৰা ঠাই সম্পূৰ্ণকৈ এৰুৱাই লবলৈ অসমীয়া সাহিত্যক আৰু ভালেমান দিন লাগিল। খ্ৰীষ্টাব্দ ১৯০৩ চনত ভূতপূৰ্ব অসমৰ চীফ কমিছনাৰ আৰু পিছত 'পূৰ্ববঙ্গ আসাম' প্ৰদেশৰ ছুৱলীয়া লাট মহাত্মা চাৰ বেমফিল্ড ফুলাৰৰ কৃপাতহে সেই কাৰ্যসমাধা হৈ উঠিল।" পিছে এই কাৰ্যসমাধা হৈ উঠাৰ গুৰিতে সেই সময়ৰ চৰকাৰৰ গাফিলি, অসমীয়া সাহিত্যৰ দৈন্য বা অসমীয়া ভাষাৰ নিশকতীয়া অৱস্থা এটাৰ এটাকো আঙুলিয়াই গা সৰাৰ উপায় নাছিল। কাৰণ চৰকাৰকো নন্দঘোষ পাতি গাফিলি কৰিছিল বুলি যত দোষ জাপি দিব নোৱাৰো। অসমীয়া সাহিত্যৰো দীনহীন অৱস্থা নাছিল—প্ৰাচীন সাহিত্যৰ ভঁড়াল মেটমৰাই আছিল।

অসমীয়া ভাষাও কোনো কালে নিশকতীয়া নহয়, তেতিয়াও নাছিল এতিয়াও নহয়। ইয়াৰ একমাত্ৰ কাৰণ হৈছে নতুনকৈ প্ৰবৰ্তিত হোৱা শিক্ষা পদ্ধতিৰ লগত খাঁজে-খোপে খোৱা অসমীয়া পাঠ্যপুথিৰ অভাৱ। শিক্ষাদান আৰু বিদ্যাগ্ৰহণৰ ভাষাৰূপে প্ৰতিষ্ঠিত হোৱাৰ ওপৰত যদি অসমীয়া সাহিত্যৰ সদগতি নিৰ্ভৰ কৰে তেনেহলে অসমীয়া ভাষাই সেই সদগতিৰ পথত উধাবলৈ পোন প্ৰথম অৱস্থাত খোপনি পুতিব লাগিব উপযুক্ত পাঠ্যপুথিৰ যোগানৰ ওপৰত তাকে কৰিব নোৱাৰিলে চৰকাৰী মান্যতা শাহ নোহোৱা গছৰ গুটি। ভাষা বিদ্যাবাহিনী হব নোৱাৰিলে প্ৰাপ্তমৰ্যাদাৰপৰা বিচ্যুত হয় আৰু সাহিত্যৰ অগ্ৰগতিত থমক পৰে। এই বিপদৰ আশংকাত গোহাঞিবৰুৱাই তেখেতৰ সাহিত্য কৰ্মৰ সত্বহলৈ গতিভংগ কৰিও পাঠ্যপুথিৰ প্ৰণয়নত আত্মনিয়োগ কৰিলে। তেখেতে সাহিত্যকৰ্মৰ পাতনি মেলিছিল উপন্যাস আৰু নাটকৰ নিচিনা ৰস-কৃতিৰে। আচৰিত কথা উনৈছ-বছৰীয়া ছাত্ৰকালিত লিখা 'ভানুমতী' আৰু একৈছ বছৰ বয়সত লিখা 'লাহৰী' উপন্যাস কৌশলৰ ত্ৰুটি-বৈচ্যুতি সামৰি লৈয়ো আজিও উত্তম অসমীয়া উপন্যাসৰ শাৰীত জাকতজিলিকা হৈ ঠাই পুৰাব পৰা জেউতি হেৰুৱা নাই। এই সাৰ্থক প্ৰচেষ্টাক একতীয়াকৈ থৈ পদ্মনাথে কাপ ললে পাঠ্যপুথিৰ তাৰৰ মাৰিবৰ কাৰণে 'সাহিত্য সংগ্ৰহ' যুগুত কৰা কামত। ইয়াৰ পিছতো সাহিত্য ক্ষেত্ৰত পতিষ্ঠিত হবৰ কাৰণে প্ৰয়োজনীয় উদ্ভাৱনী আৰু ৰসোত্তীৰ্ণ সাহিত্য ৰচনাৰ আনন্দময় শ্ৰমৰ মোহ আঁতৰাই থৈ মাজে মাজে নীৰস আৰু শ্ৰম-সাৰ পাঠ্যপুথি ৰচনাত তেখেতে মনোনিবেশ কৰিছিল। এইটো প্ৰতিভা সম্পন্ন সাহিত্যিকৰ পক্ষে ত্যাগৰ সমতুলা, কাৰণ তেতিয়া পাঠ্যপুথিৰ বজাৰ ৰসাল হৈ উঠা নাছিল। পঢ়াশালিৰ একো একোটা শ্ৰেণীৰ নতুন প্ৰয়োজন ওলাই থাকে। পুথিৰ অভাৱত বঙলা কিতাপ চলাবলগীয়া হোৱা এৰাব নোৱৰা অৱস্থিতিক পৰাজয় কৰিবলৈ 'ভূগোল দৰ্পণ'ৰ লিখাৰ নিচিনা নলগা জেঙাতে তেখেত লাগিব লগা হৈছিল। এইদৰেই অসমীয়া ভাষাৰে শিক্ষাদানত পঢ়াশালিৰ কোনো শ্ৰেণীতে যাতে লানি নিছিগে তালৈ সতৰ্ক দৃষ্টি ৰাখি শিক্ষা বিভাগৰ ওলাই থকা অভাৱ আৰু নতুন প্ৰয়োজন পুৰাই গৈছিল আৰু অসমীয়া ভাষাৰ বিদ্যাবাহিনী মৰ্যাদা অক্ষুণ্ণ ৰাখিছিল। তদুপৰি তেখেতেই

অসমীয়া সাহিত্যৰ সমৃদ্ধি সম্ভাৱনাৰ দিশ কেইটালৈ পোন প্ৰথমে আঙুলিয়াই দি চকুত লগা নিদৰ্শন দাঙি ধৰিছিল। উপন্যাস ৰচনাত অসম বুৰঞ্জীৰ সমল প্ৰাচুৰ্য, নাটক ৰচনাত অসমীয়া সমাজৰপৰা আহৰণ কৰিব পৰা বিষয়বস্তুৰ চানেকি, তত্ত্বমূলক ৰচনাৰ ক্ষেত্ৰত সকলো বিষয়তে অসমীয়া ভাষাৰ সামৰ্থ্য থকাৰ প্ৰমাণ নতুনকৈ উঠি অহা সাহিত্য সমাজৰ আগত উজ্জ্বলিতকৈ মেলি ধৰিছিল। এইদৰেই এহেঁচোক দুহেঁচোককৈ আগুৱাই থকা আধুনিক অসমীয়া ভাষা সাহিত্যৰ নাওখন কোবাল গতিৰে চলাৰ কাৰণে পদ্মনাথ গোহাঞিবৰুৱাই দিশ পোনাই অনুকূল সোঁতত পেলাই দিছিল। সেইজনক সাহিত্য কাণ্ডাৰী বুলি বুলিম কাক?

আধুনিক যুগত অসমীয়াত্ববোধক জীপ দি আছে প্ৰধানকৈ দুটা জীৱনৰসৰ শ্ৰোতধাৰাই। এটা হ'ল মহাপুৰুষ শংকৰদেৱ আৰু অনুবৰ্তী সকলে গঢ় দি যোৱা সংস্কৃতি আৰু আনটো হ'ল আহোম ইতিহাসৰ গৌৰৱময় স্মৃতি। এই দুটা সংস্কৃতিৰ চান কঢ়া সমলৰ পিণ্ডীভূত ৰূপ এটা প্ৰকট হৈ উঠিছে পদ্মনাথ গোহাঞিবৰুৱাত। আমাৰ সকলোৰে ধমনীত কম বেছি পৰিমাণে এই দুই ধাৰা সোঁত বৈ আছে। একোজন শীৰ্ষস্থানীয় ব্যক্তিত সাংস্কৃতিক উপাদানবিলাক প্ৰদীপৰ শীৰ্ষদেশৰ উজ্জ্বল শিখাৰ দৰে জিলিকি পৰে। গোহাঞিবৰুৱাৰ জীৱন বন্তিগছিৰ তেল আহোম সংস্কৃতিৰ কিন্তু সেই তেলত জোবোৰা খাই থকা শলিতাগছি শংকৰী সংস্কৃতিৰ। উভয়ৰ সংযোগত পদ্মনাথ গোহাঞিবৰুৱা ৰূপ প্ৰোজ্জ্বল দীপশিখা।

গোহাঞিবৰুৱাই প্ৰকৃত সাহিত্য জীৱন আৰম্ভ কৰিছিল তেখেতৰ কাপৰ লখিমী ভানুমতী উপন্যাসেৰে। এই উপন্যাসৰ নায়িকা মৰাণ গোহাঞি-বৰুৱাৰ জীয়ৰী, সেই মৰাণ গোহাঞিবৰুৱা বংশৰে পদ্মনাথৰো মানসকন্যা। ভানুমতী আৰু লাহৰী দুয়োখন উপন্যাসৰ আধাৰভূমি আহোম যুগৰ সমাজ। মূল চৰিত্ৰবিলাক আহোম অভিজাতবংশীয়, সেইসকলৰ দোষগুণৰেই চৰিত্ৰ-বিলাকে উপন্যাসত ৰূপ লৈছে। গোহাঞিবৰুৱাৰ শেহতীয়া সাহিত্য-কৃতি 'শ্ৰীকৃষ্ণ'। বাণৰজা নামৰ নাটখন পিছত লিখিছিল যদিও সেই নাট শ্ৰীকৃষ্ণ মহাগ্ৰন্থৰে উপসৃষ্টি বিশেষ বুলিহে কব পাৰি। এই শ্ৰীকৃষ্ণ গ্ৰন্থৰ সংকল্প আছিল শ্ৰীকৃষ্ণক ঐতিহাসিক মহামানৱৰূপে প্ৰতিষ্ঠা কৰা কিন্তু গ্ৰন্থৰ

অগ্ৰগতিৰ লগে লগে সেই সংকল্প ধীৰে ধীৰে উৰ্ব্বলি যাবলৈ ধৰিলে। অক্ৰুৰৰ কথা কওঁতে গোহাঞিবৰুৱাই লিখিছে, "তেওঁ আপোন ভাবত বিভোল হৈ আৰু বাৰচেৰেক বুৰ দি দি পানীৰ তলত ভগৱান শ্ৰীকৃষ্ণৰূপ ক্ৰমাৎ অলৌকিকভাৱে দৰ্শন কৰি পুলকিত হৈ উঠিল। শেহান্তৰত ভগবদ্-ভাৱত তন্ময় হৈ ভগবদ্‌ভক্ত অক্ৰুৰে তেওঁৰ আৰাধ্যদেৱতা স্বয়ং বৈকুণ্ঠৰ শ্ৰীকৃষ্ণৰ পূৰ্ণকলা বৃন্দাবনৰ শ্ৰীকৃষ্ণত সাক্ষাত স্বৰূপে প্ৰতিভাত হোৱা দৰ্শন কৰিবলৈ ধৰিলে।" এই উদ্ধৃতি খণ্ডত অক্ৰুৰৰ ঠাইত পদ্মনাথ নামটো বহুৱাই দিলেও বঢ়িয়াকৈ ৰজিতা খাব। শ্ৰীকৃষ্ণ গ্ৰন্থত বুৰিয়াই থাকোঁতে পদ্মনাথকো অক্ৰুৰৰ মোৰে পালে। তেখেতৰ কল্পিত শ্ৰীকৃষ্ণই স্বৰ্গমৰ্ত্তাক একাকাৰ কৰিলে।

"সাহসেই সিদ্ধিৰ আচল মন্ত্ৰ হতাশৰ নিগাজী ভেটি নাই" এই আষাৰেই উনবিংশ শতিকাৰ আশাহীন পৰিস্থিতিত অসমীয়া সাহিত্য কাণ্ডাৰীজনৰ দিগ্‌দৰ্শনী মন্ত্ৰ, অসাফল্যক প্ৰতিৰোধ কৰাৰ অমোঘ কবচ। অসুখীয়া সমালোচনাৰ তীব্ৰ কষাঘাতকো ওফোৰাই পেলাই বা নীৰৱে সহি, ৰাইজ বা ৰজাঘৰৰপৰা পাবলগীয়া সহাৰিৰপৰা বঞ্চিত হৈয়ো, অভাৱ অনাটনৰ বাউলী বতাহৰ গোঁওনিৰ মাজতো নিজকে দৃঢ় প্ৰতিষ্ঠিত কৰি ৰাখি একলেশ্বৰ গোহাঞি-বৰুৱাই সাহিত্য কাৰ্যত আগবাঢ়িছিল। প্ৰায় ত্ৰিছ বছৰ আগতে তেখেতৰ গ্ৰন্থ এখন সমালোচনা কৰোঁতে লিখিছিলোঁ—"গোহাঞিবৰুৱা ডাঙৰীয়া অসমীয়া সাহিত্যক্ষেত্ৰত দ্ৰোণাচাৰ্য।" আজিও সেই মন্তব্য দোহাৰাই কলে, পুৰণিৰ চেকা লগাৰ ভয় নাই। পঁচাশী বছৰীয়া বৃদ্ধ গুৰু দ্ৰোণই কুৰুক্ষেত্ৰ ৰণত যোল বছৰীয়া ডেকাৰ দৰে ধনুত টংকাৰ দি ফুৰি বিপক্ষৰ ভীতি সঞ্চাৰ কৰিছিল। তিনিকুৰি পোন্ধৰ বছৰ বয়সলৈকে যোল বছৰীয়া ডেকাৰ উৎসাহেৰেই গোহাঞিবৰুৱাই কাপ-কাঠিৰে টংকাৰ দি আছিল। তেখেতৰ ক্লান্তিহীন পৰিশ্ৰমৰ ক্ষমতা অনন্য সাধাৰণ। গুণাগুণৰ বিচাৰলৈ নগৈ কেৱল যদি গ্ৰন্থৰ ভাৰ আৰু আকাৰৰ ফালৰপৰাই চোৱা যায় তেনেহলেও শ্ৰীকৃষ্ণই আধুনিক অসমীয়া সাহিত্যৰ এখন সৰ্ববৃহৎ গ্ৰন্থ বুলি সগৌৰৱে মান পাব। 'গোহাঞিবৰুৱা গ্ৰন্থাৱলী'ৰ প্ৰথম খণ্ডৰ গোটেই জীৱনৰ সাহিত্যিক ৰচনা-ৱলীৰে যিমান ভাৰ লব লগা হৈছে দ্বিতীয় খণ্ড অকল শ্ৰীকৃষ্ণক লৈয়ে এখন

মেটমৰা ভাব হৈছে। কেৱল আকাৰ দেখিয়েই এই ৰচনাৰ অন্তৰালত কিমান বিনিদ্ৰ নিশাৰ অভিনিৱেশপূৰ্ণ পৰিশ্ৰম নিহিত আছে তাক অনুমান কৰিব পাৰি। খনে খনে পাঠ্য পুথি, নাটক, উপন্যাস, বুৰঞ্জী, কবিতা, একো একোখন বৰ বৰ সভাৰ অভিভাষণ লিখিও, এখন সাদিনীয়া বাতৰি কাকতৰ সম্পাদনা, পৰিচালনা আৰু বিতৰণ সকলো জপটিয়াই লৈয়ো বৃদ্ধ বয়সত যিজন পুৰুষে এনে এখন গ্ৰন্থ লিখিবলৈ অদম্য বল পাইছিল, বাৰ্দ্ধকোচিত জিৰণিৰ হেপাহ কাতি কৰি থৈ সময় উলিয়াব পাৰিছিল, সেইজন নিশ্চয় দুহাতেৰে দহ হাতৰ কাম কৰিব পৰা ভীমকৰ্মা পুৰুষ আছিল। এই এলাহ কাক বোলে নজনা অবিৰাম কৰ্মশক্তিয়ে তেখেতক কি মোহিনী মায়াই যোগাইছিল? ধন, ঐশ্বৰ্য, বিভূতি সেইবোৰৰ লগত অসমীয়া সাহিত্যৰ বাহি-যোৰাই নাহে। তেনেহলে কিহৰ হেঁচোকনিত গোহাঞিবৰুৱাই আমৃত্যু দঁও-লগা মানুহৰ দৰে কাম কৰি গ'ল? ই একুৰা জুই, অসমীয়া ভাষা সাহিত্যৰ প্ৰতি পগলা কৰা প্ৰেমৰ জুই। পদ্মনাথৰ হৃদয়ৰ এই জুই মৃত্যুৱেহে নুমাব পাৰিলে—আন একোৰে সাধ্য নহ'ল।

অসমৰ প্ৰকৃতি আৰু অসমীয়া জীৱনৰ লগত ঘনিষ্ঠ সংযোগ আৰু নিবিড় পৰিচয় নাথাকিলে অসমীয়া ভাষাৰ জ্ঞানো গভীৰ আৰু ব্যাপক হব নোৱাৰে। পদ্মনাথ গোহাঞিবৰুৱাৰ এই পৰিচয় আছিল বুলিয়েই শ্ৰেষ্ঠ গদ্যলিখকৰ আগশাৰীত জিলিকিব পাৰিছে। তেখেতৰ মতে "ভাষাত অকল শিক্ষিতৰ আধিপত্য নবজে ; ই জনসাধাৰণৰ সম্পত্তি। যি জাতিৰ সাহিত্য কোৱা ভাষাৰ-পৰা যিমান নিলগ হৈ যায় সেই জাতিৰ জাতীয় জীৱন সিমান ক্ষীণাবলৈ ধৰে আৰু অন্তত কেতিয়াবা তাৰ অস্তিত্বও লোপ পায়গৈ।" এই মতকে তেখেতে বৃদ্ধ বয়সলৈকে খামুচি ধৰি আছিল। গুৱাহাটীত দিয়া সোণালী জয়ন্তীৰ মানপত্ৰৰ উত্তৰতো তেখেতে মাজতে কৈছিল—"কথিত আৰু লিখিত ভাষা একে হোৱাটো সাহিত্যৰ উন্নতিৰ ভাল লক্ষণ বুলি মোৰ বিশ্বাস। সেয়ে মোৰ পূৰ্ববৰ্তী আৰু সমনীয়া সাহিত্যিকসকলৰো আছি আছিল।" পিছে এই কথিত ভাষাটো আমি জানো নাজানো? জানো, পিছে কাম চলাকৈহে জানো, অসমীয়া ভাষাৰ অপাৰ সৌন্দৰ্য আৰু শব্দৰ মৰ্মকথা বহুতেই নাজানো। নাজানো বাবেই তাৰ সুপ্ৰয়োগেৰে ভাষাক শক্তিশালী কৰাৰ ক্ষমতাও আমাৰ

নাই, পদে পদে কেলেহুৱাৰ দৰে পৰভাষাৰ কাষ চাপো। আজি আমি জনসাধাৰণৰ কাৰণে কথাই প্ৰতি কান্দো যদিও, জনসাধাৰণক কন্দুৱাব পৰাকৈ তেওঁলোকৰ ভাষাৰে লিখিব নোৱৰা হৈছো। আজিৰ অতি আধুনিক উপন্যাস এখন ইংৰাজী নজনা অসমীয়া শিক্ষিত গাঁৱৰ মানুহ এজনে পঢ়ি ৰস পাওক ছাৰি ভাষাকে বুজিবলৈ টান পাব। লাহৰী বা মনোমতীৰ বেলিকা তেনে অঘটন নঘটে। প্ৰতিটো শব্দৰ একোটা নিজা মাহাত্ম্য আছে তাক উপলব্ধি কৰিবলৈ হলে অসমীয়া আত্মাকো চিনিব লাগিব। অসমীয়া আত্মা পদ্মনাথৰ বিদিত আছিল, অসমীয়া ভাষাৰ প্ৰতিটো শব্দৰে গুৰি কথা জানিছিল, শব্দৰ ভংগিমাৰ মাজত লুকাই থকা তলানলাৰো সন্তেদ পাইছিল। সেইকাৰণেই তেখেত শব্দ চয়নত নিপুণ, শব্দনিৰ্মাণৰ সুদক্ষ কাৰিকৰ আৰু বাক্য প্ৰয়োগত বাহুবলী নহৈও সুস্পষ্ট আৰু পৰিমিত। কেতিয়াবা একোটা একোটা নিঠৰুৱা অসমীয়া শব্দই তেখেতৰ কাপৰ সঞ্জীৱনী পাই নৱযৌৱন লাভ কৰিছিল। আজি আমি গোহাঞিবৰুৱাৰ ভাষা আৰু গদ্য অনুকৰণ কৰিব নোৱাৰো, কৰিবলৈ যোৱাও বৃথা, কিন্তু তেখেতৰ ভাষা ক্ষমতাৰ ঘাই উহ কি বিচাৰিব পাৰো। সেইমতে আজিৰ চাম সাহিত্যিকেও আগুৱাবলৈ উৱাদিহ পাব।

সাংবাদিকতাৰ ক্ষেত্ৰত গোহাঞিবৰুৱাৰ দানৰ কথা কবলৈ গলে দেশ কাললৈ লক্ষ্য কৰিহে, উদ্দেশ্যৰ মোল বুজিহে কবলগীয়া হব। গোহাঞি-বৰুৱাৰ বিজুলী, ঊষা বা বন্তিয়ে সাংবাদিকতাৰ ফালৰপৰা দেশখনক এখোপ আগুৱাই দিছিল নে নাই সেই কথাৰ বিচাৰ নকৰি সাহিত্যৰ নামত কি কৰিলে তাকহে ভাবি চোৱা উচিত। পদ্মনাথে মাজে মাজে ৰাজনীতি দুৱাৰত দুই এভুমুকি মাৰিলেও তেখেতৰ সাহিত্য মন্দিৰত ৰাজনীতিৰ মতবাদ প্ৰচাৰ কৰাৰ কথা দূৰতো বিদূৰ। সেই পাকেদি কলে তেখেতৰ বন্তিক ৰাজনৈতিক মতবাদৰ মুখপত্ৰ হিচাপে গঢ় দিয়াৰ চেষ্টাও কৰা নাছিল। কিন্তু ৰাজনীতি বুলিলেও বুলিব পাৰো, এটা বিষয়ত বন্তিয়েই হওক বা মাহেকীয়া ঊষা বিজুলীয়েই হওক উচিত মাত মাতিহে এৰিছিল। সেই বিষয়টো হৈছে অসমৰ হক ৰক্ষা। ৰাজভক্তিৰ বৰ খুটাত খোপনি লৈ তেখেতে এক কাম সাধিছিল। আজি তেখেতৰ সেই সময়ৰ সেৱাৰ মোল বুজা আমাৰ পক্ষে

টান, কাৰণ ইংৰাজ ৰাজত্বৰ প্ৰতি আমাৰ স্নেহ-স্মৃতি থকাৰ কাৰণ নাই। তেখেতৰ কালত অসমীয়া স্বাৰ্থ ৰক্ষাৰ কাৰণে ৰাজভক্তি ৰূপ কৌশলী আঁৰ-কাপোৰৰ ভিতৰত সোমাই নেতাসকলে বহুত কাম কৰিবলগীয়া হৈছিল। এইবোৰ কাৰণতে বেমফিল্ড ফুলাৰ চাহাবেও পদ্মনাথৰ কথাক মান্যতা কৰি সামান্য সমস্যা এটাকো বন্তিৰ মতামতলৈ ঠেলি কৈছিল—"Padmanath should deal with this subject in Banti in an early issue." ( পদ্মনাথে এই বিষয়টো বন্তিত সোনকালে আলচ কৰিব লাগে। )

সেইবোৰৰ কথা এৰিও সাহিত্যৰ ক্ষেত্ৰত তেখেতৰ সাংবাদিকতাৰ বৈ বৈ যোৱা কাম হ'ল এদল ডেকা সাহিত্যিকক হাতত ধৰি আদৰি ঠাই দিয়া। আন সামাজিক দিশত কৰা সেৱাৰ কথা আজি তল পৰিল বা পৰিব, কিন্তু সাহিত্যিক গঠনৰ ফল যুগমীয়া। সামাজিক সেৱাৰ কাম বতৰৰ শাক পাচলি, বতৰৰ লগতে যায়। সাহিত্যিক গঢ়াৰ কাম আম-কঁঠাল ৰোৱাৰ নিচিনা। কেইবা পুৰুষলৈকে তাৰ ফল ভোগ কৰিব পাৰি। উষা, বিজুলী আনকি বন্তিৰ ক্ষেত্ৰত ভাল জাতৰ আম-কঁঠাল কই গৈছিল। তাৰ ফল আজি ভোগ কৰিবলৈ পাইছোঁ। অসমত লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱা দুজন সাৰ্থক সাহিত্য খেতিয়ক।

# পদ্মনাথ গোহাঞিবৰুৱাৰ সাহিত্য-কৃতি

পদ্মনাথ গোহাঞিবৰুৱাই অৰ্ধ শতাব্দীৰো অধিক কাল অসমীয়া সাহিত্যৰ একান্ত সেৱকৰূপে আত্মনিবেদন কৰি গ'ল। গুণত গধুৰ আৰু পৰিমাণত হেমাৰ ভাৰেৰে কঢ়িয়াব পৰা সম্পদ পাছৰ চামৰ কাৰণে এৰি থৈ তিনিকুৰি পোন্ধৰ বছৰীয়া সফল জীৱনলীলা সম্বৰণ কৰিলে। এই সুদীৰ্ঘ জীৱনব্যাপিনী সাধনা আছিল গুহাবাসীৰ অকলশৰীয়া তপস্যাৰ অনুৰূপ। সাহিত্যিক নেতৃত্বত গোহাঞিবৰুৱাৰ চাৰিওপাশে স্তাবক-গোষ্ঠীৰ গুণগুণনি নাছিল, অনুগত ডেকা সাহিত্যিকৰ দলে তেখেতৰ আসন বেৰি মণ্ডল নাপাতিছিল। সাহিত্যিক জীৱনত তেখেত আছিল একলেশ্বৰ ৰথী, কিন্তু একলেশ্বৰ হৈয়ো এশৰ সমান।

গোসাঁই, বেজ আৰু মাজুৰ মেলত গোহাঞিবৰুৱা নাছিল। নিজৰ বুলিবলৈ এখন স্বকীয়া মেলৰো তেখেত 'মেম্বৰ' থকা কথা আমি শুনা নাই। আন নেতৃস্থানীয় সাহিত্যিকসকল প্ৰায় একো একোটি সাহিত্য-সেৱক গোষ্ঠীৰ মধ্যমণি স্বৰূপে বিৰাজ কৰিছিল। গুণাভিৰাম বৰুৱা কলিকতাত থাকোঁতে সেই সময় কলিকতা প্ৰবাসী অসমীয়া সাহিত্যানুৰাগী ডেকাসকলৰ প্ৰেৰণাৰ উৎস স্বৰূপ আছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ অসমজুৰি বিস্তৰ ভক্ত আছিল। চন্দ্ৰকুমাৰ আগৰৱালা ভক্তলোলুপ কবি আছিল বুলি শত্ৰুৱেও কব নোৱাৰে, তথাপি 'জোনাকী' আৰু পিছত 'সাদনীয়া অসমীয়া'ৰ কাম কাজৰ প্ৰয়োজনত তেখেতৰ গুণমুগ্ধ সহযোগী লোকৰ অভাৱ নহৈছিল। হেম গোস্বামীৰ সাহিত্যিক কাৰ্যাৱলীৰ একাংশ সহযোগমূলক। তেখেতৰ অসমীয়া সাহিত্যৰ চানেকি চাৰ আশুতোষ, ভোলানাথ বৰুৱা, অম্বিকানাথ বৰা আদি বহুতৰে সহায়-সহযোগৰ ফল।

হেমকোষ সম্পাদন, বুৰঞ্জী আৰু পুৰণি পুথিৰ তালিকা আদিত চাহাব বাহাদুৰ গৰ্ডন, মহামহোপাধ্যায় পদ্মনাথ বিদ্যাবিনোদ তেখেতৰ লগৰীয়া আৰু সৌহাত স্বৰূপ আছিল। পুথি সংগ্ৰহৰ নিচিনা আহুকলীয়া কামত দিহিঙে দিহিঙে ফুৰোঁতেও বিস্তৰ লোকৰ লগত তেখেতৰ মিত্ৰতা হৈছিল আৰু সেইসকলেও তেখেতৰ কামৰ সফলতাৰ ভাগ লৈছিল। গোহাঞিবৰুৱাৰ চউপাশে মুগ্ধ মধুকৰৰ গুঞ্জন যি নাছিলেই, প্ৰথম জীৱনৰ বন্ধু পানীন্দ্ৰনাথ গগৈক এৰি সহযোগী লগৰীয়াও নাছিল বুলিলেই হয়। 'বিজুলী' 'উষা' আৰু 'আসাম বন্তি'ৰ সম্পাদনা কাৰ্যই তেখেতক গোষ্ঠী গঠনৰ সুযোগ দিছিল কিন্তু তাক তেখেতে কামত খটাবলৈ যত্ন কৰা নাছিল। স্বৰূপাৰ্থত এই ধৰণৰ গোষ্ঠী বিস্তাৰৰ কৌশল চালনা তেখেতৰ স্বভাৱৰ লগত খাঁজে-খোপে নাখাইছিল। গোহাঞিবৰুৱাই মাজে সময়ে আসাম এছোচিয়েশ্বন, আহোম সভা আদি ৰাজনীতি মুৱা সংস্থাৰ লগতো গা ঘঁহাইছিল, সেইবোৰতো অনুগামী মুঠ বন্ধা দল এটা সংগঠিত কৰি নিজৰ নেতৃত্ব কটকটীয়া কৰিবলৈ সক্ষম হৈছিল বুলি কব নোৱাৰি। যথাৰ্থতে কবলৈ গলে 'আসাম বন্তি'ৰ সম্পাদকীয় শিতানতে তেখেতৰ ৰাজনীতি কৰ্মৰ সীমাৰ ওৰ পৰিছিল।

গোহাঞিবৰুৱাৰ 'আসাম-বন্তি' আৰু অম্বিকাগিৰি ৰায়চৌধুৰীৰ 'ডেকা অসম', এই দুখন সাপ্তাহিক, পাক্ষিক বা যথাকালিক বাতৰি কাকতৰ জন্মকৰ্ম আৰু পৰিচালনাৰ কাহিনী নাম নাচকৈ একে ধৰণৰ। লাভ লোকচানে টলাব নোৱৰা, নৈৰাশ্যই ভিৰাব নোৱৰা, নেৰোপানি স্বভাৱৰ একোজন পুৰুষৰ অহোপুৰুষাৰ্থৰ বলত এই দুইখন বাতৰি কাকত মৰিও নমৰি অমৰ হৈ আছিল।

সম্পাদকীয় উক্তিবিলাকতো কাকত দুখনৰ ভাষাৰ ভংগীমাত ভেদ আছিল, কিন্তু ভাব আৰু চিন্তাধাৰাত বিশেষ প্ৰভেদ নাছিল। পৰিচালনাতো দুয়োজন সম্পাদকে একেই বহু হৈ, মালিক, সম্পাদক, পৰিচালক, লেখক, মুদ্ৰক আৰু বিতৰকৰ কাম চম্ভালিব লগা হৈছিল। গোহাঞিবৰুৱাই হাতবাগৰা মুদ্ৰাযন্ত্ৰ এটা কিনি ঘৰতে এখন ছপাশাল পাতি লৈছিল আৰু 'লীলা এজেন্সি' নাম দি কিতাপ সৰবৰাহ কৰা দোকান এখনো লগতে সাঙুৰি ছপাশালত সহায় সাৰথি বুলিবলৈ এটি কি দুটি মানুহ আছিল, কিন্তু সিও

মাজে মাজে অন্তৰ্ধান হৈছিল। তথাপি তুহাতেৰে দুহ হাতৰ বল দি "আসাম বন্তি" উলিয়াইছিল ; নিজৰ কিতাপপত্ৰও ছপা কৰিছিল, সেই-বিলাকৰ প্ৰচাৰ বিক্ৰয়বো ব্যৱস্থা কৰিছিল। ধনৰ অভাৱত আৰু ধৰুৱাৰ খেচ্‌খেচনিত মাজে সময়ে আধাসাৰি হৈছিল যদিও তেখেতে ধৈৰ্য আৰু চুৰ্তি এটাকো নেহেৰুৱাইছিল। তাৰ মাজতো খনে খনে কিতাপ লিখিছিল, 'আসাম বন্তি'ৰ সম্পাদকীয় যুগুত কৰিছিল, মূল্যবান অভিভাষণেৰে সভা-সমিতিত বিশিষ্ট অংশ গ্ৰহণ কৰিছিল। এনে অকলশৰীয়া সাহিত্য-কৰ্মক তপস্যা নুবুলি কি বুলিম ?

গোহাঞিবৰুৱা ডাঙৰীয়াই তেখেতৰ দিনচৰ্যাৰ সময় নিৰুপণো এই তপস্যাৰ অনুকূলে পৰিপাটিকৈ সজাই লৈছিল। দিনচৰ্যাৰ এই অনুক্ৰম আনৰ লগত মিলা বিধৰ নাছিল। দিনৰ ১১ মান বজাৰপৰা ৰাতি ৩ মান বজালৈ তেখেতৰ কৰ্ম ব্যাপৃতিৰ সময় আছিল। পুৱাভাগত তেখেতক লগ পোৱা নগৈছিল, কাৰণ, ১০।১১ বজাৰ আগতে টাৰিপাটি এৰাৰ অভ্যাস তেখেতৰ নাছিল। এই নিয়ম তেখেতে কিমান দিনৰ আগৰপৰা পালি আহিছিল নাজানো ; কিন্তু ১৯২৮।২৯ চনত আমাৰ বিদ্যাৰ্থী জীৱনৰ তেজপুৰীয়া কালত তেখেতৰ দিনচৰ্যাৰ অনুক্ৰম এনেকুৱাই আছিল। দিনৰ পিছবেলা অন্যান্য কামত চকু দিয়ে, সভা-সমিতি থাকিলে তালৈকো যায়, সন্ধিয়াৰ পিছৰপৰা লিখা-পঢ়াত বহে।

'শ্ৰীকৃষ্ণ' গ্ৰন্থ এই সময়-নিৰূপিকা অনুসৰণ কৰিয়ে লিখিছিল। তেখেতৰ উচ্চতাৰ কাষ চাপিব পৰা আন প্ৰতিষ্ঠাৱান সাহিত্যিকৰ নিচিনাকৈ পুৱা-গধূলি সাহিত্যানুৰাগীসকলৰদ্বাৰা পৰিবেষ্টিত হৈ থকা দৃশ্য আমাৰ চকুত পৰা মনত নপৰে।

নিজৰ ৰচিত গ্ৰন্থ একোখন গোহাঞিবৰুৱাৰ মানত একো একোটি মানস-পুত্ৰ। 'লীলা' কাব্যৰ সন্তান হেৰুওৱা ধৰ্মপত্নীক নতুনকৈ প্ৰকাশিত হোৱা গ্ৰন্থ এখনক মানস পুত্ৰৰূপে দেখুৱাই বুজনি দিয়াৰ বিৱৰণে মাতৃ হৃদয়ত কিমানখিনি সংবেদনৰ ঢৌ তুলিব পাৰে সেই কথাৰ ঔচিত্য-বিচাৰ নকৰিও এই কথা কব পাৰি যে গোহাঞিবৰুৱাই নিজৰ সাহিত্যকৃতিক পৰম গৌৰৱ আৰু মমতাৰ দৃষ্টিৰে আতোল-তোলকৈ লালন কৰিছিল। কোনো কিতাপ

প্ৰকাশিত হোৱাৰ পিছত তাক আলৈ-আথানি হুবলৈ বা এচুকত দ'ম হৈ পৰি থাকিব নিদিছিল। চিঠি-পত্ৰেৰে হলেও বিভিন্ন দুৱাৰত টুকুৰিয়াই সেইবোৰ বেচা যোৱাৰ দিহা কৰিছিল। নিজৰ গ্ৰন্থক সংস্কৃত বা পৰিবৰ্ধিত কৰাৰ আৰু দ্বিতীয়, তৃতীয় তাঙৰণ প্ৰকাশ কৰাৰ সুযোগ সেইকালত গোহাঞিবৰুৱাৰ বাহিৰে আৰু কেইজনে পাইছিল সতকাই মনত নপৰে। ইয়াৰপৰাই তেখেতৰ সকলো কাম নিষ্ঠাৰে নিয়াৰিকৈ কৰিব পৰা পাৰগ-স্বভাৱৰ পৰিচয় পোৱা যায়। নিজৰ জীৱন-কালতে নিজৰ সকলো গ্ৰন্থ গোটাই ছপাই গ্ৰন্থাৱলীৰ আকাৰে প্ৰকাশ কৰি পিছৰ কালৰ গুণমুগ্ধসকলৰ কাম উজু কৰি থৈ যোৱা অসমীয়া সাহিত্যিক একমাত্ৰ পদ্মনাথ গোহাঞি-বৰুৱা। কাৰো সহানুভূতি সহায়তালৈ বাট নাচাই, আৰ্থিক আলৈ-আহুকাললৈ কেৰেপ নকৰি আৰু আগুৱাই অহা বৃদ্ধত্বকো লাই নিদি বৃহৎ শ্ৰমৰ গধুৰ দায়িত্ব দুই বাহুৰে আঁজুৰি পালন কৰিছিল। পিছৰ কালত পাবলগীয়া সকলো যশস্যাৰ ভাগ জীয়াই থাকোঁতেই পোৱাৰ সৌভাগ্য গোহাঞিবৰুৱাই কপালত লৈ অহা নাছিল। এই দুৰ্ভাগ্যই যদি শাপে বৰ হৈ আজি তেখেতৰ মোল ধৰা পৰাৰ কাৰণে পৰিৱেশৰ সৃষ্টি কৰে তেনেহলে আনন্দৰ কথা হব।

সাহিত্য-শিল্পী স্বৰূপে গোহাঞিবৰুৱা আছিল শিলাকুটী সদৃশ। লক্ষ্মীনাথ বেজবৰুৱা আছিল আঁচ-অংকনৰ চিত্ৰশিল্পী যেনুৱা। আঁচ বিস্তাৰ কৰা চিত্ৰৰ কাৰণে তেখেতৰ পদ্য গদ্যই ততালিকে ৰূপ লৈছিল সেইবোৰ ঘঁহা পিহা কৰাৰ কাৰণে তেখেতৰ অৱসৰ নাছিল আৰু তাৰ কাৰণে প্ৰয়োজনো অনুভৱ কৰা নাছিল। কাপৰপৰা নিজৰি ওলোৱাৰ পিছত ঘূৰাই-পকাই ঘঁহি-মাজি নিমজ কৰাৰ প্ৰয়াস তেখেতে নকৰিছিল। বেজবৰুৱাৰ ৰচনা উপজিয়ে ৰঙা হৈ ওলাইছিল। গোহাঞিবৰুৱাই তেখেতৰ প্ৰতি ৰচনাতে শিলাকুটীৰ নিচিনাকৈ কাপ-নৰণী চলাইছিল। কাপেৰে লিখি প্ৰয়োজন বুজি নৰণীৰে মুচি আকৌ লিখিছিল, শিলাকুটীৰ বটালিৰ নিচিনাকৈ ঘূৰাই-পকাই চাই সুখ নহালৈকে ভাবিগুণি শব্দৰ প্ৰয়োগ কৰিছিল। মনে খোৱা ৰূপ এটা লোৱা যেন পালেহে তেখেতে কেতিয়াবা একোটা বাক্যক 'হ'ল' বুলি চৰমতা দান কৰিছিল। তেখেতে নিজেই প্ৰকাৰান্তৰে

এই কথা ছাত্ৰাৱস্থাত থাকোঁতে এই লিখকক কৈছিল। তেজপুৰত উষা ছাত্ৰ-সভা নামৰ এখন দেওবৰীয়া ছাত্ৰ-সভা আছিল। এবাৰ বহাগ বিহুৰ উপলক্ষে এটি কবিতাৰ প্ৰতিযোগিতা পতা হৈছিল। কবিতাৰ বিষয় আছিল 'নতুন বছৰ'। সেই প্ৰতিযোগিতাত যোগ দিবলৈ 'নতুন বছৰ' নামৰ কবিতা এটি লিখি দাখিল কৰাৰ আগতে মৰণত শৰণ দি গোহাঞিবৰুৱা ডাঙৰীয়াক দেখুৱাবলৈ নিছিলোঁ। গোহাঞিবৰুৱা ডাঙৰীয়াই এবাৰ চকু ফুৰাই চাই ভাল বেয়া একো নুবুলি কবিতাটো মোৰ হাতত ঘূৰাই দি ক'লে, "এতিয়া লৈ যোৱা, কেইদিন মানৰ পিছত আকৌ পঢ়ি চাবা, দৰ্কাৰ মতে সালসলনি কৰিবা আৰু পিছত দেখুৱাবা। সাহিত্যিক হব খুজিছা যেতিয়া, বোপা! এইষাৰ কথা জানি থবা—সাহিত্যিক বুলিলে এজন কাৰিকৰ, সুখ নাহে মানে কটাকে কাটিবা, চঁচাকে চাঁচিবা, তেহে কাম ভাল হব।" সেই উপদেশ - হৃদিগত কৰি কবিতাটোৰ বহুত সাল-সলনি কৰিলোঁ। প্ৰতিযোগিতালৈ অহা কবিতাখিনিৰ পৰীক্ষক আছিল স্বৰ্গীয় লক্ষ্মীধৰ শৰ্মা। মোৰ এই কবিতাটোৱেই এইবাৰ প্ৰথম স্থান পাইছিল। গোহাঞিবৰুৱাদেৱৰ উপদেশ বাণীষাৰ আজিও যথাযথভাৱে মনত আছে। ন-লিখকসকলৰ উপকাৰত আহিব বুলি ভাবিহে ব্যক্তিগত কথা হলেও অৱতাৰণা কৰাৰ আৱশ্যকতা বোধ কৰিলোঁ।

গোহাঞিবৰুৱাই সাহিত্য-চৰ্চাৰ এই নীতি আপুনি আচৰিহে পৰক শিকাইছিল। তেখেতৰ জীৱদ্দশাতে ওলোৱা দ্বিতীয় সংস্কৰণৰ পুথিৰ লগত প্ৰথম সংস্কৰণখন ৰিজাই চালে এই কথাৰ বহুত দৃষ্টান্ত ওলাই পৰিব। তেখেতে নিজহাতে প্ৰস্তুত কৰা পাণ্ডুলিপিবিলাক পোৱাহেঁতেন কিজানি এনে শিলাকুটীসুলভ নিবেশপূৰ্ণ বাংময়-সাধনাৰ নিদৰ্শন অধিক ভৰকালৰূপে দেখিবলৈ পালোহেঁতেন। আমাৰ বিশ্ৰুত সাহিত্যিকসকলৰ সংগ্ৰহালয় নথকাৰ হেতুকে এনেবোৰ সুবিধাৰপৰা আমি বঞ্চিত হৈ আছোঁ।

পদ্মনাথ গোহাঞিবৰুৱাৰ প্ৰতিভা আৰু সাধনাই অসমীয়া সাহিত্য ক্ষেত্ৰত বহু ধাৰাৰে স্ফূৰ্তি মেলিছিল। ইয়াৰ কোনোটোকে ভৰা স্ফূৰ্তি বুলি কব নোৱাৰিলেও বয়সৰ বাৰি পৰি মৰিশূঁতি হবলৈ গোহাঞিবৰুৱাই এটাকো এৰি দিয়া নাছিল। সকলোতে হাত পকাবলৈ গলে কোনো এটাতো

সিদ্ধহস্ত হব নোৱাৰি বুলি বুঢ়ালোকে কোৱা শুনিছোঁ। পিছে গোহাঞিবৰুৱাই যিহতে হাত দিছিল তাতে গ্ৰহণযোগ্য সফলতা অৰ্জন কৰিব পাৰিছিল। তেখেতৰ ভালেখিনি গ্ৰন্থ পাঠ্যপুথিৰ অভাৱ মোচনৰ কাৰণে লিখা উদ্দেশ্যমুখী সাহিত্যকৰ্ম। উদ্দেশ্যমুখী হলেও কোনেও এই কথা কব নোৱাৰে যে সেইবোৰ কেৱল সময়ৰ শৰৰূপী তলখলপীয়া পুথি। গোহাঞিবৰুৱাৰ "অসম বুৰঞ্জী" পাঠ্যপুথি আছিল, কিন্তু তাৰ মূল্য আজিও হেৰাই যোৱা নাই। আজিও ইতিহাসৰ কথা প্ৰসংগত লিখকসকলে তেখেতৰ বুৰঞ্জীৰ প্ৰমাণ শ্ৰদ্ধাৰে উল্লুকিয়ায়; সাক্ষীৰূপে উদ্ধৃত কৰে। তেখেতৰ "জীৱনী-সংগ্ৰহ" উনৈছ শতিকাৰ পুৰোগত অসমীয়া পুৰুষসকলৰ আৰু লগতে অসমীয়া জীৱনৰ আলেখ্যৰূপে আজিও উজ্জ্বল হৈ আছে আৰু আগলৈকো থাকিব। "সাহিত্য-সংগ্ৰহ" একালৰ অপৰিহাৰ্য পাঠ্যগ্ৰন্থ। সংগ্ৰহ হলেও তাৰ বাছনি, বিষয় আৰু মান-সাম্যৰ ফালৰপৰা উৎকৃষ্ট গ্ৰন্থ সংগ্ৰহৰ পুথি হিচাপে পিছৰ যুগতো এখন আৰ্হি সংগ্ৰহ পুথি বুলি গৃহীত হৈছিল। 'নীতিশিক্ষা'ৰ আগ, মাজ আৰু শেহ, কেউছোৱা পুথিৰ লগত ৰিজাই আজিৰ ভাল বোলা পাঠ্যপুথি এখন কোন গুণত ভাল সুধিলে ঘপৰাই সদুত্তৰ দিয়া টান হব। সেইদৰে উপন্যাস, নাটক, কবিতা, তত্ত্বকথাৰ প্ৰবন্ধ আদি সকলোতে গোহাঞিবৰুৱাৰ সাহিত্যকৃতিয়ে সৰ্বশ্ৰেষ্ঠতাৰ গৌৰৱৰ কাৰণে হক থাপিত কৰিব নোৱাৰিব পাৰে কিন্তু এটা বিশিষ্টমান ৰক্ষা কৰিবলৈ যে সমৰ্থ হৈছিল সেই কথা কোনেও নুই কৰিব নোৱাৰে। এইটো অলপীয়া কৃতিত্বৰ কথা নহয়। বেজবৰুৱায়ো সাহিত্যৰ কেইবাটাও ৰূপ বিভাগত নিজৰ সৃষ্টি-শক্তিক নিয়োগ কৰিছিল। গোহাঞিবৰুৱাৰ দৰে তেখেতে কোনো বিভাগতে মানচ্যুত হব লগা নহৈছিল; কিন্তু উপন্যাসৰ ক্ষেত্ৰত সেই কৃতিত্ব ৰক্ষা নপৰিল। 'পদুম কুঁৱৰী'ৰ চৰিত্ৰবোৰৰ আত্মহত্যাৰ সংক্ৰামক বিকাৰে 'পদুম কুঁৱৰী' উপন্যাসকো হত্যা কৰিলে। 'পদুম কুঁৱৰী' উপন্যাসখন বেজবৰুৱাই দ্বিতীয়বাৰ হাত বুলাবলৈ ইচ্ছা কৰিছিল বুলি কোৱা শুনিছো, পিছে সেইটোও হৈ নুঠিল। 'পদুম কুঁৱৰী' উপন্যাসৰ বিফলতাই প্ৰমাণ কৰে যে নিষ্ঠাযুক্ত শ্ৰমৰ ব্যতিৰেকে প্ৰতিভাও কেতিয়াবা পংগু হয়।

সাংবাদিকতাৰ ক্ষেত্ৰত গোহাঞিবৰুৱাৰ দানৰ মোল আজিও ভালকৈ

ঠাৱৰ কৰা হোৱা নাই। ১৯০১ চনৰপৰা ১৯১৩ চনলৈকে এই ছোৱা কালত অসমত দৈনিক বাতৰি কাকত থকাৰ কথা দূৰাদপি দূৰ, সাদিনীয়া বাতৰি কাকত বুলিবলৈকো গোটেই অসমতে একমাত্ৰ 'আসাম বন্তি'য়েই বন্তিগছ জ্বলাই আছিল। তাৰ আগতে ১৮৯৪ চনৰপৰা ১৯০১ চনলৈকে কালিৰাম বৰুৱাই 'আসাম' নামৰ সাদিনীয়া বাতৰি কাকত এখন কোনোমতে চলাই আছিল। ১৯০১ চনৰপৰা 'আসাম বন্তি'য়েই একমাত্ৰ অসমীয়া বাতৰি কাকতৰূপে টিমিক ঢামাক পোহৰ বিলাই আছিল। ১৯১৩ চনত যোৰহাটৰপৰা 'আসাম বিলাসিনী'য়ে সাদিনীয়া হৈ আকৌ ভুমুকি মাৰি অকলশৰীয়া 'বন্তি'ৰ লগৰীয়া হ'ল। 'আসাম-বন্তি' চৈধ্য বছৰ একেৰাহে সাদিনীয়াকৈ চলি পিছত পষেকীয়া হ'ল আৰু শেষলৈকে পষেকীয়া হৈ থাকিয়েই গোহাঞিবৰুৱাৰ জীৱন বন্তিৰ লগত অগা-পিছাকৈ নুমাল। তেতিয়াৰ দিনত অসমত বাতৰি কাকত চলোৱাৰ অসুবিধাৰ অন্ত নাছিল। এনেয়ে পঢ়োঁতাৰ সংখ্যা তাকৰীয়া, তাতে কলিকতীয়া বঙলা বাতৰি কাকতৰ অবাধ ৰাজত্ব। 'হিতবাদী', 'বসুমতী' আদি বঙলা দৈনিক সাপ্তাহিক আমাৰ সৰু কালিত গাঁৱে-ভূঞে দেখা পাইছিলোঁ। এইবোৰ আছিলেই, তাৰ উপৰিও আৰ্থিক অনাটন, বাতৰি পৰিবেশন কৰাৰ অসুচলতা আদি নানা অসুবিধাই কাকত চলাওঁতাক জুমুৰি দি ধৰিছিল। কিছুমান কথাত প্ৰতিশব্দৰ অভাৱেও সম্পাদকসকলক ঠেকত পেলাইছিল। সম্পাদকজন প্ৰতিদিনেই শব্দ নিৰ্মাতা হ'বলগীয়া দশাত পৰিছিল। প্ৰশাসনীয় আৰু ৰাজনৈতিক বিবিধ পৰিস্থিতিত উদ্ভৱ হোৱা আচহুৱা বিষয় আৰু অৰ্থৰ বোধ দিব পৰা নতুন নতুন শব্দ নিতৌ লগা হৈছিল।

সেইবোৰ শব্দ নিৰ্মাণ কৰিবলৈ হাতত প্ৰচুৰ সময়ো নাছিল, ততালিকে ভাবি উলিয়াব লগা হৈছিল। এনেবোৰ শব্দ গোহাঞিবৰুৱাই ভাবি উলিয়াইছিল আৰু তাক আঁকোৰ গোজালিকৈ ব্যৱহাৰ কৰিছিল। তেনেকুৱা বহুত শব্দ নিৰ্বিবাদে অসমীয়া ভাষাত সোমাই নিগাজীকৈ ঠাই কৰি ললে। তাৰে দুই-চাৰিটা শব্দ অপ্ৰয়োজন আৰু অব্যৱহাৰত আজি মামৰে ধৰা যেন হলেও গোহাঞিবৰুৱাই এটা বাট দেখুৱাই থৈ গ'ল। গোহাঞিবৰুৱাৰ শব্দ নিৰ্মাণৰ মূাই নীতি আছিল নতুন শব্দক অসমীয়া ঠাঁচত গঢ় দিয়া, লাগিলে

পুৰণি শব্দক অভিধানৰ ৰবঘৰপৰা চ'ৰাঘৰলৈ উলিয়াই কামত লগোৱা। সংস্কৃতৰ ওচৰত হাত পতাত তেওঁৰ আপত্তি নাছিল কিন্তু ঘৰুৱা আৰু পূৰ্বৰপৰা প্ৰচলিত অসমীয়া শব্দক যদি অলপ পোনাই-পজৰাই ললে কাম চলে তেনেহলে তেনেকুৱা শব্দক তেখেতে আগবাছনি দিছিল। চাকৰিত অসমীয়া যোগ্যালোকে প্ৰথম সুযোগ পাব লাগে, এই কথা গোহাঞিবৰুৱাই 'আসাম বন্তি'ত দঢ়াই আছিল। এই সংক্ৰান্তত ইংৰাজী "Preference" শব্দটোৰ অসমীয়া প্ৰতিশব্দ লগা হৈছিল, গোহাঞিবৰুৱাই তাৰ প্ৰতিশব্দ কৰিছিল "আগবাছনি"। এইষাৰ অসমীয়াত পূৰ্বাপৰ চলি থকা শব্দ-যোজনা নহয়, কিন্তু আগভাগ, আগধন, আগচাউল আদি চলিত শব্দৰ লগত মিল থকাত আগেয়ে মুশুনা শব্দ যেনো নালাগিল। আজিকালি সকলোৱে জাননী বা বিজ্ঞাপন দিয়ে; গোহাঞিবৰুৱাই 'আসাম বন্তি'ত "জাননী মেলিছিল।" ভাবি চালে ইংৰাজী "Advertise" ক্ৰিয়াটোৱে অকল জনোৱা বা খবৰ দিয়াকে নুবুজায়, যিমান সম্ভৱ সিমান মানুহৰ মাজত খবৰটো বিস্তাৰ কৰাহে বুজায়। এনে স্থলত "জাননী মেলা" কথাষাৰ বেছিকৈ খাঁজে-খোপে খায়। জাননী মেলা বুলি কোনো ঠাঁচ অসমীয়াত শুনা নাই, মুশুনিলেও অসমীয়া সাজ পিন্ধি ওলোৱাত কেনেবা কেনেবা যেনো লগা নাই। "Testimonial" শব্দটোৰ প্ৰতিশব্দৰূপে 'আসাম-বন্তি'ত "সমৰ্থন-পত্ৰ" এই ক্ষেত্ৰত গোহাঞিবৰুৱাই সংস্কৃতৰ সহায়তা লবলৈ ইতস্ততঃ কৰা নাই। এইদৰে গোহাঞিবৰুৱাৰ শব্দশালৰপৰা ভালেখিনি ন ন শব্দ ওলাই একালত অসমীয়া ভাষাৰ উপস্থিত অভাৱ পূৰণ কৰিছিল।

বিদেশী বা গোহাঞিবৰুৱাৰ কথাত কবলৈ গলে বিভাষী শব্দৰ প্ৰতিও তেখেতৰ অশ্ৰদ্ধা নাছিল। বহুত বিভাষী শব্দ তেখেতে ব্যৱহাৰো কৰিছিল আৰু তাৰে কোনোটোহঁতক অসমীয়া সাজ পিন্ধাই দিছিল। পাৰ্লামেণ্ট মহাসভা, বৃটিছ গৱৰ্ণমেণ্ট, প্ৰেচিডেণ্ট, ৰেল কোম্পানী আদি শব্দ তেখেতে নিৰ্ভয় হৈ ব্যৱহাৰ কৰিছিল। বিভাষী শব্দ ব্যৱহাৰ কৰা সম্বন্ধে তেখেতে সাহিত্য সভাৰ অভিভাষণত এইদৰে স্পষ্ট মত প্ৰকাশ কৰিছে :

> "সাৱধানে নিজৰ জাতীয় সাঁচত মাৰি লব জানিলে বিদেশী বা বিভাষী শব্দই কোনো জীয়া ভাষাৰ ওপৰত বল কৰিব নোৱাৰে। অসমীয়া সাহিত্যত

সেই কথা নিখুঁতকৈ মহা প্ৰতিভাশালী লিখক শঙ্কৰদেৱৰ সুকৌশলী-কাপ-নৰনিয়ে সেই বিভাৰী শব্দ, বচন-ভঙ্গী আৰু শব্দাৱলী অসমীয়া সাহিত্যত এনে নিমজকৈ খাপ খুৱাই থাপিলে যে সোণত সুৱগাৰ দৰে, অসমীয়া সুৰত সি একেবাৰে ৰঞ্জিতা খাই মিলি গ'ল, তাৰ গুণত অসমীয়া পদত একেৰিও ঘূণ নালাগি তাৰ লালিত্যহে বাঢ়িল।"

ওপৰত কৈ অহা কথাখিনিৰপৰা শব্দ গঠনেই গোহাঞিবৰুৱাৰ প্ৰধান বৰঙণি বুলি যেন কোনেও ভুল ধাৰণা নকৰে। তেতিয়াৰ দিনৰ সমস্যাসমূহৰ সমাধানপূৰ্ণ স্পষ্ট অভিমত 'আসাম বন্তি'য়ে জনাই আছিল। সম্পাদকীয় শিতানৰ সাজত লগা সবল ভাষাও এই 'আসাম-বন্তি'ৰ বিশেষত্ব আছিল। উদাহৰণ স্বৰূপে ১৯০৫ চনৰ ৭ জুলাই তাৰিখৰ 'আসাম-বন্তি'ত ওলোৱা 'পূৰ্ববঙ্গ আৰু আসাম প্ৰদেশ' আৰু 'নতুন প্ৰদেশৰ ৰাজধানী' শীৰ্ষক সম্পাদকীয় লেখাটিৰ উদ্ধৃতি কৰা হ'ল। ইমান পুৰণি 'আসাম-বন্তি' পাবলৈ নাই, সেইদেখি বিস্তৃত উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। ১৯০৫ চনৰ বংগভংগ ভাৰতীয় ৰাজনৈতিক জীৱনৰ এটি সুদূৰ প্ৰভাৱী ঘটনা। তাৰ পৰিণাম অসমৰ কাৰণেও ব্যাপক আৰু আশংকা আছিল। এই বিষয়ে উক্ত সংখ্যাৰ 'আসাম-বন্তি'ত গোহাঞিবৰুৱাদেৱে লিখিছিল। লগতে ৰাজধানীৰ স্থান সম্বন্ধেও কিমান দূৰদৰ্শিতাৰ সমাধান দিছিল তাৰ প্ৰমাণ পোৱা যায়।

## পূৰ্ববঙ্গ আৰু আসাম প্ৰদেশ

"বঙ্গদেশৰ পৰা খনদিয়েক ডিষ্ট্ৰিক্ট আঁতৰাই আসামৰে সৈতে লগ লগাবলৈ কৰা প্ৰস্তাৱ পাৰ্লেমেণ্ট মহাসভাৰ ভাৰতমন্ত্ৰী মিঃ ব্ৰড্ৰিক চাহাবে অনুমোদন কৰিলে। ঢাকা, ৰাজচাহী, চিটেগঙ, আসামেৰে সৈতে লগ লগা ঠিক হ'ল আৰু লৰ্ড কৰ্জনৰ বিভাপ দেশত ফাটিফুটি গ'ল। আসামৰ নামও অন্তৰ্ধান হব লগা হৈছিল, কথমপি ৰক্ষা পৰিছে, কিন্তু আসামৰ জাতীয় উন্নতি জয় পৰিল। বৃটীছ গৱৰ্ণমেণ্টে বঙ্গদেশ লবৰ আজি ডেৰ-শ বছৰ হ'ল আসাম লবৰ মুঠে ৮০ বছৰ হৈছে। এই দুই দেশৰ যে তাৰতম্য অনেক হব তাক কোনো দুঠেঙীয়াক বুজাই কব নেলাগে, লৰ্ড কৰ্জনকে বুজাব নেলাগিছিল। তেওঁ বুজিও নুবুজা

হৈছে। তেওঁ আমাৰ সৰ্বনাশ কৰিবলৈ অকনো আশঙ্কা নকৰিলে। প্ৰথমে আমাৰ দেশ বঙ্গদেশৰ শাসনৰ অধীনত আছিল, আৰু এজন লেফ্‌টেনেণ্ট গৱৰ্ণৰে শাসন কৰিছিল, আৰু তেনেকৈয়ে ডেৰকুৰি বছৰ আছিল, কিন্তু বঙ্গদেশৰে সৈতে আমাৰ জাতীয় উন্নতি একেলগেই সাধন নহয় যেতিয়া বুজিলে আৰু যেতিয়া জানিলে যে বেচিদিন ইংৰাজৰ তলত থাকি বহুত সুবিধা কৰি লৈ বঙ্গদেশ আৰু অলপদিনীয়া আসামেৰে সৈতে তাক লগ লগাই উন্নতি কৰা অসাধ্য তেতিয়াই ৮৭৭ চনত আমাক বেলেগকৈ দিলে। তেতিয়াৰে পৰা আমাৰ জাতীয় উন্নতিৰ লক্ষণ দেখা হল আৰু তেতিয়াৰে পৰা আমি উন্নতিৰ বাটত আগুৱাবলৈ ধৰিছো, বাটত থিয় দণ্ডা দিওঁতেই ইংৰাজৰ তলত বহুদিন থাকি বেচি বল পোৱা বঙ্গদেশৰে সৈতে একেলগে বাট বুলিবলৈ ৰাজনীতিজ্ঞ লৰ্ড কৰ্জন চাহাব বাহাদুৰে আমাক লগাই দিছে। লৰ্ড কৰ্জন বাহাদুৰ, তোমাৰ বল আছে কৰিলা. পঢ়াশুনা জানা কাৰণে নানা প্ৰকাৰে উত্তৰ দি ভুৱা দিবলৈ বিচাৰিছিলা. তোমাৰ প্ৰস্তাব বুদ্ধিমতী বঙ্গই নেকানেক কৰি তন্ন তন্ন কৰি তোমাৰ ভুল দেখুৱালে। তেওঁবিলাকৰ তোমাৰ প্ৰস্তাবৰ বিপৰীত আচৰিবলৈ একো স্বাৰ্থ নাছিল, তুমি কাৰো কথা নুশুনিলা, যি কৰিম বুলি লাগিলা কৰিলা, বঙ্গদেশ ফালিম বুলি ধৰিলা ফালিলা আৰু আমাক খাও বুলি মুখ মেলিলা থালা। কিন্তু, জানিবা, সকলো দেশতে ঈশ্বৰ আছে আৰু মানুহে কৰিব নোৱাৰা কাম ঈশ্বৰে কৰিব পাৰে। বঙ্গদেশৰ পৰা আঁতৰাব খোজা কেথনৰে সৈতে আমাৰ এজন লেফটেনেণ্ট গৱৰ্ণৰ হব। বঙ্গদেশৰ লগ লগাব খোজা ডিষ্ট্ৰিক্টকেথন আসামত লগ খোৱাতকৈ যে আসাম সিহঁতৰ লগত লগ খাই অস্তিত্ব নাইকীয়া হব তাৰ কথা আমাৰ মাননীয় চিফ কমিচনাৰ মিঃ ফুলাৰ চাহাব বাহাদুৰে পুৰ্বেই বেছকৈ কৈছিল, আৰু ই বাস্তবতে নিৰ্ভুল ভৱিষ্যত।”

## নতুন প্ৰদেশৰ ৰাজধানী

“তেনেহলে আৰু আমাৰ অন্য কোনো আশা নাইনে? আশাৰ ভিতৰত এই যে, যদি কাকুতি-মিনতি নতুনকৈ হোৱা দেশৰ ৰাজধানী ঢাকাত বা অইন ঠাইত নেপাতি আসাম উপত্যকাৰ এখন নগৰত স্থাপিত কৰিব পাৰি। এই প্ৰস্তাবৰ লগে লগে ঢাকাত ৰাজধানী পতাৰ কথাও উঠিছে। সেয়ে হ'লে যে আমাক একেবাৰে সৰ্বস্বান্ত কৰা হব তাৰ ধনিষ্ঠা মানো সন্দেহ নাই। এই বিষয়ে আমাৰ আশা মাননীয় মিঃ ফুলাৰ চাহাবৰ ওপৰত। ঢাকাত ৰাজধানী নেপাতি

আসাম উপত্যকাত পণ্ডাৰ কাৰণ আন কৰ নোৱাৰে। কেৱল অসমীয়া মানুহে মান পাৰে যদি অলপ উৎসাহ লক আৰু ৰাজধানীৰ বলত অলপ বল পাই গা টঙাওক। বঙ্গদেশৰ ৰাজধানী কলিকতাত পণ্ডাত যে গোটেই বঙালীবিলাকে বল পালে আৰু বলতে সমস্ত জাতিটোৱে গা কৰিলে তাক কোনেও মুই কৰিব নোৱাৰে।"

[ আসাম বন্তি ১৯০৫, ৭ জুলাই ]

গদ্য-ৰচক হিচাপে গোহাঞিবৰুৱা কথা-চোবোৱা বিধৰ নাছিল। কবলগীয়া কথাক অলাগতিয়ালভাৱে পল্লৱিত কৰাৰ মোহে তেখেতৰ লেখনীক আচ্ছন্ন নকৰিছিল। নিগুটি কথাখিনি নিৰহ-নিপানীকৈ যথোচিত শব্দেৰে কোৱাইº তেখেতৰ স্বভাৱ আৰু গুণ। শব্দবোৰৰ বৃত্তি বা শক্তিক তেখেতে যথাসাধ্য কামত খটাইছিল। এটা শব্দই যিমানখিনি দ্যোতনা দিব পাৰে তাক তেখেতে আদায় কৰি এৰিছিল। প্ৰকৃতাৰ্থক পূৰ্ণোজ্জ্বল কৰি প্ৰকাশ কৰিবলৈ যি শব্দৰ প্ৰয়োজন হয় তেনে শব্দক তেখেতে ভাবিগুণি বিচাৰি লৈছিল। কেতিয়াবা দুটা শব্দ সাঙুৰি অধিক মহিমা ফুলাবলৈ যত্ন কৰিছিল। জুখি-মাখি অলংকাৰ ব্যৱহাৰ কৰিলেহে গদ্য-ৰচনাৰ সৌষ্ঠৱ আৰু উদ্দেশ্যসাধন, দুয়োটাই সমানে ৰক্ষা পৰে। অত্যধিক অলংকাৰৰ হেঁচাত গদ্য ৰচনা কেতিয়াবা জঠৰ হয় আৰু কেতিয়াবা ঘাই কথাৰ গুৰুত্ব তল পৰে।

কবলগীয়া কথাক শুহি পেলাব নোৱৰাকৈ অলংকাৰ লগাব জনা গদ্য-ৰচকৰ এটা ডাঙৰ গুণ। এই গুণ গোহাঞিবৰুৱাৰ আছিল। তেখেতৰ 'শ্ৰীকৃষ্ণ' গ্ৰন্থৰ পাতে পাতে এই গুণ জলমলীয়া হৈ আছে।

লক্ষ্মীনাথ বেজবৰুৱাও এই একে সময়ৰে এজন উৎকৃষ্ট গদ্য লেখক। কথাক পল্লৱিত কৰাৰ স্বভাৱে তেখেতক লগ এৰা নিদিছিল। এনে স্বভাৱৰ গুণতে তেখেতে কোনো সময়ত গম্ভীৰ বিষয়কো কথাৰ মাৰিহাৰে লঘু যেন কৰি গুৰুত্বৰ হ্ৰাস ঘটাইছিল। পদ্মনাথ গোহাঞিবৰুৱাই গাম্ভীৰ্য নেহেৰুৱাই-ছিল আৰু কবলগীয়া কথাখিনি প্ৰকাশ কৰিবলৈ যিমানখিনি বাক্য লাগে তাতকৈ অধিক বাক্য খৰচ নকৰিছিল। কথা-ফেনেকা বিদ্যাত তেখেত সমূলি অপাৰগ আছিল। একেটা বিষয়ৰ একেখিনি কথাকে অসমীয়া সাহিত্যৰ দুজন ৰৰমূৰীয়া লেখকে দুটা ভংগীত কেনেকৈ লিখে তাৰ দৃষ্টান্ত দুইজনৰ সাহিত্য

সভাৰ অভিভাষণৰ ছুছোৱা পঢ়িলে বঢ়িয়াকৈ বুজা যাব। এজনে প্ৰয়োজনীয় কথাখিনি উপযুক্ত শব্দ-বাছনিৰে যথাৱশ্যক বাক্যসংখ্যাৰে প্ৰকাশ কৰিছে। আৰু এজনে হাস্য-কৌতুকেৰে বাগ্‌বিস্তাৰ কৰি পাঠকৰ মন বিষয়ৰ গুৰুত্বৰ-পৰা একাষৰীয়া কৰিছে, কিন্তু তথাৰ ফালৰপৰা নিটোল হৈ থকা নাই। বিষয়টো হৈছে ১৮৩৬ চনৰপৰা ১৮৭১ চনলৈকে অসমত বঙলা ভাষাৰ প্ৰচলন আৰু তাৰ গুৰিকথা। অসম সাহিত্য-সভাৰ প্ৰথম অধিবেশনৰ (১৯১৭) সভাপতি গোহাঞিবৰুৱাই সেই কথা এইদৰে লিখিছে:

"এনেতে এদল স্বাৰ্থপৰ অসম-প্ৰবাসী বঙালীয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ আগত ভেটা মাৰি ধৰিলে। সিবিলাক চৰ্কাৰি চাকৰি প্ৰত্যাশী লোক, গতিকে অসমীয়া ভাষা ৰাজভাষা হৈ টিকিব লাগিলে সিবিলাকৰ স্বাৰ্থত বিঘিনি ঘটে আৰু ভৱিষ্যত আন্ধাৰ হয়। সেই কাৰণে অসমীয়া ভাষাৰ স্বকীয় সাহিত্য নাই ই বঙলা ভাষাৰ অপভ্ৰংশ মাথোন ইত্যাদি ঠগ বুজনিৰে সৈতে সিবিলাকে সেই কালৰ বৃটিছ কৰ্মচাৰীসকলক ভুৱা দি অসমীয়া ভাষাৰ ঠাইত বঙলা ভাষাক ৰাজভাষা কৰাই ললে আৰু পঢ়াশালিতো বঙলা সাহিত্যক অধিকাৰ দিয়ালে। তাৰ ফলত অসমীয়া ভাষাই দহবছৰ মাথোন বৃটিছ ৰাজৰ আদৰ পোৱাৰ পিচত, ১৮৩৬ খৃষ্টাব্দত সি আকৌ এৰা পৰিল। তেতিয়াৰে পৰা ১৮৭১ খৃষ্টাব্দত বঙ্গ-প্ৰদেশৰ তুৰলীয়া লাট মহাত্মা চাৰ জৰ্জ কেম্বেল চাহাব বাহাদুৰে দয়া কৰি বঙলা ভাষাৰ ঠাইত আকৌ অসমীয়া ভাষাক ৰাজভাষা ( Court Language ) পাতি আদালত আৰু পঢ়াশালিত ঠাই দিয়ালৈকে এই ৩৫ বছৰ কাল বঙলা ভাষাই অসমত একাধিপত্য কৰে আৰু তাৰ হেঁচাত অসমীয়া সাহিত্যৰ অস্তিত্ব হেৰাবলগীয়া হয়। কেম্বেল কৃপা লাভ কৰাৰ পিচতো বঙলা সাহিত্যই বে-দখল কৰা ঠাই সম্পূৰ্ণকৈ এৰুৱাই লবলৈ অসমীয়া সাহিত্যক আৰু ভালেমান দিন লাগিব।"

লক্ষ্মীনাথ বেজবৰুৱাই এই কথাকে ১৯২৪ চনৰ সপ্তম অধিবেশনৰ সভাপতিৰ অভিভাষণত এনেদৰে কৈছে:

"তাৰ পিচত ইংৰাজ ৰাজত্ব আহিল, দেশৰ ত্ৰাহিৰাম গুচিল। কিন্তু ভাষা আৰু সাহিত্যৰ পক্ষে এক নতুন 'ত্ৰাহিৰাম দাৰোগা' উপস্থিত হ'লহি, যি দাৰোগাৰ দৌৰাত্ম্যত অসমীয়া সাহিত্যৰ মুলুকত আকৌ ত্ৰাহি ত্ৰাহি লাগি পৰিল। অসমত ইংৰাজ ৰাজকাৰ্য্য চলোৱা যন্ত্ৰৰ কেৰাণীসকল বঙালী আছিল।

তেওঁলোকে চল পাই যন্ত্ৰৰ কাণত মন্ত্ৰ দিলে যে অসমীয়াৰ মাত বঙলা ভাষাত চলাব লাগে ; অৰ্থাৎ ধৰক তেওঁলোকে কৈ দিলে যে খোলৰ বোল ঢোলৰ ; মইনাৰ মাত শালিকাৰ, ধৰ্মেশ্বৰৰ মাত কৰ্মেশ্বৰৰ, এবমেৰ। বোলে যাৰ পো মেলত নাই, সি গোধীয়া, অসমীয়া সেই মেলত নাছিল। কাৰণ তেতিয়া অসমীয়া ন-কৈ ধৰা হাতী তেতিয়াও অসমীয়া ভালকৈ জাতি হোৱা নাই বৈঠ পৰা নাই আৰু অসমীয়াৰ পিঠিত গাদী পৰা নাই। বিদেশী যন্ত্ৰীয়ে ঘাইকৈ চালে, তেওঁৰ মন্ত্ৰটো যেনে তেনে মতে চলক ; সেই দেখি দিলে সেই কথাত মত, আৰু চলালে অসমত বঙলা, পৰিল অসমীয়া সাহিত্যৰ বুকুত বৰশিল ; আকৌ উঠিল ৰোল "ত্ৰাহি ত্ৰাহি"। অসমীয়া ভাষা আৰু সাহিত্যৰ পিঠিত সেই ঢকাটো বাঘ-ঢকা। এইটো চম্ভালোতেই কিছুকাল আমাৰ বিফলে গ'ল। বাস্তবিকতে এই ডোখৰ কাল অসমীয়া আৰু সাহিত্যৰ পক্ষে বৰ ভুৰ্দ্দিন। কিন্তু ৰাতি ঘোপমৰা এন্ধাৰ হলেও, তাৰ ওৰ আছেই। মেঘাচ্ছন্ন ৰাতিৰ শেহত পুৱৰ অৰুণ উদয় হ'ল।"

এই দুইছোৱা বিজাই চালে দেখা যায়, গোহাঞিবৰুৱাৰ ভাষণত তথ্য বেছি, ঐতিহাসিক ধাৰা অক্ষুণ্ণ ৰাখি বিনা বাগাড়ম্বৰে ঘাই কথাখিনিৰ পৰিপাটি বিৱৰণ আছে। বেজবৰুৱাই তেখেতৰ ভাষণত বিভিন্ন উপমা ৰূপকেৰে কথাক পল্লবিত কৰিছে। গোহাঞিবৰুৱাই যিটো কথা "ঠগ-বুজনি" এই শব্দটোৰেই পূৰাকৈ বুজাইছে, বেজবৰুৱাই সেই কথাকে "ঢোলৰ মাত", "শালিকাৰ মাত" "কৰ্মেশ্বৰৰ মাত" আদি পটন্তৰৰ অৱতাৰণা কৰি বিস্তাৰ কৰিছে। ইমান ঘূৰাই পকাই কোৱাৰপৰা যে বক্তব্য বিষয় বেছি ফটফটীয়া আৰু দৃঢ়তাব্যঞ্জক হৈছে তেনেও নহয়। লতা কোবোৱা ব্যংগ উপমাৰে মূল বিষয়টি ছাটি পেলালে। জঁাজ গুচাই তাক উলিওৱা টান হৈ পৰে। অসমীয়া জাতীয় জীৱনৰ গুৰুতৰ ঘটনা এটাক খুহুতীয়া সুৰত কথাৰ মেৰপাকেৰে আমোদীয়া কৰি বৰ্ণোৱাৰ একো প্ৰয়োজন নাছিল।

গোহাঞিবৰুৱাই বহুত গ্ৰন্থ লিখি থৈ গ'ল। আজি শতকান্তীয় পৃষ্ঠাবলোকনৰ সময়ছোৱাত সেইবোৰৰ মোলবিচাৰ যে যথোচিত নিৰপেক্ষ হ'ব তাক আশা কৰিব নোৱাৰি। শতবাৰ্ষিকীৰ প্ৰশংসামুখৰ দিনকেইটা পাৰ হৈ কিছুদিন যোৱাৰ পিছত তেখেতৰ এটাইবোৰ গ্ৰন্থই যে সমান দীপ্তিৰে সমালোচকৰ বিচাৰত শ্ৰেষ্ঠত্বৰ গৌৰৱ পাব এনে আশা কৰাও বৃথা। পাঠ্যপুথি আজিকালিৰ পঢ়াশালিৰপৰা আঁতৰিল। 'লাচিত বৰফুকন'

'জয়মতী', 'গদাধৰ' 'সাধনী' বা 'বাণবজাই' বিছয়ে সংক্ৰান্তিয়ে এতিয়াৰ দিনৰ ৰংগমঞ্চত কেতিয়াবা ভুমুকি মাৰিলেও নাটকবোৰ প্ৰধানকৈ বিশ্ববিদ্যালয়ৰ বিভিন্ন মহলাৰ পাঠ্য-মৰ্যাদা লৈহে বৰ্তি আছে। 'জুৰণি', 'লীলা' আৰু 'ফুলৰ চানেকী'য়েও এইদৰে আত্মৰক্ষা কৰি আছে আৰু কিছুকাললৈ থাকিবও। কিন্তু তেখেতৰ ধেমেলীয়া নাটকেইখন অভিনয় শিল্পীৰ মানত আদৰৰ ধন হব নোৱাৰিলেও এটা যুগৰ গাঁৱলীয়া জীৱনৰ চিত্ৰৰূপে বহুত কাললৈকে সাহিত্যমোদীৰ আকৰ্ষণৰ বস্তু হৈ থাকিব।

সেই সমাজ, সেই জীৱন-ধাৰা অন্তৰ্হিত হলেও আত্মসচেতনতা থাকে মানে অসমীয়া মানুহৰ তাৰ প্ৰতি কৌতূহল লোপ নাপায়। এই সকলোবোৰ একাষৰীয়াকৈ থলেও অকল 'শ্ৰীকৃষ্ণ' গ্ৰন্থখনেই পদ্মনাথ গোহাঞিবৰুৱাক অসমীয়া সাহিত্যত অবিচ্যুত শ্ৰেষ্ঠ আসন দি থাকিব। অসমীয়া গদ্যৰ পৈণত আৰু মনোৰম চানেকিৰূপে, সজীৱ সুন্দৰ আৰু মনোগ্ৰাহী ইতিকথনৰ অনুকৰণীয় আৰ্হি বুলি, সংস্কৃত আৰু সৰুৱা অসমীয়া শব্দৰ সমিলমিল মধুৰ অথচ তেজস্বী ভাষাৰ নমুনা স্বৰূপে আৰু সৰ্বোপৰি ভাৰতীয় ইতিহাসৰ পুৰাণ আৰু পৰম পুৰুষজনাৰ ৰসাল জীৱন-বৃত্তান্তৰূপে, শ্ৰীকৃষ্ণ কথালৈ মানুহৰ হেপাহ থাকে মানে, গোহাঞিবৰুৱাৰ 'শ্ৰীকৃষ্ণ' গ্ৰন্থ অসমীয়া সাহিত্যৰ কালে মোলান পেলাব নোৱৰা আপুৰুগীয়া সম্পদ হৈ বিৰাজ কৰিব।

স্মৰণীয় সাহিত্যিকসকলৰ যশোবিস্তাৰ সাহিত্য-সেৱাৰে অংগীভূত কাম। তেখেতসকলৰ যশস্যা বিস্তৃত হলে সাহিত্যৰ প্ৰসাৰো বাঢ়ন-মুখী হয়, জাতীয় জীৱনও অলপ নহয় অলপ জীপ ধৰে।

# সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

লোকপ্ৰদত্ত একোটা উপাধি সভা-সমিতিত প্ৰস্তাৱ লৈ আনুষ্ঠানিকভাৱে দিয়া হয়। কোনোটো উপাধি একোজনৰ গাত লিপিট্ খাই ধৰে আপোনা-আপুনি—কোনো ৰজাৰ আজ্ঞা, বিদ্বৎ পৰিষদৰ সম্মতি অথবা সভা-সমিতিৰ ঘোষণা-পত্ৰক অৱলম্বন নোহোৱাকৈয়ে। বেজবৰুৱাৰ সাহিত্যৰথী উপাধিটো পিছৰ বিধৰ। এই উপাধি চৰকাৰে দিয়া নাছিল, সাহিত্য সভাৰ দৰে বিদ্বৎ গোষ্ঠীৰ সন্মান-পত্ৰৰ স্বীকৃতিও ইয়াত নাই। এই উপাধিৰ দেখাত কোনো কতপা নাই—ইয়াৰ নেদেখা কতপা হৈছে সমজ্যাৰজনে মনে মনে দিয়া ৰায়। এনে উপাধি প্ৰদানত ভুল বাছনি হব নোৱাৰে, পক্ষপাতিত্বৰ দোষেও ইয়াক নপৰশে। পৰ্বতৰ গৰ্ভত জলৰাশি ব্যাপকভাৱে সঞ্চিত হ'লেও এটি নিজৰা বা এখন নদীৰ স্ৰোত-ধাৰাইদিহে সি প্ৰকট হয়। সেইদৰে জনগণৰ মন-সাগৰত সঞ্চিত অনুভৱ একোজন মৰ্মজ্ঞ ব্যক্তিৰ উক্তিয়েদি উজাৰ খাই ওলায়। এনে উক্তিত ভেজনি নাথাকে, ভুল বাছনি বা পক্ষপাতিতাৰ দোষেও তাক চুব নোৱাৰে।

আমি শুনাত বেজবৰুৱাৰ নামৰ আগত 'সাহিত্যৰথী' উপাধি পোনতে জুৰি দিছিল স্বৰ্গীয় ৰত্নকান্ত বৰকাকতিয়ে। বৰকাকতি এজন মৰ্মজ্ঞ কবি আৰু সমালোচক আছিল। তেখেতে বেজবৰুৱাক বোলা প্ৰশংসা বাক্যাষাৰ অসমৰ ৰসিক জনগণৰ পুঞ্জিত মৌন স্তুতিৰ বাঙ্ময় বিগ্ৰহ মাথোন। সেই কাৰণেই আনুষ্ঠানিক আড়ম্বৰৰ কতপা নাথাকিলেও গোটেই সমাজে বিনা আসোঁৱাহে, নোপোৱাই পোৱাদি, যথাৰ্থ বিচাৰ বুলি গ্ৰহণ কৰিলে। সাহিত্যৰথী উপনামেৰে লক্ষ্মীনাথ বেজবৰুৱা এজন যথাৰ্থনামা পুৰুষ।



*সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা*

অর্জুনে হেনো এপাত কাঁড় হাতত লৈছিল ; সিয়ে ধনুত জোৰোতে দহপাত হৈছিল, জোৰৰপৰা উফৰি যাওঁতে সেই দহপাতেই এশপাত হৈছিল আৰু শেহাশেহিত হেজাৰপাত হৈ শত্রুৰ গাত পৰিছিলগৈ। সেইকাৰণে অর্জুন কুৰুক্ষেত্ৰ ৰণৰ মহাৰথী। একক হেজাৰ কৰিব পৰা জনেই মহাৰথী। লক্ষ্মীনাথ বেজবৰুৱা এজন হৈও হেজাৰজনত প্ৰবেশ কৰিছিল কেনেকৈ তাকে গমি চাওঁ ঃ

(১) লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়াৰ মনৰ 'মই সৰু' ভাবৰ কণকঠীয়া মাৰি 'মই কি' স্বৰূপৰ উপলব্ধিৰে বলাধান কৰিলে। চামনি পৰা জাতীয় চেতনাক পুনৰুজ্জ্বল কৰি প্ৰতিষ্ঠিত কৰিলে।

(২) চেমনীয়া আৰু ডেকা অসমীয়াৰ মনত সাহিত্য-কর্মৰ প্ৰতি প্ৰেৰণা যোগাইছিল বেজবৰুৱাই। লগে লগে ভাষা সাহিত্যৰ উত্ৰাৱল গতি দেখিলে অবাটে যাবলৈ নিদি কোঢ়ামুঠীয়া বাঘ-জৰীয়ে ধৰিছিল।

(৩) সবাতকৈ অসমীয়া সাহিত্যৰ মানস-সৰোবৰ সদৃশ অসমৰ সমাজ-সংস্কৃতিৰ সঞ্চিত গুপ্ত ৰসক ব্ৰহ্মাণ্ড ভেদি ব'বলৈ পাৰ ভাঙি দিলে বেজবৰুৱাই। এনেহেন সহস্ৰশীৰ্ষ সাহিত্যিক-মুখ্যক ৰথী নুবুলি বুলিম কাক ?

এই কেইটা বিষয়ক প্ৰতি প্ৰতিকৈ গধি পিঠিকি আলচ কৰিলেহে আমি ক'ব খোজা কথাখিনি ভালকৈ কোৱা হ'ব।

উনবিংশ শতিকাৰ পিছৰ ছোৱা কাল দেশত শান্তিয়ে লাগ দিছিল, এই কথা পাকে প্ৰকাৰে সঁচা। পিছে এই শান্তিৰো ৰকম এক। দীৰ্ঘকাল জোৰা অশান্তিৰ পৰিসমাপ্তিকো শান্তি যেন লাগিব পাৰে। অৰ্ধ শতাব্দী জোৰা যুদ্ধবিগ্ৰহ, উপদ্ৰৱ অত্যাচাৰৰ যেনিবা অন্ত পৰিল। মাকে পুতেকক থিতাতে হেৰুৱাব লগা হোৱা, পুতেকে আই-বোপাইক এৰি দিক্‌চৌ পাই উভতি নহাৰ আশংকা, ভঁৰালত ভৰোৱা লখিমীক ভঁৰালতে পেলাই পিঠাগুৰিৰ টোপোলাকে সমল কৰি হাবিত সোমোৱাৰ যুগ এটাৰ যেনিবা অন্ত পৰিল। তাতোকৈ কিজানি সামন্ত নীতিৰ কামিহাড় ভগা শাসনৰ পদে পদে থকা ভয়, সংশয়, দেহাই নটনা-নিকিনা পৰিশ্ৰম, উচ্ছৃত ৰাজৰোষ আদিৰপৰা মুক্ত হৈ পোন হৈ উশাহ লব পৰা দিনকেইটা পাই একশ্ৰেণীৰ লোকে স্বস্তি অনুভৱ কৰাটো স্বাভাৱিক। এই শ্ৰেণীৰ লোকে পুত্ৰ-পৰিবাৰ সহ খাই লৈ নিশংক-চিত্তে জীয়াই থকাটোকে দেৱতাৰ বৰ যেন ভাবি নিজকে হোজা অসমীয়া ৰূপে চিনাকি দি সুখ পোৱা হ'ল আৰু মহাৰাণীৰ দোহাই দি শপত খাবলৈকো অভ্যাস কৰিলে। কিন্তু এটা শ্ৰেণীৰ লোকৰ অস্বস্তিৰ কাৰণবোৰেও মূৰ দাঙি উঠিল। ৰজাই দিয়া বিষয়ৰূপে খাবলৈ পোৱা শ শ পুৰা মাটিৰ খাজনা দি ধন ভৰিব লগা হ'ল। আপোন গোট হৈ থিতাপি লোৱাৰ সুযোগ পোৱাত বন্দীবেটীৰো লাহে লাহে পৰালি পৰিল। ৰজাদিনীয়া খিতাপ, মান সন্মান আৰু প্ৰতাপ-পয়োভৰ আদি বুঢ়ী আয়ে কোৱা জুহাল গুৰিৰ পুৰাণত ভেজা দি ৰ'লগৈ। কৌটিকলীয়া শ্ৰেণী বৈশিষ্ট্যৰ ৰীতি-নীতিবোৰ ধীৰে ধীৰে চকুৰ আগতে উৱলি যাবলৈ ধৰিলে। এই শ্ৰেণী লোকৰ জীৱন-ধাৰাত তোলপাৰ লাগি মনোৰাজ্যত অশান্তিৰ উদ্ভৱ হোৱাটোত আচৰিত হবলগীয়া একো নাই। তাতে আকৌ ভূতৰ ওপৰত দানহ পৰিল। অসমীয়াই এনেয়ে বঙালক 'বৰদাস্ত' নকৰিছিল। বঙাল মাৰিবলৈ যোৱা প্ৰিয়জনৰ কথা কৈ বিধুৰা প্ৰেয়সীয়েও সান্ত্বনা লাভ কৰিছিল। এনেস্থলত পঢ়াশালিত আদৰ্শ বংগ-বিদ্যালয়ৰূপে অসম-ভাৰম্ভত অৱতাৰ হ'ল এক ধৰণৰ বিদ্যালয়ৰ। তাত "পক্ষীসব কৰে ৰব ৰাত্ৰি পোহাইল" ধ্বনিৰ গুঞ্জন উঠিল।

সাধাৰণ কথা বতৰাত ঘৰুৱা নাম হ'ল "বঙলা স্কুল"। আনকি সৌ সিদিনা লৈকে, অৰ্থাৎ আমি পঢ়া দিনলৈকে জৰে এবাৰ পিছতো পৰকিতি ৰূপ "বঙলা স্কুল" নামটোৱে লগ নেৰিছিল। বেজবৰুৱাই তেখেতৰ 'জীৱন সোঁৱৰণ'ত এই তিতাকেঁহাক এনেকৈ সুঁৱৰিছে:

"প্ৰথমত মোক বঙলা স্কুলত নাম লগাই দিয়া হ'ল; একেবাৰে তৃতীয় শ্ৰেণীত। সেই কালত অসমীয়াৰ মাতৃ ভাষা বঙলা; অসমীয়া ভাষাটো এটা স্বতন্ত্ৰীয়া ভাষা নহয়, মাথোন বঙলা ভাষাৰহে এটা হেনা-হুঁচা মাত, এই ভ্ৰমৰ বশবৰ্তী হৈ গৱৰ্ণমেণ্টে আসামত অসমীয়া ল'ৰাৰ নিমিত্তে 'আদৰ্শ বঙ্গ-বিদ্যালয়' নাম দি ছাত্ৰবৃত্তি 'পাছ' কৰিবলৈ বঙলা স্কুলবোৰ পাতি দিছিল। আমাৰ শিৱসাগৰতো ইংৰাজী স্কুলৰ ওচৰতে এনেকুৱা মিছা দাবীৰ ঢোকাৰে থিয় হোৱা 'আদৰ্শ বঙ্গ বিদ্যালয়' এটাই বৰ ঘৰ, বৰ মেজ, বৰ চকী-বেঞ্চলৈ অসমীয়া কুমলীয়া ল'ৰাৰ কুমলীয়া মনৰ ওপৰত ঘেঁহু পিহা জাঁতৰ নিচিনা বঙলা ভাষাৰ জাঁত এখন ঘৰ্ঘৰ কৰে ঘূৰাই দিছিল।"

আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদিয়ে অসমীয়া ভাষা প্ৰতিষ্ঠাৰ ফেহুজালি দিলে। কিন্তু তাত বিলুপ্তপ্ৰায় চেতনাক জগাই দিব পৰাকৈ ডবা-শংখৰ তুমুল শব্দ নাছিল। তদুপৰি হেমচন্দ্ৰ আৰু গুণাভিৰামে পাকে-প্ৰকাৰে অসমীয়া সমাজৰ দোষ যিমান গালে, গুণৰ কথালৈ সিমান মন নিদিলে। পুৰণিৰ কথা শুনালে, কিন্তু অসমীয়াক স্বৰূপ সোঁৱৰাই জগাই দিয়াৰ প্ৰয়োজন অনুভৱ নকৰিলে। নতুনৰ জাননী দিলে, কিন্তু নকৈ চাবলৈ শিকাবলৈ সময় নাপালে। এই কাম 'জোনাকী'ৰ যুগলৈ এৰি থৈ গ'ল। লক্ষ্মীনাথ বেজবৰুৱাই যেন প্ৰথম এই স্বৰূপ আৱৰি থকা অসমীয়াক 'তত্বমসি' বুলি মহাকাব্য শুনালে:

আমি অসমীয়া নহওঁ দুখীয়া কিহৰ দুখীয়া হম,
সকলো আছিল, সকলো আছে, নুশুনো নলওঁ গম।

ৰসৰাজৰূপে ধেমালিৰ ছলতো আঙুলিৰ মূৰেৰে যেন হেঁচুকি দিলে—
"উঠ অসমীয়া, সোৰোপা কানীয়া অসমীয়া,—হোঃ কুঁহিয়াৰ এচকলকে খা।"

সকলো আছিল আৰু সকলো আছে, কেৱল "জয়" বুলি উন্নতি পথত আগবাঢ়িব লাগে।

উন্নতি পথত আগবঢ়াৰ তিনিটা আপুৰুণীয়া অথচ অপৰিহাৰ্য গুণৰ প্ৰতি দৃষ্টি আগ্ৰহি আনি সিও অসমীয়াৰ মনৰ ৰৰ চাঙত কেনেকৈ এন্ধাৰতে জিলিকি আছে তাক দেখুৱালে আৰু চমজাই দিলে। সেই কেইটা হ'ল : শংকৰৰ বিশুদ্ধ ধৰম, লাচিতৰ বল আৰু সতী জয়মতীৰ সতীত্ব। এটা জাতিক উন্নতি পথত আগুৱাবলৈ যিকিটা বল লাগে সেই আটাইকেউটা—ধৰ্মবল, ক্ষাত্ৰবল আৰু ত্যাগবল। জাবৰিবৰ্জিত এটা বিশুদ্ধ ধৰ্ম মহাপুৰুষ শংকৰদেৱৰ যহত আমাৰ আছে। লাচিতৰ দৰে শৰাইঘটীয়া বীৰত্বৰ বলদায়ক প্ৰেৰণা অসমীয়াৰ ধমনীত সঞ্চাৰিত হৈ আছে। সবাতোকৈ জয়মতীৰ আত্মবলিদানে জাতীয় জীৱনৰ চৰম বস্তু ত্যাগৰ মহিমা চিনাই থৈ গৈছে। এনে অৱস্থাতো আমি দুখীয়া নে? কিহৰ দুখীয়া হ'ম এই ভাবৰ সঞ্জীৱনী চিকিৎসা সেই যুগৰ ৰোগৰ নিদান বুজিয়ে বেজবৰুৱা-বংশতিলক লক্ষ্মীনাথে কৰিব লগা হৈছিল।

"মোৰ আছে" এই বোধটো জগাই দিয়েই ক্ষান্ত নাথাকি সেই প্ৰত্যেকটোকে তন্ন তন্নকৈ ফঁহিয়াই অসমীয়া পাঠক সমাজৰ আগত মেলি ধৰিলে। শংকৰৰ বিশুদ্ধ ধৰমৰ তাৎপৰ্য ব্যাখ্যা কৰিলে ধাৰাবাহিক প্ৰবন্ধ 'শ্ৰীকৃষ্ণ-কথা'ত বৰোদাৰ বক্তৃতাৰাজিত, 'শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ' আদি গ্ৰন্থত। অসমত মহাপুৰুষীয়া ধৰ্ম তেতিয়া প্ৰায় চাৰিশ বছৰীয়া পুৰণি। ঘৰে ঘৰে থাপনা, গাঁৱে গাঁৱে নামঘৰ আৰু ঠায়ে ঠায়ে সত্ৰ আৰু গুৰুসকল আছিল। তথাপিও যেন সেই ধৰ্মৰ এটা স্বকীয়া সৌষ্ঠৱ আৰু বৈশিষ্ট্য আছে —জাতিৰ জীৱন আৰু চৰিত্ৰত তাৰ বোল দিছে আৰু সেই সম্বন্ধে জানিব লগীয়া কথাৰো সতকাই ওৰ নপৰে—এনে মহিমা অসমীয়া মানুহে ভালকৈ বুজা নাছিল। ব্যক্তিগতভাৱে পালনীয় আৰু ভজনীয় ভক্তি ধৰ্মৰূপেই মাথোন ই অসমীয়াৰ পূৰ্ব-পুৰুষসকলৰ হৃদয়ত স্থান পাইছিল। লক্ষ্মীনাথ বেজবৰুৱাই তেখেতৰ বিভিন্ন গ্ৰন্থ আৰু প্ৰবন্ধৰ যোগেদি শংকৰৰ ধৰ্মক অসমীয়াত্ব বা অসমীয়া জাতীয়তাবোধৰ আধাৰ শিলাৰূপে চিনাই দিলে। মহাপুৰুষকো অসমীয়াৰ জাতীয় পিতৃ-পুৰুষৰূপে প্ৰতিষ্ঠা কৰিলে। ইয়াৰ ফলতে পূৰ্বে সত্ৰ আৰু নামঘৰতে আৱদ্ধ থকা তিথি-মহোৎসৱবোৰ স্কুল-কলেজ, ৰাজহুৱা সভা-সমিতি, গাঁও-নগৰ সকলোতে বিয়পি পৰিল। সকলো সম্প্ৰদায়ৰ মানুহেই এইবিলাকত যোগ দি ইয়াক ধৰ্মতিথিতকৈও জাতীয়-

মহোৎসৱৰ গঢ়লৈ ৰূপান্তৰিত কৰিলে। গুৰুজনা বুলি জানিলেও সাহিত্য-গুৰু আৰু ৰাষ্ট্ৰগুৰুৰূপেহে সমাজত যেন আজি মহাপুৰুষৰ ব্যক্তিছবি বিকীৰ্ণ হৈছে। এই ব্যক্তি প্ৰসাৰৰ নিমিত্ত কোন তাৰ পম খেদিলে আমি লক্ষ্মীনাথ বেজবৰুৱাৰ কাষ পামগৈ। এইদৰে বৈষ্ণৱ সাহিত্যৰ বাস্থুলিসঁচাৰ মুকলি কৰি দি অসমীয়া সাহিত্যক সগৌৰৱে থিয় দিবলৈ ঢাক খাই থকা এখন সুদৃঢ় পীঠৰ আৱৰণ উন্মোচন কৰি দিলে। বেজবৰুৱাৰ নেতৃত্বত জোনাকী যুগৰ সাহিত্যপুৰুষসকলে অসমীয়া সাহিত্যৰ গৌৰৱময় ঐতিহ্য এটাৰ প্ৰতি আস্থাৱান কৰি নোতোলাহেঁতেন, উদ্দীপনা আৰু আত্মবলৰ অভাৱত অসমীয়াৰ সৃষ্টি-ক্ষমতা মুজুৰা পৰি থাকিলেহেঁতেন।

'উষা' কাকতত শৰাইঘাট যুদ্ধৰ কথা হেমচন্দ্ৰ গোস্বামীয়ে লিখিলে, মানুহে প্ৰুঢ়ি জানিলে, সন্তোষ পালে আৰু গৌৰৱ কৰিলে ; কিন্তু যেন মৰ্মত আঘাত নকৰিলে। তাৰকাৰণে এজন বেজবৰুৱাৰ আৱশ্যক হ'ল। গোস্বামীৰ প্ৰবন্ধৰপৰাই ঘাই সঁজুলি লৈ বেজবৰুৱাই 'চক্ৰধ্বজ সিংহ' নাটকত অসমীয়া বীৰত্বক সাকাৰ ৰূপ দিলে। ৰাতিৰ ভিতৰতে সুদৃঢ় গড় নিৰ্মাণ কৰাৰ অযুত হস্তীৰ বল, মোমাইক কাটিব লাগিলেও কাটি শত্ৰুৰ বুদ্ধিত জুই দিয়াৰ ক্ষিপ্ৰকাৰিতা, সেইকালৰ পঞ্চাচ হেজাৰ টকাকো নেওচি নিজ দেশৰ ভিতৰ-বিশ্বাসী গুপুত কথাৰ ভেদ ভাঙিবলৈ জিভা দোবোল নোখোৱা মনোবল, ৰণত বঙালক কচুকটা দিব পৰা বাহুবল, যুঁজ সাং কৰি ঘৰলৈ ওভোতা আৰু হাল মেলি দি ঘৰমুৱা হোৱাক এক কথা বুলি ভবা, হয় তৰোৱাল নহয় নাঙল ঘপহ কৰে তুলি লোৱাৰ দক্ষতা থকা আৰু স্বকাৰ্যৰতি থকা, এনে নোহোৱা নোপজা অসমীয়া সেনাৰ অধ্যক্ষতা কৰিছিল লাচিতে। লাচিত যেনিবা অসমীয়া বীৰত্বৰ প্ৰতীকহে। পূৰ্বজসকলৰ সেই তেজৰ কণিকা অসমীয়াৰ গাৰপৰা ক'লৈ যাব তাকে সোঁৱৰাবলৈ যেন 'চক্ৰধ্বজ সিংহ' নাটক লিখিলে। 'চক্ৰধ্বজ সিংহ' নাটকৰ পাতনিত তাৰে উমুক দি বেজবৰুৱাই লিখিছে :

> "এই কিতাপ ৰচনা কৰাৰ মোৰ ঘাই উদ্দেশ্য—অসমৰ অতীত গৌৰৱ কাহিনী নাটৰ আকাৰেৰে আজি কালিৰ অসমীয়াৰ আগত প্ৰচাৰ কৰাটোহে, নাট লেখি ধন আৰ্জিবলৈ যোৱাটো নহয়। কিন্তু লগতে যদি ধন উপাৰ্জন হয় হওক, নহয় নাই।"

'বেলিমাৰ' নাটক 'চক্ৰধ্বজ সিংহ' নাটকত গৌৰৱৰ গানৰ পাছত যেন এটা সাৱধান বাণী। কি আছিল, কি হ'ল, কেলেই হ'ল—অসমীয়া সাৱধান হ'বা, তোমাৰ ভিতৰতে এই 'বেলিমাৰ'ৰ বিহগুটিৰ বীজো লুকাই আছে; কণ ফুটিবলৈ নিদিয়াকৈ ৰাখিব যদি পাৰা তৰিলা, নোৱৰা যদি মৰিলা—এয়ে 'বেলিমাৰ'ৰ সংকেত বাণী।

'জয়মতী'ৰ কাহিনী ৰত্নেশ্বৰ মহন্তই মনোগ্ৰাহীকৈ প্ৰচাৰ কৰিলে। বহুতে পঢ়িলে, পঢ়ি ভাল পালে; জয়মতীক সতী সাবিত্ৰীৰ লগত স্থান দিলে; কিন্তু তেজোময় সত্তাৰ ফিৰিঙতি একোটা যে অসমীয়াৰ ঘৰে ঘৰে উমাজালে জ্বলি আছে, সেই কথা গাজত লগাকৈ সকিয়াই দিবলৈ 'জয়মতী' নাটকৰ সৃষ্টি হ'ল। 'জয়মতী' নাটক গোহাঞিবৰুৱায়ো লিখিলে। অসমীয়াই বেছিকৈ আদৰ কৰিলে 'ডালিমী' থকা 'জয়মতী'ক। অসমীয়া প্ৰথম বোলছবিখনৰো আধাৰ হ'ল বেজবৰুৱাৰ 'জয়মতী'হে। এই সমাদৰৰ গুৰিত অকল নাট্য প্ৰতিভাই নহয়, জাতীয় আকাংক্ষা আৰু আদৰ্শক আৱিষ্কাৰ কৰা আৰু ৰূপ দিয়াৰ সাফল্য।

বেজবৰুৱাৰ সাহিত্যত শংকৰৰ ধৰ্ম, লাচিতৰ বল আৰু জয়মতীৰ তেজ বা ত্যাগ—এই তিনিটা জাতীয় চেতনাৰ বোধন শংখৰ ত্ৰিৰাবৃত্ত ধ্বনি আৰু বেলিমাৰ বিঘিনি বিনাশন দুৰ্বাক্ষত। নহলেনো একেলানিকৈ যথাক্ৰমত ১৯১৪-১৫ চনৰ ভিতৰতে 'শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ' (১৯১৪), 'চক্ৰধ্বজ সিংহ', 'বেলিমাৰ' আৰু 'জয়মতী' (১৯১৫) লিখিবলৈ কাপ-কাঠী ধৰাৰ অৰ্থ কি? ই এটা দৈৱ-সংযোগ নহয়, এই কেইখন গ্ৰন্থ ৰচনাৰ মূলতে নিশ্চয় উদ্দেশ্য প্ৰণোদিত সুকল্পিত এখন আঁচনি আছিল। সাহিত্য সৃষ্টিৰ কবিযশঃ প্ৰাৰ্থীত্বতকৈও টেৰেঙা লগা চেতনাক স্বোপলব্ধিৰ উত্তাপেৰে জীপ দিয়াই আছিল সেই উদ্দেশ্য—"লগতে যহ উপাৰ্জন হয় হওক, নহয় নাই।"

বেজবৰুৱাই প্ৰায় অৰ্ধশতাব্দী কাল অসমীয়া সাহিত্যৰ গুৰি ধৰিলে। ১৮৮৯ চনৰ 'জোনাকী'ৰ জন্মকালৰপৰা ১৯৩৮ চনলৈকে এই কালখণ্ডত অসমীয়া সাহিত্যৰ গা-গাৰি বহুতখিনি টনকিয়াল হ'ল। বহুত কবি, নাট্যকাৰ, ঔপন্যাসিক, প্ৰবন্ধ লিখকৰ উদয় হ'ল—দুই চাৰিজন অস্তও গ'ল। কিন্তু এই সকলোৰে মাজত লক্ষ্মীনাথ মধ্যমণিৰূপে বিৰাজ কৰিছিল।

কালিদাসে কোৱাৰ দৰে—"নক্ষত্ৰ-তাৰা-গ্ৰহসঙ্কুলাপি জোতিস্মতী চন্দ্ৰমসৈৱ ৰাত্ৰিঃ", সমুজ্জ্বল গ্ৰহ-নক্ষত্ৰ আৰু তাৰকাৰে আকাশ ভৰি থাকিলেও চন্দ্ৰমাৰ কাৰণেহে ৰাতিক জোনাক বোলোঁ। সেই একে সুৰতে ক'ব পাৰি—কবি, ঔপন্যাসিক, নাট্যকাৰ, সাংবাদিক বুৰিয়ে বুৰিয়ে ওলালেও লক্ষ্মীনাথ থকা বাবেহে যেন অসমীয়া সাহিত্য লক্ষ্মীৱান আছিল।

অকল সিমানেই নহয়, এই প্ৰকাশৰে অকণি পোহৰ লৈ সেই যুগৰ যুৱক, আনকি কিশোৰ লিখকেও সাহিত্য পথত আগবাঢ়িছিল। ১৯১৪ চনত বহা প্ৰথম 'অসম ছাত্ৰ সন্মিলনী'ৰ সভাপতি আছিল বেজবৰুৱা; কিন্তু প্ৰকৃতপক্ষত অসমীয়া সাহিত্যিক ডেকাৰ মনোৰাজ্যৰ তেওঁ স্থায়ী সভাপতি আছিল। যতীন দুৱৰাক সোধা—তেওঁৰ সাহিত্য প্ৰেৰণাৰ উৎস ক'ত? ঘপৰাই কব "বেজবৰুৱা", ৰত্নকান্ত বৰকাকতিক সোধা সাহিত্য-ক্ষেত্ৰত উদগণিৰ কাৰণে কাৰ পিনে বেছিকৈ চাইছিল, তেওঁ কব "বেজবৰুৱাৰ পিনে", দৈৱ তালুকদাৰেও আক্ষেপ কৰিছিল, "আজি বেজবৰুৱা নাই, কোনে বাট দেখুৱাব", ডিম্বেশ্বৰ নেওগৰ নিচিনা কবি সমালোচককো 'বাহী' আৰু তাৰ সম্পাদকৰ সুদূৰ কলিকতীয়া প্ৰেৰণাই পৰশ নকৰাকৈ থকা নাছিল। মহেশ্বৰ নেওগৰ ভাষাত ডিম্বেশ্বৰ নেওগে বেজবৰুৱাক "দেৱতাজ্ঞান" কৰিছিল আৰু তেওঁলোকে দিয়া আপোন ভাব সুঁৱৰি উল্লাসিত হৈছিল। সবলমতি বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে কাৰো প্ৰভাৱ স্বীকাৰ নকৰিছিল; কিন্তু বেজবৰুৱাৰপৰা পোৱা অনুপ্ৰেৰণাৰ কথা মাজে মাজে কৈ পেলাইছিল। পাণ্ডিত্যৰ আৰু গৱেষকৰ গৌৰৱ-মুকুট পিন্ধা সূৰ্যকুমাৰ আৰু বাণীকান্তক ছাত্ৰ অৱস্থাত আৰু পিছতো কাৰ মৰমৰ হাত ফুৰণিয়ে অসমীয়া সাহিত্যৰ বিভিন্ন দিশলৈ আগুৱাই দিলে এই কথাৰ ওৰ বিচাৰিলে লক্ষ্মীনাথ বেজবৰুৱাৰ কথাই আগতে ওলাব। এইদৰে এইজন মানুহ নিজক বহুজনৰ মাজত কেনেকৈ বিয়পাই দিব পাৰিছিল তাৰ লেখ ল'বলৈ গ'লে এখন মহাভাৰত হ'ব। পুৰণি বৈষ্ণৱ যুগৰ সকলো সাহিত্য-কৰ্মতে এইজন মহাপুৰুষ দেখা নেদেখাকৈ সহস্ৰ বাহুৰূপে বিৰাজ কৰিছে। আধুনিক যুগৰ প্ৰথমাৰ্ধৰ সকলো সাহিত্য-কৰ্মৰ গুৰিতে লক্ষ্মীনাথ বেজবৰুৱাৰ নামে অনুৰূপ কাম কৰিব পাৰিছিল। ১৯৩০-৩১ চনত এবাৰ সাহিত্য সভাৰ অধিবেশন উপলক্ষে বেজবৰুৱা শিৱসাগৰলৈ গৈছিল। ঘূৰি

যাওঁতে কটন কলেজৰ এ. এছ. এল. ক্লাবে ছুড্‌মাৰ্চন হলত এখন অভিনন্দন সভা পাতি বেজবৰুৱাক মান পত্ৰ দিছিল। সেইদিনাৰ সভাত লিখিতভাৱেই নে বক্তৃতাতে কোনোবাই তেখেত ঘূৰি আহি অসমত নিগাজিকৈ থকাৰ অনুৰোধ কৰিছিল। তাৰ উত্তৰত তেখেতে কৈছিল, "সকলো ঈশ্বৰৰ ইচ্ছা। যদি অসমতে হাড় কিডাল পেলাব লগা আছে তেনেহলে সেইটো নিশ্চয় হ'ব। তথাপি মই অসমত নাই থকা বুলি আপোনালোকে অসন্তোষ নকৰিব। মোৰ অন্তৰাত্মা গোটেই অসমতে বিয়পি আছে।" সেই কথাষাৰকে ইংৰাজীত দোহাৰি কৈছিল: "I am all over Assam in spirit". তেখেতৰ প্ৰথম কথাটো আখৰে আখৰে ফলিয়ালে। লুইতৰ বালিত এদিন ভূমিষ্ঠ হৈছিল (তেখেতৰ ভাষাত 'নৌকাস্থ'), ডিব্ৰুগড়ৰ লুইতৰ বালিতে তেখেতৰ অস্থি শেষ নিমজ্জিত হ'ল। দ্বিতীয় কথাষাৰ তেতিয়াও সঁচা আৰু আজিও সঁচা হৈ আছে।

কেৱল প্ৰেৰণা বিকীৰণ কৰাতেই যে বেজবৰুৱাৰ বিৰাট ব্যক্তিত্ব উপশান্ত হৈছিল এনে নহয়; প্ৰেৰণাৰে আগুৱাই দি তাড়নাৰে অসমীয়া ভাষা আৰু সাহিত্যৰ গতি সুবাটেদি পৰিচালনা কৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ অভাৱত ভাষাৰ বিশুদ্ধি সম্পৰ্কে শেষ বিধান দিবলগীয়া হৈছিল বেজবৰুৱাই। কোনো বিষয়ে শংকা বা বিতণ্ডা হলে বেজবৰুৱাই কি লিখে বা কি বোলে তাৰ সাক্ষ্যই শেষ মীমাংসাৰ কাৰণে যথেষ্ট বুলি সকলোৱে মানি লৈছিল। বুৰা নে ডুবা, কি বাজিল নে কেইটা বাজিল, এনে সৰুসুৰা কথাতো যদি বেজবৰুৱাই কিবা ৰায় দিলে তেনেহলে চকুমুদি সেই ৰায় মতে লিখি যোৱা, ভয় নাই। সমালোচনাত বেজবৰুৱাই ডেকা-বুঢ়া কাৰো মুখলৈ নাচাইছিল। তেওঁ সেই কালৰ ডেকা সাহিত্যিকক তৰ্জনী নিৰ্দেশ দিছিল, বয়োবৃদ্ধ শিক্ষা-প্ৰসাৰক উপেন্দ্ৰ বৰুৱাকো শুদাই নেৰিছিল। 'শাহুআই' নামৰ এখন সৰু নাট বহুত দিন আগতে নকুলচন্দ্ৰ ভূঞা ডাঙৰীয়াই ৰচনা কৰি প্ৰকাশ কৰিছিল। বেজবৰুৱাই 'বাঁহী'ত সেই নাটৰ সমালোচনা কৰি তাক পুৰি পেলোৱাৰ নিৰ্দেশ দিছিল। বেজবৰুৱাই লিখিছিল, "বহুত প্ৰকাৰ চিত্ৰ থাকে, কিন্তু আটাইবোৰ চ'ৰাঘৰৰ বেৰত আঁৰিব নোৱাৰি, সেইদৰে সমাজৰ ভাল বেয়া সকলো কথাই সাহিত্যত সমানে ঠাই পোৱা অযুগুত।" (হুবহু বাক্যকেইটা

মনত নাই )। যোৰহাটৰ স্বৰ্গীয় উপেন্দ্ৰ বৰুৱাই 'বাঁহী'ত কেইটমান বিষয়ে টোকা লিখিছিল। তাত নানান কথাৰ মাজত এই কথাও লিখিছিল যে, কীৰ্তন পুথিৰ অন্তৰ্গত গুৱেষাবৰ্ণন শংকৰদেৱৰ নহয়, প্ৰক্ষিপ্ত ; সেই খণ্ড পিছত কোনোবাই কীৰ্তনৰ আনবোৰ খণ্ডৰ লগত সাঙুৰি দিলে। বিষয়টো অৱতাৰণা কৰোঁতে বৰুৱা ডাঙৰীয়াই "কীৰ্তনখনৰ আদ্যোপান্ত এবাৰ পঢ়ি চালোঁ", - এনেকৈ আৰম্ভ কৰিছিল। ইয়াৰ প্ৰত্যুত্তৰ এটা সম্পাদকীয়ত বেজবৰুৱাই নিজেই লিখি গুৱেষা-বৰ্ণন সম্পৰ্কে ক'লে যে গুৱেষা-বৰ্ণন শংকৰদেৱৰ ৰচনা আৰু কীৰ্তনৰ ভিতৰুৱা। "বৰুৱা ডাঙৰীয়াই বুঢ়া বয়সত কীৰ্তন পুথিখন এবাৰ যে পঢ়ি চালে, জানি সন্তোষ পালোঁ। আৰু কেইবাৰ মান পঢ়িলে গুৱেষা-বৰ্ণন যে শংকৰদেৱৰ ৰচনা বুজি পাব।"[১] এইদৰে 'বাঁহী'য়ে যেনেকৈ মিঠা সুৰেৰে মাত দিছিল তেনেকৈ লাগিলে কেতিয়াবা চোকা সুৰৰ মাতো উলিয়াইছিল। সাহিত্যৰথীয়ে মুঠিৰ বাঘ-জৰী কেতিয়াও ঢিল পৰিবলৈ নিদিছিল। বৰ্তমান যুগৰ সাৰথিবিহীন সাহিত্যৰ কথাকৈ সিদিনা স্বৰ্গীয় দৈৱচন্দ্ৰ তালুকদাৰে আক্ষেপ কৰিছিল ঃ "বেজবৰুৱাৰ যুগত ভালকৈ লেকাম ধৰি আছিল, এতিয়া সেইটো নোহোৱা হ'ল। কিন্তু এতিয়াৰ সাহিত্য ৰামকৃষ্ণ-বাণী, লঠাই শালিধানৰ আগ তল গ'ল, গুৰিয়ে নাপালে পানী।" (অসম সাহিত্য সভাই প্ৰকাশ কৰা ডিম্বেশ্বৰ নেওগ স্মৃতি-গ্ৰন্থ, পৃষ্ঠা ৪৯ )। অকল বাট দেখুৱাই ক্ষান্ত নাথাকি ফালৰি কাটিলে বাট পোনাই দিয়াতহে নেতৃত্বৰ সৌষ্ঠৱ।

মহাভাৰতত কোৱা লক্ষণ মতে মহাৰথীয়ে ৰথো চলায়, শত্ৰুকো নিপাত কৰে। অসমীয়া ভাষাই অসমত হৃত আসন পুনৰাই লাভ কৰিলে যদিও শত্ৰুৰ জইন্ মৰা নাছিল। সুযোগ সুবিধা পালেই বতৰে আবতৰে অসমীয়া ভাষালৈ বা অসমীয়ালৈ লুকাই চুৰকৈ আৰু কেতিয়াবা দেখাদেখিকৈ ছুই এপাত নিন্দা-উপলুঙাৰ শৰ মাৰিবলৈ এৰা নাছিল। অসমীয়া ভাষাক বঙলা ভাষাৰ উপভাষা ৰূপে প্ৰতিপন্ন কৰাৰ অপচেষ্টাও সমানে চলি আছিল। জোনাকী যুগ আৰু তাৰ কিছুকাল পিছলৈকো এনে আক্ৰমণ চুচুৰীয়াকৈ

১. সেই সংখ্যা 'বাঁহী' হাতত নথকাত যথালিখিত উদ্ধৃতি দিব নোৱাৰিলোঁ। কিন্তু প্ৰায়খিনি ভালকৈ মনত থকাহে লিখিলোঁ।

হলেও চলি আছিল। সেই সময়ৰ অসমীয়া সাহিত্যিকসকল এই ধৰণৰ আক্রমণ ওফৰাবৰ কাৰণে সৰ্বদাই বদ্ধপৰিকৰ হৈ থাকিব লগা হৈছিল। সেই বিৰূপ মন্তব্যবোৰৰ চুঙা চাই সোপা দিব পাৰিছিল লক্ষ্মীনাথ বেজবৰুৱাই, কেতিয়াবা 'বাঁহী'ৰ সম্পাদকৰূপে আৰু কেতিয়াবা কৃপাবৰৰ ভেশত। জোকৰ মুখত চূণ দিব পৰা বিদ্যাত বেজবৰুৱা সিদ্ধহস্ত আছিল, সেইদেখি পৰাখিনি পক্ষত জোকাই ল'বলৈ উলামূলা বিধৰ মানুহে সাহকে নকৰিছিল। অমূলক আৰু বিদ্বেষপ্রসূত কথাবোৰৰ উত্তৰবোৰ কৃপাবৰে কেনেকৈ গাজত লগাকৈ দিব পাৰিছিল তাৰ নমুনা এটা পোৱা যায় বৰবৰুৱাৰ 'গৱেষণা' নামৰ খুহুতীয়া ঠাচত লিখা প্রবন্ধৰপৰা। ( শ্রীঅতুল চন্দ্র হাজৰিকাৰ সম্পাদনাত ওলোৱা 'বৰবৰুৱাৰ বুলনি' নামৰ গ্রন্থ, পৃষ্ঠা ৫৩ )।

তাহানি 'Times of Assam' নামৰ ডিব্রুগড়ৰপৰা ওলোৱা বাতৰি কাকতত কোনোবা এজন ঘোষ উপাধিৰ পাবত গজা প্রত্নতাত্ত্বিকে তেওঁৰ পুৰণি তত্ত্বৰ উহ উলিয়াবলৈ কেইটামান প্রশ্ন কৰিছিল। তাৰে কেইটামান হ'ল ঃ

(১) খেৰসুতী শংকৰদেৱৰ বুঢ়ীমাক আছিল। তেওঁ কোন জাতৰ ( কাষ্ট্ ) ? আৰু কোন্ জাতিৰ ( ট্রাইব্ ) মানুহ আছিল ?

(২) শব্দটো সজা নে, নাইবা পোনপটীয়ে স্বভাৱৰ অনুকৰণ কৰি কৰা ?

(৩) শব্দটো এনেবোৰ জাতৰ চাব নে যিবোৰ নৈৰ বা মৰি নৈৰ বা সৰু সুঁতিৰ দাঁতিত বাস কৰে ?

এই প্রশ্ন কেইটা ইমান নিৰৰ্থক আৰু কূট যে ইয়াৰ উত্তৰ দিবলৈ যোৱাও বিৰম্বনা! কিন্তু নিদিলেও 'কেনে মজা' বুলি শত্রুৰ হাঁহিবলৈ চল থাকি যায়। সেই দেখি কৃপাবৰ বৰবৰুৱাই হুলক হুলেৰেই কাঢ়িলে এইদৰে—

"শ্রীচৈতন্যদেৱৰ মাকৰ নাম শচীদেৱী। শচীদেৱী নদীয়াৰ বঙালী মানুহ আছিল। কিন্তু চৈতন্যদেৱৰ বাপেক চিলঠীয়া। ···এতেকে বঙ্গ মহিলাৰ গৰ্ভত চিলঠীয়া বাপেকৰ যিজন পুত্রেক হৈছিল সেইজন কোন জাতৰ বা কাষ্ট্ আৰু কোন জাতিৰ বা ট্রাইবৰ তালিকাৰ অন্তৰ্গত ?

" 'ঘোষ' শব্দটো সজানে নাই পোনপটীয়ে স্বভাৱৰ অৰ্থাৎ নিজ ব্যৱসায়ৰ অনুকৰণ কৰাৰ পৰা হোৱা ? ঘোষ মানে ঘোষণা কৰা,

ডাক দি যোৱা অৰ্থাৎ গুৱালসকলে গাখীৰ বেচিবলৈ বাটে বাটে লৈ ফুৰোঁতে 'কোনে গাখীৰ লবি ?' বুলি ঘুষি অৰ্থাৎ মাতি বা ডাক দি ৰিঙিয়াই যোৱা বুলি পণ্ডিতসকলে অনুমান কৰে।

"নদীয়াৰ চন্দ্ৰ চৈতন্যদেৱৰ নাম। নদীৰ বা নৈৰ কাণত থকা বাবে তেওঁৰ নাম তেনে হৈছিল নে ? নদীয়াৰ মানুহৰ কি জাত ?"

ঘোষ মহাশয়ৰ খেৰসুতী নামটো লৈ অদ্ভুত গৱেষণা আৰু তাৰ নামত অসমীয়াৰ প্ৰতি কটাক্ষপাতৰ উত্তৰ পোনপটীয়াকৈ নিদি তেওঁৰ অনুমান প্ৰমাণৰ ধৰণটোকে ওলোটাই তেওঁৰ গালৈ মাৰি পঠিয়াই বেজবৰুৱাই "যেন টাঙোনৰ" ব্যৱস্থা কৰিলে। ঘোষ ডাঙৰীয়া সেই পিনেই ফাট মাৰিলে।

স্কুলত পঢ়া কালত এজন বঙালী শিক্ষকে কোৱা মনত আছে—"লক্ষ্মীনাথ বেজবৰুৱা এনে কি ডাঙৰ সাহিত্যিক মই বুজি নাপাওঁ ; হঁা, তেওঁ এজন যোদ্ধা আছিল এই কথা সত্য।" সেই দিনৰ বঙালীসকলে যোদ্ধা ৰূপেই বেজবৰুৱাক চিনিছিল আৰু সম্ভৱতঃ কৈছিল—"আজিও দুখাস্ত গাৱ, মহা পীড়া পাই।"

বেজবৰুৱাই এইদৰেই সুজান ৰথীৰ দৰে অসমীয়া ভাষাৰ চৌগড় অৰ্ধশতাব্দী কাল সুৰক্ষা কৰি গ'ল।

বেজবৰুৱাৰ সৱাতোকৰি শ্ৰেষ্ঠ নেতৃকাৰিতা হ'ল অসমীয়া সাহিত্যৰ কাৰণে সমাজৰূপী মানস সৰোবৰখনক পাৰ ভাঙি শতধাৰে বোৱাই দিয়া। বেজবৰুৱাৰ পূৰ্বে অথবা অব্যবহিত কালত সাময়িক অসমীয়া সমাজখন সাহিত্যৰ দাপোণত স্পষ্ট আৰু পূৰ্ণাৱয়ব ছবি প্ৰতিফলিত হোৱা নাছিল। গুণাভিৰামৰ 'ৰাম নৱমী'ত বিৰিঙি উঠা সমাজখনত কল্পনাৰ বিলাসী ৰং অলপ বেছিকৈ চৰোৱা হৈছে। ফলত তাত পোৱা অসমীয়া সমাজখন ঠায়ে ঠায়ে আচহুৱা যেন লগা হৈছে। হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়া কীৰ্তন' আৰু 'বাহিৰে ৰং চঙ ভিতৰে কোৱা ভাতুৰী' যে অতিৰঞ্জনাৰ বাহুল্যেৰে সমাজৰ প্ৰকৃতাৱস্থাৰ ওপৰত মুখা পিন্ধাই দিছে। দোষ দৰ্শিতাৰ প্ৰবলতাই গ্ৰন্থকাৰক চিকিৎসাৰ্থে ৰোগীৰ পিঠিত সৌকা লগোৱা ভূত খেদা বেজৰ শাৰীলৈ নিয়া নিয়া যেন হৈছে। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে বুৰঞ্জী আৰু পুৰণি সাহিত্যৰ চাং চলাথ কৰোঁতে বেছিকৈ সময় গ'ল, কাব্য-প্ৰতিমাৰ পূজাত লাগি থাকি থাকি "হাতত সিৰা মূৰিয়ে ধৰা" বুলি চন্দ্ৰকুমাৰ আগৰৱালা

সংবাদ-পত্ৰৰ মেলা-বজাৰত সোমাল। গোহাঞিবৰুৱাই লিখিলে ; কিন্তু বৰ্ত্তমানতকৈও অতীতলৈহে বেছিকৈ হাত মেলিলে, 'ভানুমতী' আৰু 'লাহৰি'ত অতীতৰ লগত বৰ্ত্তমানৰ সনা-পোতকা কৰিলে। 'গাঁওবুঢ়া', 'ভূত নে ভ্ৰম' আদি নাটকত হুজুৰা সমাজৰ বুদ্ধিহীনতা, ভয়-কাতৰতা আদি দোষবোৰ আঙুলিওৱাৰ বাহিৰে কলাপুষ্ট বৰ্ণনাৰ অভাৱ পৰিলক্ষিত হয়। 'টেটোন তামুলী' এটা অসম্ভাব্য ঘটনাৰ ধেমেলীয়া উপস্থাপন।

ৰজনীকান্ত বৰদলৈ ইতিহাসৰ ৰাজ্যত সোমাল। হেৰোৱা অতীত এটাক পুনৰুজ্জীৱিত কৰাত বৰদলৈৰ দান অতুলনীয়। 'মিৰি-জীয়ৰী'ত এখন সমাজ পাওঁ—বিৰাট অসমীয়া সমাজৰ এটা খণ্ড ছবি। ভৱিষ্যত সম্ভাৱনাৰে গৰ্ভিত এই উপন্যাসৰ ধাৰাটো "এবাৰ ওলাই মাথো সুমেৰু শিখৰে ছাটি কৰে পোহৰত কেনিবা লুকাল।" অসমীয়া সমাজ দোষে-গুণে যথাৰ্থৰূপে প্ৰকাশ পালে বেজবৰুৱাৰ গল্পসমূহত, খুহুতীয়া প্ৰবন্ধৰাজিত। ইয়াত কল্পনাবিলাস নাই, অতিৰঞ্জনাৰ ডেই যোৱা ৰং নাই, খণ্ডতাৰ অসম্পূৰ্ণতাও নাই। দোষদৰ্শন আছে, কিন্তু সিও সহানুভূতিৰ প্ৰলেপত "হেজাৰ হলেও ,দোষে গুণে আমাৰেই —এনে সমত্ব প্ৰদায়ক। অসমীয়া সমাজৰ ডাঙৰীয়াৰপৰা হুজুৰালৈকে, গুৰু-গোসাঁইৰপৰা সেৱকলৈকে, ৰজা-প্ৰজা, নগৰীয়া-গাঁৱলীয়া, গিৰিহঁত-চাকৰ, ছাত্ৰ-শিক্ষক, স্বামী-স্ত্ৰী, আমোলা-মহৰী, সকলোৱেই স্ব স্ব মহিমা লৈ বেজবৰুৱাৰ গল্প-প্ৰবন্ধত আত্ম-প্ৰকাশ কৰিছে। যদি কিবা নাই তেনেহলে সেইখিনি অসমীয়া সমাজখনতে নাছিল বুলি ধৰিব লাগিব। সাহিত্যিকৰ সৰ্বতোবিসাৰিণী দৃষ্টিৰে সমাজখনক সৰ্বপ্ৰথমে বেজবৰুৱায়ে অসমীয়া পাঠকৰ সমুখত দাঙি ধৰিলে। অসমীয়া সাহিত্যিকে স্ব সমাজৰ দাপোণত নিজৰ প্ৰতিবিম্ব চাবলৈ শিকিলে, লগতে সেই সমাজখনক সাহিত্যৰ মূলাধাৰ শক্তিৰূপে বৰণ কৰিলে। পিছৰ কালৰ লেখকসকলে সেই আদৰ্শত বাট বুলিবলৈ বেজবৰুৱাৰ সাহিত্যৰপৰাই দিঙ্ নিৰ্দেশ গ্ৰহণ কৰিলে। অসমীয়া সাহিত্যিকে বাট চিনি পালে। সমাজখনক নমাই আনি সাহিত্য জগতত প্ৰতিষ্ঠা কৰাৰ এই ভগীৰথ কৰ্মই বিনা অনুষ্ঠানে অঘোষিতভাৱে লক্ষ্মীনাথ বেজবৰুৱাক সাহিত্যৰথী নামৰ গৰাকী কৰিলে।□

# বেজবৰুৱা প্ৰতিভাৰ গুৰি-কথা

এজন প্ৰতিভাশালী জ্যোতিষ্মান পুৰুষে সমাজত কম বেছি পোহৰ ছটিয়াই গুচি যায়। এওঁলোক সূৰ্যৰ দৰে স্বপ্ৰকাশ নহয়। এটি অন্তহীন পোহৰৰ অংশ মাথোন নিজৰ মাজেদি বিলাই দিয়ে। এই ক্ষণজন্মা পুৰুষ-সকলে মানুহ, সমাজ আৰু চৌপাশৰপৰাই পোহৰ বোটলে, তাৰ জেউতিত নিজে জাতিস্কাৰ হয়, আনকো উজলাই দিয়ে। সূক্ষ্ম বিচাৰণা লৈ পম খেদিলে এই প্ৰতিভাৰ ঘাই উহ ক'ত তাৰ কিছু সম্ভেদ পাব পাৰি। তাৰেই অলপ সন্ধান পালে মানুজনকো ভালকৈ বুজাত সুবিধা হৈ পৰে।

স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰতিভা বিশ্বতোমুখী নহব পাৰে, তেখেতৰ ৰচনাই বিশ্বসাহিত্যৰ দৰবাৰত সোণৰ ৰূপৰ আসন অধিকাৰ কৰি নাথাকিব পাৰে, কিন্তু অসমীয়া সাহিত্যৰ সকলো ক্ষেত্ৰকে তেখেতৰ নিপুণ আৰু গঢ়নশীল হাতৰ পৰশে নদন বদন ৰূপ দি গৈছে। এটা মাউৰা যেন হৈ পৰা সাহিত্যক চালুকীয়া অৱস্থাৰপৰা সজাই পৰাই শত বাধা বিঘিনিৰ মাজতো সংসাৰৰ সুধী সমাজৰ আগত উলিয়াই দিওঁতাসকলৰ ভিতৰত তেখেত এজন ঘাই গুৰিয়াল। এইবাবেই অন্ততঃ তেখেত অসমীয়াৰ অন্তৰত চিৰস্মৰণীয়।

অসমীয়া সাহিত্যই জীৱনযুদ্ধৰ বিপদ চাকনৈয়াত পৰি যেতিয়া উজনি-ভাটি কৰিছিল বেজবৰুৱাই অসীম সাহেৰে টঙালি আঁটি গুৰি ধৰিবলৈ বল পালে ক'ত? সাহিত্যৰ কেইখন দুৱাৰতে ভেটিবলৈ সমল পালে ক'ৰপৰা। এই বিপুল অনুপ্ৰেৰণাৰ ঘাঁই সুঁতিৰ উহেই বা কোনখিনিত?

সাহিত্যক একেবাৰে মনুষ্য জীৱনতত্ত্ব বুলিবলৈ অলপ পিছ হুঁহকিলেও সাহিত্য সৃষ্টি কৰিবলৈ যে মানৱ জীৱনৰ ভিতৰ বাহিৰৰ ঘনিষ্ঠ পৰিচয়ৰ-ঘাই

প্ৰয়োজন, এই কথাত দুই মত নোলাব। মানুহৰ অন্তৰৰ শোক-দুখ, হাঁহি-কান্দোন, মৰম-প্ৰীতি আৰু মনৰ গতি-বুদ্ধিলৈ যেনেকৈ সূক্ষ্ম অন্তৰ্দৃষ্টি লাগিব, বাহিৰৰ পৰিয়াল সমাজ, শিক্ষা, সংস্কৃতি সভ্যতাৰ লগতো তেনেকৈ গভীৰ পৰিচয় থাকিব লাগিব। প্ৰাচীন সাহিত্যসেৱীসকলে মানুহৰ অন্তৰ লৈয়ে ব্যস্ত আছিল আজিৰসকলে অন্তৰ লৈয়ে ক্ষান্ত নাই, বাহিৰখনো চলা-জৰা কৰিছে। আধুনিক জগতৰ সাহিত্য আঙুলিয়াবলৈ গলেই পোনেই ৰুছ সাহিত্যত তুৰ্গেনিভ, গৰ্কি, এণ্টনি, ছেকভ, বুনিন আদিৰ ৰচনাত ৰুছ সমাজ-সংস্কৃতি, সভ্যতা আৰু আশা-আকাংক্ষাৰ যি ফটফটীয়া ছবি জিলিকি উঠে, অনেকৰ মতে আন কোনো সাহিত্যত তেনে পোৱা নাযায়। তেওঁলোকে নিজৰ দেশ, সমাজ আৰু মানুহক কেৱল জানিয়েই এৰা নাই, বুজিবলৈকো চেষ্টা কৰিছে। এই বুজাৰ চেষ্টাৰ ফলস্বৰূপে সৃষ্টি হ'ল এক বিৰাট সাহিত্য। বেজবৰুৱাৰ জীৱনতো আমি দেখা পাওঁ এই একেটি সত্যকে। তেখেতে অসমীয়াক হাড়ে-হিমজুৱে চিনিছিল, ভিতৰে-বাহিৰে বুজিছিল, আশা-আকাংক্ষাৰ সম্ভেদ পাইছিল। অসমৰ পুৰণি সাহিত্য-সভ্যতা, ৰীতি-নীতি, ধৰ্মৰ লগত তেখেতৰ আছিল তেজমঙহৰ সম্বন্ধ। এইকাৰণেই তেখেতে নিজ দেশক অতিকৈ মনে চিতে ভাল পাব পাৰিছিল। নিজদেশৰ সৌন্দৰ্য যি ভালকৈ দেখা নাই, নিজ সংস্কৃতি, সাহিত্য, সভ্যতাৰ লগত যাৰ ঘনিষ্ঠ পৰিচয় নাই, সি আকৌ দেশক এনে গভীৰভাৱে ভাল পাব পাৰে কেনেকৈ ? দেশপ্ৰেম বোলা ভাবটো মানুহৰ লগতে লাগি নাহে। আয়ু-বৃদ্ধি আৰু ঘন পৰিচয়ৰ লগে লগে ভৰপক ধৰে। বেজবৰুৱা ডাঙৰীয়াই জন্ম গ্ৰহণ কৰিছিল অসমৰ এক প্ৰাচীন সম্ভ্ৰান্ত বংশত। অসমীয়াৰ দৰ দস্তুৰ, ৰীতি-নীতি, ধৰ্ম-কৰ্ম এই ঘৰত বিন্দু মাত্ৰও ইফাল সিফাল নোহোৱাকৈ চলি আহিছিল। ইপিনে অভিজাত সম্প্ৰদায়ৰ লগত যেনে ঘনিষ্ঠতা, সাধাৰণ জনৰ লগতো তেনে স্নেহ প্ৰীতিৰ লেনদেন আছিল। আজিকালিৰ ডাঙৰীয়া-সকলৰ দৰে ঘৰ বাৰীৰ বন-কাম কৰোৱাই হাজিৰাটো দি বিদায় কৰিয়ে সকলো লেনদেন শেষ কৰা নিয়ম তেতিয়া নাছিল। আপদে, বিপদে বুদ্ধি-ভৰষা, সম্পদত সংসাহ, প্ৰয়োজন অনুসৰি ধনবিত্ দি তেতিয়াৰ দিনৰ ডাঙৰীয়াসকল সামান্যজনৰ শ্ৰদ্ধা, ভয় আৰু ভক্তিৰ পাত্ৰ হৈছিল। লক্ষ্মীনাথ

বেজবৰুৱাৰ পিতৃদেৱ দীননাথ বেজবৰুৱাও আছিল তেনে বিধৰ ডাঙৰীয়া। গতিকে সমাজৰ তলত পৰি থকাসকলৰ লগতো লক্ষ্মীনাথৰ পৰিচয় হোৱাৰ যথেষ্ট সুবিধা ঘটিছিল। এই ফেৰাই আছিল তেখেতৰ জন্মগত সুবিধা।

এটা জাতিৰ আশা-আকাংক্ষাৰ সম্ভেদ লবলৈ, মনৰ গতিৰ উৱাদিহ পাবলৈ, ৰুচি আৰু আদৰ্শৰ যোগান ধৰিবলৈ, সেই জাতিৰ অতীত সাহিত্যৰ জ্ঞান অতিকৈ লাগতিয়াল। প্ৰাচীন সাহিত্যৰ আদৰ্শ আৰু সম্পদক একাষে ঠেলি একেবাৰে নতুন ভেটিত থিয় দিবলৈ সৰু-সুৰা শক্তিৰ কাম নহয়। ভাৰতৰ প্ৰাদেশিক ভাষা আৰু সাহিত্যৰ যিসকল আধুনিক আচাৰ্য তেওঁলোকৰ চিন্তা, কল্পনা আৰু ৰচনাত সংস্কৃত আৰু মধ্যযুগীয় বৈষ্ণৱ কবিবিলাকৰ প্ৰভাৱ বৰ ডাঠ। ৰবীন্দ্ৰনাথেও বিদ্যাপতি, চণ্ডীদাসক একতীয়াকৈ থৈ আগবঢ়া নাছিল। শংকৰদেৱেও পূৰ্বৰ অপ্ৰমাদী কবিসকলৰ কথা সুঁৱৰিবলৈ পাহৰা নাছিল। বেজবৰুৱায়ো পুৰণি অসমীয়া সাহিত্য পঢ়িয়েই নেৰিছিল; সি আছিল তেখেতৰ ভাত-মাছ। তেখেতৰ নিজৰ ভাষাতে—"কাণৰ লং-কেৰু, ডিঙিৰ সাতসৰি আৰু হাতৰ গাম-খাৰু।"

পুৰণি বৈষ্ণৱ সাহিত্যই তেখেতৰ সকলো প্ৰেৰণাৰ ঘাই হৈ আছিল। শংকৰ-মাধৱৰ ৰচনাত তেখেতে জঁয় পৰি যাব খোজা অসমীয়া ভাষাৰ মৃত-সঞ্জীৱনীৰ সন্ধান পাইছিল, নৱৰসৰ ৰহঘৰা দেখিছিল, নতুন সৃষ্টিৰ কাৰণে সমল লাভ কৰিছিল। গুৱাহাটীৰ সম্বৰ্ধনা সভা এখনত তেখেতে নিজে সোণৰ-ৰূপৰ মুখেৰে এই কথা স্বীকাৰ কৰিছিল। তেখেতে কৈছিল, "সৰুৰে পৰা কীৰ্ত্তন, দশম আদিৰ লগত অতি ঘনিষ্ঠ সম্বন্ধ ৰখাৰ বাবেই আজি অসমীয়া ভাষা আৰু সাহিত্যৰ কাৰণে কিবা অলপ কৰিব পাৰিছোঁ।" তেখেতসকলৰ পৰিয়াল কমলাবাৰীৰ সেৱক আছিল। পিতৃ দীননাথ বেজবৰুৱাই লুইতৰ বুকুৰে নাৱেৰে যাওঁতেও দূৰৰপৰা কমলাবাৰী সত্ৰৰ গছ-গছনি দেখা পালেই মূৰ দোৱাইছিল। লক্ষ্মীনাথ বেজবৰুৱাৰো মহাপুৰুষীয়া ধৰ্মৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু প্ৰেম ব্ৰাহ্ম পৰিবাৰত বিবাহ কৰিও শেহলৈকে অটুট আছিল। এইবোৰ কাৰণতেই বৈষ্ণৱ সাহিত্যও আছিল লক্ষ্মীনাথৰ 'লক্ষ্মী'। তাৰ কৃপাতেই সাহিত্য জগততো অসীম শ্ৰীৰ গৰাকী হৈ আনকো দান কৰি গৈছে।

এই গ'ল অসমীয়াৰ সাহিত্য আৰু সংস্কৃতিৰ কথা। সমাজৰ কথাও লক্ষ্মীনাথৰ পুংখানুপুংখৰূপে জনা আছিল। অসমীয়া সমাজৰ সৌন্দর্যৰ মোল বুজিছিল, আবর্জনাখিনিতো চকু দিছিল। তেখেতৰ নাটক আৰু গল্পবোৰত এই কথাৰ ফটফটীয়াকৈ প্ৰমাণ পোৱা যায়। গল্প উপন্যাসৰ উপকৰণ ক'ত ? এই কথাৰ উত্তৰ বেজবৰুৱাদেৱৰ গল্পবিলাকতে পোৱা যায়। তেখেতৰ গল্পবিলাক ৰোমাঞ্চকৰ নহয়। অতি সাধাৰণ বিষয়বস্তু, চকুৰ আগত দেখি থকা নিতৌ হৈ থকা ঘটনাৰপৰা বুটলি লোৱা। অথচ তাৰ মাজতেই অসমীয়া সুখ-দুখ, আশা-আকাংক্ষাৰ পোহৰ জলমলাই পৰিছে। তাতেই জাতিৰ দুখৰ বেদনাৰ বিননিও শুনা যাব। কেতিয়াবা আকৌ নির্মল আনন্দৰ প্ৰাণ খোলা হাঁহিৰ ৰগৰো কাণত পৰিব। বেজবৰুৱাৰ খুহুতীয়া ৰচনাবোৰ পঢ়িলে আনন্দ লাগে যে, অসমীয়া সামাজিক জীৱনকো অৱলম্বন কৰি এনে হাস্যৰসৰ ৰহঘৰা বান্ধিব পাৰি। বহুত দিনৰ আগৰ বাঁহীত লিখা 'এৰাবাৰী' বুলি এটা গল্পৰ কথা মনত পৰিছে। নিচেই সৰু গল্পটো, ঘটনাটোও অসমৰ গাঁৱে-ভূঞে অলপ ইফাল সিফালকৈ সদায় ঘটিবই লাগিছে; কিন্তু সেই এৰাবাৰীখনকে সমল কৰি লৈ অতি সুন্দৰ আৰু সবল গল্প এটিয়ে ফেৰ মেলি উঠিছে। গল্পটো পঢ়িলে এসময়ত টনকিয়াল অৱস্থাৰ অসমীয়ালোকৰ এৰাবাৰীত সোমোৱা যেন লাগে। সেই ঘৰৰ ভেটিৰ দাঁতিতে থেৰেজু টেঙা জোপা তাৰ গাতে আকৌ কপৌফুল, অলপ দূৰতে এজোপা ডেকেৰুৱা আম গছ। ঘৈণীয়েকৰ ওপৰত খং কৰি 'নাখাওঁ ভাত, নাথাকো এইখন ঘৰত" বুলি ফোৰোহনি মাৰি ওলাই আহি এৰাবাৰীৰ থেৰেজুডালতে আউজি কানিৰ নিচাত সপোন দেখিছে, গছে গছে কথা পতা শুনিছে। থেৰেজুৱে আমজোপাক সেই ঘৰৰ পুৰণি কথাকৈ দুখ কৰিছে। বেজবৰুৱাৰ এনে গল্পবিলাক পঢ়িলে চেতনা হয় যে, ৰৌ মাছ হলেই আঞ্জা ভাল হব এনে কথা হব নোৱাৰে, পকা ৰান্ধনীৰ হাতত পুঠিমাছে গৰকা আঞ্জাও নেৰিম যেন লগা হয়, ঘাই কথা ৰান্ধনীলৈ। মাল-মচলাৰ জুতি-বুজা, খাৰ-টেঙাৰ উমান পোৱা, শাক-পাচলিৰ গুণ বুজা জনীৰ হাতত পুঠি-দৰিকণাই ৰৌ-বৰালিকো চেব পেলায়। প্ৰকৃত কথা এই, অসমীয়াৰ জাতীয়জীৱন এচমকা হব পাৰে, ৰোমাঞ্চকৰ ঘটনা দিনে-ৰাতিয়ে নঘটিবও পাৰে, কিন্তু সেই বুলি বৈচিত্র্যহীন নহয়। এটা পুৰণি

জাতিৰ জীৱনত বিচিত্ৰতা নাই, এই কথাত পতিয়ন যাব নোৱাৰি। কিন্তু ওপৰ চকুৱাই সেই বিচিত্ৰতা মনিব নোৱাৰে। ঘনিষ্ঠ পৰিচয় নাথাকিলে বুজিবৰ চেষ্টা কৰাও বৃথা। এইবোৰ কাৰণতেই আধুনিক অসমীয়া গল্পৰ ভালেখিনি কেৱল কিছুমান কল্পনাৰ সমষ্টি, কমোৱা তুলাৰ দৰে উৰি ফুৰা, কিন্তু অসমীয়া জীৱনৰ সাকুৱা ভূমিকা স্পৰ্শ কৰাৰ চিন নাই। বেজবৰুৱাই সম্বলপুৰৰপৰা লিখিছিল, কিন্তু তাৰপৰাই অসমীয়া জীৱনৰ স্পন্দন অনুভৱ কৰিছিল। গুৱাহাটীৰ ছুডমাৰ্ছন হলৰ মঞ্চত থিয় হৈ এদিন তেখেতে নিজ সাহিত্য প্ৰতিভাৰ গুৰি কথা সগৌৰৱে কৈছিল—"মই বিদেশত থাকিলেও অন্তৰাত্মা গোটেই অসমতে বিয়পি আছে।" কেৱল বেজবৰুৱাৰে নহয়; জগতৰ সাহিত্য স্ৰষ্টাসকলৰ প্ৰতিভাৰ গুৰিতে এই বিৰাট সত্য।

বিনন্দীয়া অসমৰ পৰ্বত-নৈয়েও নিজ নিজ গহীন গম্ভীৰ সুজলা-সুফলা শুৱনি মূৰ্তিৰে বেজবৰুৱাৰ মনত দ সাঁচ বহুৱাইছিল। জগতৰ সকলো সাহিত্যতে সেই সেই দেশৰ প্ৰখ্যাত নদী বা পৰ্বতৰ এটা যুগমীয়া স্থান আৰু প্ৰভাৱ আছেই আছে। ভাৰতৰ সাহিত্যত হিমালয় অদৃশ্য নায়ক। ভাৰতীয় সাহিত্য, দৰ্শন, ধৰ্ম সকলোতে অভ্ৰভেদী তুষাৰাবৃত গম্ভীৰ হিমালয়ৰ উদাৰ উন্নত মূৰ্তিয়ে অলক্ষিতে প্ৰভাৱ বিস্তাৰ কৰিছে। এটি বিশিষ্ট মনোবৃত্তিয়ে গঢ় লোৱাত অনুপ্ৰেৰণা দি আহিছে। এই কথা আমি ভাৰতীয়য়েই কেৱল নকও দূৰ-দূৰণিৰপৰা অহা তীক্ষ্ণধী লোকসকলেও ধৰা পেলায়। ভাৰতৰ মহাকবি কালিদাসৰ মানত হিমালয় বৃক্ষ, শিলাময় উচ্চ ভূভাগ নহয়। তেওঁৰ মানত হিমালয় আছিল দেৱতাত্মা। কবি সম্ৰাট ৰবীন্দ্ৰনাথৰ মনৰ ওপৰত পদ্মানদীৰ বিচিত্ৰ ৰূপৰ পোনপটীয়া প্ৰভাৱৰ কথা তেখেতে অলেখ বাৰ নিজে স্বীকাৰ কৰিছে। অসমীয়া সাহিত্যৰথী বেজবৰুৱাৰ মনত সকৰেপৰা মহাবাহু ব্ৰহ্মপুত্ৰই বিশিষ্ট স্থান লাভ কৰিছিল। এই ব্ৰহ্মপুত্ৰ ৰঘুনাথ চৌধাৰীৰ 'বুঢ়ালুইত' নহয়। পৰ্বত ভৈয়াম বিদাৰি অহা, ফেনেফোটোকাৰে পাৰ আফালি বাগৰি যোৱা, হাজাৰ বছৰ ধৰি বীৰৰ তেজ উটাই নিয়া বলদৃপ্ত উদাৰ গম্ভীৰ ব্ৰহ্মপুত্ৰ আছিল তেখেতৰ অনুপ্ৰেৰক দেৱতা। এই ব্ৰহ্মপুত্ৰৰ অশেশৱ প্ৰভাৱেই লক্ষ্মীনাথৰ যুঁজাৰু হৃদয়ত অযুত হাতীৰ বল দিছিল।

তেখেতে জন্ম গ্ৰহণ কৰিছিল ব্ৰহ্মপুত্ৰৰ বুকুৰ ওপৰত নাৱৰ গৰ্ভত।

গুৱাহাটী'ৰপৰা শিৱসাগৰলৈকে ব্ৰহ্মপুত্ৰৰ শৈশৱৰ লেহুকা মনত চিৰকলীয়া স্পন্দন ৰাখি থৈ গৈছিল। "তাৰেই প্ৰতিধ্বনি এদিন 'বাহীৰ' মাতত শুনা গৈছিল, "ব্ৰহ্মপুত্ৰ সংগীত" কবিতাত, শেষ জীৱনো ব্ৰহ্মপুত্ৰৰ পাৰতেই সামৰণি মাৰিলে, ব্ৰহ্মপুত্ৰ তেখেতৰ প্ৰাণৰ সম্পত্তি আছিল। এইকাৰণেই "কৃপাবৰ বৰবৰুৱাৰ শেহ উইলত" অসমীয়া ভাই-ভনীলৈ পোন প্ৰথমে ব্ৰহ্মপুত্ৰখনকে দান কৰিছে। ব্ৰহ্মপুত্ৰ অসমীয়া জাতিৰ অতীত, বৰ্তমান, ভৱিষ্যত বুকুত লৈ অসমদেশক পূৰ্বৰপৰা পশ্চিমলৈ আকোৱালি ধৰি আছে। বেজবৰুৱায়ো অসমীয়াৰ সুখ-দুখ, হাঁহি-কান্দোনৰ লগত নিজক একেডাল সূতাৰে বান্ধি লৈ অন্তৰ আত্মাৰে পাটকাইৰপৰা মানাহলৈকে গোটেই অসমক সাৱটি আছিল। তাৰ ফলতেই এই জাতিৰ সাহিত্যয়ো তেখেতৰ হাতত জয়শ্ৰীমণ্ডিত হৈ জিলিকি পৰিল।□

# কৰ্মবীৰ নবীন বৰদলৈ

ভাৰতবৰ্ষত প্ৰাচীন কালৰপৰা ৰাজনীতি কৰ্মৰ দুটা ধাৰা প্ৰয়াগৰ গংগা-যমুনাৰ সোঁতৰ দৰে লগালগিকৈ বৈ আহিছে। লগালগিকৈ বৈ গলেও গংগা-যমুনাই নিজস্ব ৰূপ আৰু বৰ্ণৰ সলনি কৰা নাই। তীৰ্থযাত্ৰীয়ে কেতিয়াবা এটা সোঁতত গা ধুইছে, চান-দান-আচমন কৰিছে, কেতিয়াবা ইটো ধাৰাত অবগাহন কৰিছে। সেই নিচিনাকৈ ভাৰতৰ ৰাষ্ট্ৰপুৰুষসকলে ৰাজনীতিৰ কেতিয়াবা এটাত কেতিয়াবা আনটো ধাৰাত পাৰি দিয়ে। এই দুই ৰাজনীতিৰ এটাক মহাভাৰতীয় আনটোক ৰামায়ণীয় ধাৰা বুলি বিশেষিত কৰিব পাৰি। মহাভাৰতৰ ৰাজনীতিত ছল, চাতুৰি, মিথ্যাভাষণ আৰু কপট ব্যৱহাৰ আৰু ষড়যন্ত্ৰ এই আটাইবোৰ দোষযুক্ত উপায় অবলম্বন কৰা হৈছিল। ছল কৰি পাশাখেল, চাতুৰিৰে জয়দ্ৰথ বধ, অৰ্জুন আৰু দুৰ্যোধনে যুদ্ধ-সাহায্য বিচাৰিবলৈ আহোঁতে শ্ৰীকৃষ্ণৰ কপট-নিদ্ৰা, জতুগৃহদাহৰ ষড়যন্ত্ৰ এই এটাই-বোৰ উপায়েৰে ৰাজনীতি আৰু যুদ্ধনীতি পৰিচালনা কৰাৰ উপাখ্যান মহাভাৰতৰ পৰ্বে পৰ্বে ভৰি আছে। ইয়াৰ বিপৰীতে ৰামায়ণৰ ৰাজনীতি পোনপটীয়া আৰু সত্যৰ ওপৰত প্ৰতিষ্ঠিত। পিতৃ সত্য পালনৰ কাৰণে আসন্নাভিষেক ৰাজকুমাৰে স্বেচ্ছাই বন-গমন কৰা, ঋষিৰ আগত কৰা প্ৰতিজ্ঞাৰ অন্যথা নকৰি কুমলীয়া ৰাম-লক্ষ্মণক হৃদয়াবেগ সংযত কৰিও অজেয় ৰাক্ষসৰ সৈতে সমুখ ৰণলৈ পঠিয়াই দিয়া আদি ৰাম-কাহিনীৰ কথা সকলোৱে জানে। সাগৰৰ ওপৰত সেঁতু বান্ধি ৰাম সসৈন্য লংকাত সোমাল, ৰাৱণে গমকে নাপালে। ইচ্ছা কৰা হলে অতৰ্কিতে আক্ৰমণ কৰি দীঘলীয়া ৰণখন চমুৱাবলৈ ৰাম-সেনাই বেছি অসুবিধা ভোগ কৰিব নালাগিলহেঁতেন। পিছে তাকে

নকৰি অংগদক ৰাৱণৰ সভালৈ পঠিয়াই তেওঁৰ সসৈন্য আগমনৰ জ্ঞান দিয়াই নহয় সন্ধিৰ প্ৰস্তাৱহে পঠিয়ালে। ৰামায়ণত ছল বা চাতুৰিৰ আশ্ৰয় লোৱা দৃষ্টান্ত দুটা মাথোন, এটা বালীবধ আৰু আনটো মেঘনাদ বধ। বালীবধৰ কথাও পোনকুৰীয়াকৈ ভাবি চালে সিমান অন্যায় হৈছিল যেন বোধ নহয়। বালী-সুগ্ৰীবৰ কাজিয়া ভাই-ককাইৰ কাজিয়া, মীমাংসাও হব লাগে ভাই-ককাইৰ মাজত মিলাপ্ৰীতিৰে হওক বা যুদ্ধৰে হওক নহলে শ্ৰীৰামচন্দ্ৰই বালীকে যুদ্ধলৈ মাতি আনি সাততালভেদী বাণেৰে বধ কৰিব পাৰিলেহেঁতেন; তাকে নকৰি দুই ককাই-ভাইক মীমাংসাৰ এটা সুযোগ দিয়াটো ৰাজনীতিৰ ধৰ্ম বুলি বিবেচনা কৰিলে। সেই যুদ্ধ হৈছিলো বাৰুকৈয়ে সুগ্ৰীবৰ অৱস্থা শোচনীয় যেন নেদেখালৈকে ৰামচন্দ্ৰই বাণ ত্যাগ কৰা নাছিল; শেষত বাণ এৰিলে, কিন্তু পূৰ্বৰ মিত্ৰ সত্যৰপৰা ভ্ৰষ্ট নহবৰ ইচ্ছাৰে। পূৰ্বতে প্ৰতিজ্ঞা কৰিছিল সুগ্ৰীবক সহায় কৰিব, বালী বধ কৰিব। এতিয়া যদি বালীয়েহে যুদ্ধত সুগ্ৰীবক বধ কৰে তেনেহলে ৰামৰ প্ৰতিজ্ঞা ভ্ৰষ্ট হব। মিত্ৰৰ প্ৰতি দিয়া সত্যক ৰক্ষা কৰিবলৈকে এনেভাৱে বালীক বধ কৰিব লগা হ'ল। মেঘনাদে সমুখসমৰ কৰা নাছিল, লুকাই থাকি শৰ নিক্ষেপ কৰিছিল-- তেনেজন শঠ-যুঁজাৰুক অতৰ্কিতে আক্ৰমণ কৰাৰ বাহিৰে কোনো উপায় নাছিল। তথাপি নিৰস্ত্ৰজনৰ লগত লক্ষ্মণে যুঁজা নাছিল। ৰামায়ণত যি ৰাজনীতিৰ খেলা তাত কপটাচাৰ, ছল-চাতুৰি আৰু মিথ্যাশ্ৰয়ে ৰাজত্ব কৰিব পৰা নাই। ধৰ্মশাস্ত্ৰবিলাকত ৰাজধৰ্মব্যাখ্যানত প্ৰায়শঃ এই ধাৰাক মান্যতা দিছে।

এই দুই ধাৰা ৰাজনীতিৰ ব্যৱহাৰ ভাৰতৰ বুৰঞ্জীত বহুত আঙুলিয়াব পাৰি। অশোক আছিল ৰামায়ণীয় ৰাজনীতিজ্ঞ কিন্তু তেওঁৰ পাছত ভদ্ৰবাহু মহাভাৰতীয় ৰাজনীতিৰ বলি হব লগা হৈছিল। শিৱাজীয়ে মহাভাৰতীয় ৰাজনীতিৰ ধাৰা অনুসৰণ কৰিছিল কিন্তু তেওঁৰ কিঞ্চিৎ পূৰ্ববৰ্তী মহাৰাণা প্ৰতাপে ৰামায়ণীয় ধাৰা অক্ষুণ্ণ ৰাখি চলিছিল, ছল-চাতুৰিৰ কাষকো নাচাপিছিল। বৰ্তমান যুগৰ স্বাধীনতা যুদ্ধতো এই দুই ধাৰা ৰাজনীতিৰ পালন-পোষণ দেখিবলৈ পাওঁ। লোকমান্য তিলক আৰু তেওঁৰ অনুবৰ্তী সকলে সাধনৰ শুদ্ধতালৈ আওকাণ কৰি সাধ্যবস্তু স্বৰাজকহে মুখ্যস্থান দিছিল।



*কৰ্মবীৰ নবীন বৰদলৈ*

এনে লোকৰ মতে স্বৰাজৰ হকে প্ৰয়োজন হলে সত্যক পাছলৈ ঠেলি থোৱাষাৰ একো জগৰৰ কথা নহয়। মহাত্মা গান্ধীয়ে কিন্তু কৈছিল সত্যক নেওচি স্বৰাজকো নালাগে। ভাৰতৰ অহিংস স্বৰাজ-সংগ্ৰাম মহাত্মাগান্ধীৰ নেতৃত্বত যথা সম্ভৱ এই আদৰ্শতে চলিছিল। পিছে নিৰ্বাচন-সৰ্বস্ব ৰাজনীতিৰ যেতিয়া প্ৰবেশ ঘটিল মহাভাৰতীয় ধাৰায়ো লগে লগে ভুমুকি মাৰিলে আৰু পিছলৈ এই ধাৰাই প্ৰবলৰূপ ধাৰণ কৰিলে। ইয়াৰ ভিতৰতো এজন ৰাজনৈতিক নেতা আছিল যি ৰামায়ণীয় ধাৰাৰপৰা বিচ্যুত নহৈছিল, ছল-চাতুৰিৰে ৰণ জিকিবলৈ চেষ্টা নকৰিছিল, হৃদয়ৰ ভাব আৰু মুখৰ কথাৰ প্ৰভেদ নাছিল আৰু যেন কথা তেন কামৰ মানুহ আছিল। এনে এজন আছিল স্বৰ্গীয় নবীন চন্দ্ৰ বৰদলৈ। জীৱনৰ দুই এটা সৰু সুৰা কথাৰে তাক ব্যক্ত কৰিবলৈ চেষ্টা কৰিম।

১৯৩৪ চনৰ লেজিছলেটিভ এছেম্ব্লিৰ (বৰ্তমান লোকসভা) কাৰণে অসম উপত্যকাৰপৰা প্ৰাৰ্থী আছিল দুজন সিংহপুৰুষ— তৰুণ ৰাম ফুকন আৰু নবীন চন্দ্ৰ বৰদলৈ। ফুকন আছিল এইখন এছম্ব্লিৰ পুৰণি সদস্য, বৰদলৈ নতুন প্ৰাৰ্থী। ফুকন কংগ্ৰেছৰ মনোনয়নৰ বিপক্ষে স্বতন্ত্ৰ প্ৰাৰ্থী ৰূপে নিৰ্ৱাচন যুদ্ধত অৱতীৰ্ণ হ'ল। বৰদলৈ আছিল কংগ্ৰেছ দলৰ সমৰ্থিত কংগ্ৰেছী প্ৰাৰ্থী। জনপ্ৰিয়তা আৰু ৰাইজৰ আস্থাত কোনোজনেই কম নাছিল। গতিকে যুদ্ধখন

ভীম-দুৰ্যোধনৰ গদাপৰ্বই আছিল। নবীন বৰদলৈৰ হৈ নিৰ্বাচন পৰিচালনা কৰিছিল ত্যাগবীৰ হেম বৰুৱা, লোকপ্ৰাণ অমিয় কুমাৰ দাস, নিৰ্বাচন পটু ৰাজনীতিজ্ঞ সিদ্ধিনাথ শৰ্মা আৰু তেতিয়াৰ ডেকা কংগ্ৰেছ কৰ্মী শ্ৰীলক্ষ্মীধৰ বৰা, শ্ৰীৰাধিকাৰাম দাস প্ৰভৃতিয়ে। এইসকলে এটি বিবৃতি প্ৰস্তুত কৰিলে। সেই বিবৃতিত আগৰ দহ বাৰ বছৰে ফুকন যে সক্ৰিয় হব পৰা নাছিল আৰু অসমৰ বিশেষ সমস্যাবোৰৰ কথা উপস্থাপিত হওঁতে ফুকন অনুপস্থিত আছিল অথবা উপস্থিত থাকিলেও ওঁ তৎসৎ একো মতা নাছিল এইবোৰ কথা তাৰিখ, প্ৰসংগ ইত্যাদি উল্লেখ কৰি এছন্দ্ৰ্লি কাৰ্য-বিৱৰণীৰপৰা সংকলন কৰি প্ৰস্তুত কৰা হৈছিল। সেই বিবৃতি তেতিয়াৰ 'তিনিদিনীয়া অসমীয়া'ত পূৰাকৈ এক কি ডেৰ পৃষ্ঠাত ছপা হৈছিল, সিও নিৰ্বাচন হোৱাৰ দুদিন কি তিনিদিন আগত। ফুকনৰ উত্তৰ দিবলৈ সময় নাছিল। পিছে এই কাম কৰা হৈছিল সম্পূৰ্ণ গোপনে আৰু বৰদলৈ ডাঙৰীয়াৰ অজ্ঞাতে। এই বিবৃতিৰ সংকলনকৰ্তা-সকলেও বৰদলৈ ডাঙৰীয়াক এই বিষয়ে ফুটকৈ কোৱা নাছিল। নোকোৱাৰ কাৰণো আছিল। তেওঁবিলাকে জানিছিল বৰদলৈ ডাঙৰীয়াই হয় এনে পশ্চাদঘাতী নীতি সমৰ্থন নকৰিব, নহয় কথাষাৰ গোপনে নাৰাখি আগতে সকলোৰে আগতে কৈ দিব। ফুকন আৰু বৰদলৈ অসমৰ ৰাজনীতিত সেইকালৰ সৰ্বজন শ্ৰদ্ধেয় নেতা। একেখন হাবিৰ দুই বাঘ হলেও তেওঁলোক দুজনৰ মাজত আঁৰিয়া-অৰি বা খিয়লা-খিয়লি নাছিল। নিৰ্বাচনৰ দুদিন আগতে ইমানবোৰ একপক্ষীয় অভিযোগ উত্তৰ দিবলৈ সুযোগ নিদিয়াকৈ প্ৰকাশ কৰাষাৰ ৰাজনৈতিক কৌশল হব পাৰে কিন্তু শুদ্ধ আৰু বন্ধুজনোচিত এটাও নহয়। গতিকে নিৰ্বাচনৰ ঘাইজন মানুহ হলেও তেওঁক জনাবলৈ নিৰ্বাচন পৰিচালকসকলৰ সাহ নহল বা তেওঁবিলাকে এই কাম কাৰ্যকাৰিতাৰ ফালৰপৰা সমীচীন বুলি নাভাবিলে। নিৰ্বাচনত জিকাৰ পিছত এই কথা বৰদলৈ ডাঙৰীয়াই গম পালে। তেখেতে জানিলে যে কথাষাৰ গোপনে নাথাকিব এই ভয়তহে তেখেতক জনোৱা নহল। বৰদলৈয়ে পিছতহে এই কথা শুনিবলৈ পালে, সিও বাটত গৈ থাকোঁতে পাছফালৰপৰা কাণত পৰিল। বৰদলৈয়ে ভাবিলে তেখেতৰ ওপৰত কৰ্মীসকলৰ আস্থা নাই আৰু সেইকাৰণে তেখেতক নজনোৱাকৈ বিবৃতি প্ৰস্তুত কৰা হৈছিল।

বৰদলৈ ডাঙৰীয়াই উগ্ৰমূৰ্তি ধৰি সদস্য পদ ইস্তফা দিবলৈ ওলাল। শুনা যায় স্বৰ্গীয় সিদ্ধিনাথ শৰ্মাৰ নিমজ বুজনিয়েহে বৰদলৈৰ খং জামৰাব পাৰিছিল। কিমান ঋজু-স্বভাৱ হলে এনেবোৰ কথা ঘটিব পাৰে তাক বুজিবলৈ সৰহপৰ নালাগে। ঋজুতা বা আৰ্জৱ ভগবদ্‌গীতাৰ মতে মানুহৰ চৰিত্ৰৰ দৈৱী সম্পৎ। কৌটিল্যৰ মতে ৰজাই বা ৰাজপুৰুষে স্থিৰ কৰা সিদ্ধান্তৰ কথা তেওঁবিলাকৰ আকাৰ ইংগিততো অৰ্থাৎ মুখৰ ভাবগতিৰেও প্ৰকাশ পাব নালাগে। কৰ্মচাৰী বা বিষয়াসকলেও কাম হৈ যোৱাৰ পিছত বা হৈ থাকোঁতেহে প্ৰকৃত উদ্দেশ্যৰ সম্ভেদ পাব লাগে। আৰ্জৱ সম্পন্ন অথচ ৰাজনীতিৰ অৰণ্যত বিচৰণকাৰী পুৰুষ সদায় বিৰল।

বৰদলৈ ডাঙৰীয়াৰ গাত ঋজু প্ৰকৃতিৰ মানুহৰ সুগুণ আৰু দুৰ্গুণ দুয়োটাই আছিল। ঋজু মানুহ স্বভাৱতে আবেগ-প্ৰৱণ হয়। বৰদলৈ ডাঙৰীয়াৰ কেতিয়াবা অলপতে ভমক্ কৰে খং উঠিছিল। সেই খঙৰ মূৰ্তিৰ প্ৰকোপ ওচৰত থকাজনে ভালকৈয়ে পায়। পিছে ধান খেৰৰ জুই, অলপ বেলিৰ মূৰতে মুমাই পানীকৃত্য হৈ যায়। শ্ৰীলক্ষ্মীধৰ বৰা, শ্ৰীৰাধিকাৰাম দাস আৰু এই লিখকে সেই খঙৰ ভমক্ দুই এবাৰ দেখাৰ কথা মনত পৰে। ১৯৩০ চনৰ কোনোবা এটা সন্ধিয়া, মাহ তাৰিখ মনত নাই। সেইবাৰৰ আইন অমান্য আন্দোলনত বৰদলৈ আৰু ফুকন ডাঙৰীয়া এজনেও অসহযোগ আন্দোলনৰ বাৰৰ দৰে ভৰ সোঁতত জঁপিয়াই পৰা নাছিল। নাছিল যদিও আলেঙে আলেঙে সকলো প্ৰকাৰে সহায় কৰি আছিল। আমি গাঁৱলৈ গলে ৰাইজে সোধে ফুকন বৰদলৈ ক'ত? সেইসকল নাহে কেলৈ ইত্যাদি। বৰদলৈ ডাঙৰীয়াৰ চ'ৰাত বহি আমি এইবোৰ কথাকে সেইদিনা সন্ধিয়া তেখেতৰ আগত কৈছিলোঁ। প্ৰকাৰান্তৰে বৰদলৈ ডাঙৰীয়া আগৰ বাৰৰ দৰেই ওলাব লাগে এনে ভাবকে বেকত কৰিছিলোঁ। নানা লেঠা আৰু আৰ্থিক জঞ্জালৰ কাৰণে সেইবাৰ আইন অমান্যত পূৰ্ণ-ধৰীয়াকৈ ওলাব নোৱাৰি বৰদলৈ ডাঙৰীয়াই কিজানি মনে মনে স্বস্তিহীনতা অনুভৱ কৰিছিল। সেই অস্বস্তিয়েই কিজানি পলকতে খংৰূপে প্ৰকট হৈ পৰিল। খন্তেকৰ কাৰণে উগ্ৰমূৰ্তি ধৰি আমাক কিবাকিবি খং কৰিলে আৰু লগতে কোৱা মনত আছে তোমালোকে কি কৰিছা, দেশৰ মানুহ ইমান অকামিলা হ'ল নে কি যে

"নাজাগিলে আজ বৰদলৈ এ আসাম আৰ জাগে না জাগে না।"[১] অলপ পৰ টলকা মাৰি থাকি চাকৰক মাতি চাহ আনিবলৈ হুকুম কৰিলে। লগতে নিজেও একাপ খালে। খং পানীকৃত্য হৈ উৰি গ'ল। আকৌ নানা কথাৰে সন্ধিয়াটো মনোৰম কৰি তুলিলে। বৰদলৈ ডাঙৰীয়াৰ এই স্বভাৱটোৰ কথা কৈ এদিন সিদ্ধিনাথ শৰ্মা ডাঙৰীয়াই এষাৰ কথা কোৱা শুনিছিলোঁ। বৰদলৈ যেতিয়া লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল সিদ্ধিনাথ শৰ্মা ভাইচ্ চেয়াৰমেন আছিল। মানুহে সকৰে ডাঙৰে বহুত কথা লৈ বৰদলৈ ডাঙৰীয়াক নিতৌ পুৱা বেলিকা গৈ আমনি কৰে। তাতে কেতিয়াবা একোজন ধেকুৱা-ঠাৰি যেন অবুজন লোকে পেৰপেৰাই থাকে, বৰদলৈৰ খং উঠে। দাবি হুকি দি নহব বুলি কৈ পঠায়। সেইজন মানুহেই আকৌ সিদ্ধিনাথ শৰ্মাৰ গুৰি পায়গৈ। শৰ্মাই কয় চেয়াৰমেনৰ গুৰিলৈ যোৱা, তেওঁহে পাৰিব। মানুহজনে কয়—'এ গৈছিলোঁ, পিছে তেখেতে খং কৰি দাবি হুকিহে দিলে', শৰ্মা ডাঙৰীয়াই হেনো তেতিয়া তেনেজনলোকক আশ্বাস দি কয় বোলে, "তোমাৰ কাম তেনেহলে হৈ গৈছে তুমি নিশ্চিন্তে ঘৰলৈ যোৱা, বৰদলৈয়ে যাক খং কৰে তেওঁৰ কাম সিদ্ধ হয়।" সঁচাকৈয়ে দুপৰীয়া বৰদলৈ ডাঙৰীয়াই শৰ্মা ডাঙৰীয়াক কয়—'হেৰা সিদ্ধি, অমুক মানুহটোৱে খাই মাৰিছে, তাৰ কামটো কৰি দিয়াৰ ব্যৱস্থা কৰিবা।'—এনেকুৱাই আছিল তলে পুতল দিব নজনা—কাঁৰৰ দৰে পোন ৰাষ্ট্ৰপুৰুষ নবীন বৰদলৈ।

আগতে কৈ আহিছোঁ যে বৰদলৈ ডাঙৰীয়াৰ পেটৰ কথা আৰু মুখৰ কথাৰ মাজত আঁৰবেৰ নাছিল। সেইদৰে আকৌ কোৱা কথা আৰু কামৰ মাজতো হেৰ ফেৰ নাছিল। কৰ্মবীৰে যি কাম আনক কৰিবলৈ কৈছিল তাক নিজে যি কৰিছিলেই আনেও যাতে কৰে তাৰ অৰ্থে মন-প্ৰাণ দি ভাবিছিল আৰু দেহে কেহে যত্ন কৰিছিল। গান্ধীজীৰ খাদী-প্ৰচাৰ কাৰ্যৰ উপকাৰিতা বৰদলৈয়ে মনে-চিতে বিশ্বাস কৰিছিল। সেইকাৰণেই ১৯২৬ চনৰ কংগ্ৰেছৰ গুৱাহাটী অধিবেশনৰ সম্পাদক হৈ তেখেতে এটা অসাধ্য প্ৰায় কাম হাতত

---

১। মুকুন্দ দাসৰ যাত্ৰাৰ স্বদেশী গানবোৰ সেই সময়ত অসমীয়া মানুহবো মুখে মুখে আছিল। "না জাগিলে আজ ভাৰত ললনা, এ ভাৰত আৰ জাগে না জাগে না" গানটোৰে বৰদলৈ ডাঙৰীয়াই শব্দান্তৰ ঘটাই কৈছিল।

লগে। কংগ্ৰেছ সভাৰ বিৰাট মণ্ডপৰ ছাউনীখন খাদী কাপোৰেৰে তৰিবলৈ বৰদলৈয়ে প্ৰস্তাৱ আগবঢ়ালে। ইয়াৰ পূৰ্বে কংগ্ৰেছৰ কোনো অধিবেশনতে বিশাল মণ্ডপ খাদী কাপোৰেৰে ঢাকিবলৈ কোনেও সাহ কৰা নাছিল বা প্ৰয়োজনটোকে অনুভৱ কৰা নাছিল। বৰদলৈৰ এই সংকল্পত পোন প্ৰথমে অভ্যৰ্থনা সমিতিৰ বহুত সদস্যই উচাপ খাই উঠিছিল। পিছে ভীম কৰ্মা পুৰুষ বৰদলৈ ডাঙৰীয়াই এনে এক অসাধ্য প্ৰায় কামকো সাধি দেখুৱালে। নগাঁও জিলাৰ মৰিগাঁও অঞ্চলত খাদী-বয়নৰ কাৰখানা বহাদি বহিল। এই কাৰ্যত তেখেতৰ সোঁহাত স্বৰূপ আছিল উগ্ৰকৰ্মা ত্যাগী পুৰুষ পণ্ডিত কণকচন্দ্ৰ শৰ্মা। গুৱাহাটী কংগ্ৰেছৰ খাদীৰে ঢকা মণ্ডপ-ছাউনী দেখি বহুতে তবধ মানিছিল, স্বয়ং গান্ধীজীয়েও ধন্য ধন্য বুলি সন্তোষ প্ৰকাশ কৰিছিল। মৰিগাঁৱত খাদীৰ উৎপাদনৰ উৎসাহৰ যি ঢল আহিল পিছলৈ তাৰ সংগঠন গোটেই অসমতে ব্যাপক হৈ পৰিছিল। অসমত খাদী প্ৰচলন আৰু উৎপাদনৰ কৰ্ণধাৰ আছিল নবীনচন্দ্ৰ বৰদলৈ।

খাদীৰ প্ৰচলনৰ কাৰণে দুই এটা সৰুসুৰা কিটিপ বা কৌশলৰ কথাও তেখেতে চিন্তা কৰি উলিয়াইছিল। তেতিয়া কলেজীয়া ডেকা ল'ৰাবিলাকে আজিকালিৰ নিচিনা তৰহে তৰহে কেতিয়াবা চেপা-মৰা কেতিয়াবা মাজসৰু তলঢোৰোহা ঠেঙা নিপিন্ধিছিল। কোট-পটলুং পিন্ধা আটকধুনীয়া ছাত্ৰ ক'ৰবাত কাচিৎহে দুই এজন আছিল। সৰহখিনি ছাত্ৰই কেঞ্চাপোন্ধ মাৰি চুৰিয়া পিন্ধিছিল। তাকে 'ডবল লেংটি'ও বুলিছিল। তেতিয়াৰ ছাত্ৰৰ পিন্ধনৰ সেইটো ৰুচি আছিল কিন্তু তাৰকাৰণে ফিৰফিৰীয়া চুৰিয়াৰ প্ৰয়োজন হৈছিল। খাদৰৰ দগধা চুৰিয়া সেই ধুনত খাপ নাখাইছিল। তাকে ভাবি কম কাপোৰেৰে ওপৰত কোঁৱা কেঞ্চাপোনীয়া চুৰিয়া পিন্ধাৰ আহিঁৰে বৰদলৈ ডাঙৰীয়াই এবিধ সীয়নি-মৰা চুৰিয়া বজাৰত উলিয়াইছিল। পাইজামাৰ নিচিনাকৈ তাক ভৰি সুমুৱাই পিন্ধিব পাৰি। কাপোৰো কম লাগিছিল। ফুতিকে পিন্ধিলে গধুৰ গধুৰ যেনো নালাগিছিল। সোঁৱে বাঁৱে দুতৰপীয়াকৈ বুকু ঢকা আৰু ডোলেৰে বন্ধা হাত খৰা চোলা এবিধো বৰদলৈ ডাঙৰীয়াই নিজেও পিন্ধিছিল আৰু চলাবলৈ চেষ্টা কৰিছিল। এইবোৰৰ মূলতে ভাবটো আছিল খাদৰৰ প্ৰচলন বৃদ্ধি কৰা। খাদৰ চলিবলৈ হলে কম কাপোৰেৰে

গধুৰ নলগাকৈ আৰু চলিত ৰুচি অনুসৰি পিন্ধাৰ ব্যৱস্থা নহলে মানুহে পাতল কাপোৰৰ মোহ এৰিবলৈ টান পাব। তাকে নাপাওক,. এই ভাবিহে বৰদলৈ ডাঙৰীয়াই এনে ধৰণৰ সৰুসুৰা কথালৈকো মন দিছিল।

বৰদলৈ ডাঙৰীয়াক আজিৰ চাম মানুহে স্তুতি কৰে ভাৰতৰ স্বাধীনতা যুদ্ধৰ এজন সেনাপতি ৰূপে। বহুতে তেখেতৰ ৰাজনৈতিক অৱদান আৰু প্ৰতিভাৰ কথা কলেই তেখেতৰ বিষয়ে কবলগীয়াখিনি অন্ত পৰিল বুলি ধাৰণা কৰে। যোৱা জন্মশতবাৰ্ষিকী উপলক্ষ্যে যি সভা-সমিতি, প্ৰদৰ্শনী আদিৰ সমাৰোহৰ আয়োজন কৰা হৈছিল তাত নেতৃত্ব লৈছিল পৰোক্ষভাৱে চৰকাৰে আৰু প্ৰত্যক্ষভাৱে কংগ্ৰেছ দলৰ নেতৃবৰ্গই। গতিকে স্বাভাৱিকতে ৰাজনীতিয়ে তাত আগ-ভাগ পাইছিল। ইয়াত দোষ ধৰিবলগীয়া কথা একো নাই। পিছে বৰদলৈ ডাঙৰীয়া এজন ৰাজনৈতিক পুৰুষ আছিল কালৰ অপৰিহাৰ্য প্ৰয়োজনত; স্বভাৱতে তেখেত আছিল সাহিত্য আৰু চাৰুকলাৰ সেৱক। ৰাজনীতিৰ সৰ্বতোগ্ৰাসী কবলত নপৰাহেঁতেনো আজি তেখেতৰ জন্মশতবাৰ্ষিকীত আগভাগ ললেহেঁতেন অসম সাহিত্য সভাইহে। এতিয়া সাহিত্য সভাই যিখিনি কৰিলে সি পাছৰণুৱা হিচাপে ৰাজনীতিজ্ঞসকলে পতা জন্মশতবাৰ্ষিকী সমিতিৰ গাত আঁউজি। ৰাজনীতিৰ বেমেজলীয়া পৰিৱেশতো সৰ্বগ্ৰস্ত সময়ৰ মাজতো সুৰুঙা উলিয়াই বৰদলৈ ডাঙৰীয়াই যি কেইখন নাটক, গল্প, শিশু-সাহিত্য, যিবিলাক কবিতা, গান ৰচনা কৰি থৈ গ'ল তাৰপৰাই তেখেতৰ সাহিত্য সত্তাটো পৰিস্ফুট হৈ প্ৰকাশ পাইছে। আনবোৰলৈ আওকাণ কৰি অকল সাহিত্য আৰু সংগীতৰ সেৱাতে যদি তেখেত মনপুতি লাগিলহেঁতেন তেনেহলেও লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা আদিৰ একেশাৰীৰে এজন হৈ থাকিলহেঁতেন। তেখেতে ৰচনা কৰা গানবোৰৰ সুৰ প্ৰায় নিজেই দিছিল। সেইবোৰ নিজে গাইছিল আনকো কেতিয়াবা শুনাইছিল। কৃষ্ণলীলা নাটকখন তেখেতে জেলত থাকোঁতে লিখা। জেলৰপৰা ওলাই আহি ভাৰে কাৰ্বন কপি এটা বৰদলৈ ডাঙৰীয়াৰ জ্যেষ্ঠপুত্ৰ স্বৰ্গীয় উমেশ বৰদলৈয়ে এই লেখকক ভালকৈ প্ৰতিলিপি এটা কৰিবলৈ দিছিল। বৰদলৈ ডাঙৰীয়াই এদিন মাতি নি কেনেকৈ প্ৰতিলিপিটো কৰিব লাগে তাকো দেখুৱাই দিছিল আৰু লগতে ছুটামান তাত দিব খোজা গানৰ কেনে

সুৰ হব তাকো গুণগুণাই গাই শুনোৱা মনত আছে। এই লেখক তেতিয়া কটন কলেজৰ বি. এ শ্ৰেণীৰ ছাত্ৰ, প্ৰতিলিপি প্ৰস্তুত কৰা কামটো ধীৰে ধীৰে আগুৱাইছিল। পিছে এনে লেহেমীয়া গতিত বৰদলৈ ডাঙৰীয়া সন্তুষ্ট থাকিব নোৱাৰি শেহত আন কোনোবা এজনৰ হতুৱাই কামটো সমাপ্ত কৰালে।

পুৰণি গীত-মাত আৰু নাম-প্ৰসংগৰ নিয়ম প্ৰণালীও বৰদলৈ ডাঙৰীয়াই ভালকৈ জানিছিল। বৰদলৈ পৰিয়াল আউনীআটী সত্ৰৰ সেৱক। সেই সত্ৰৰ নাম-কীৰ্তন আৰু গীত আদিৰ চৰ্চা তেখেতৰ পৰিয়ালত আগৰেপৰা আছিল। ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সময়ত তেখেতৰ ভেৰোণীয়া খেৰী ঘৰ কেইটামানতে ভলণ্টিয়াৰবিলাকক থাকিবলৈ দিছিল, অৱশ্যে বিনাভাড়াই। তাত মাজে মাজে ভলণ্টিয়াৰবিলাকে নাম-কীৰ্তনো কৰিছিল। আমাৰ মনত পৰে সেই নাম-কীৰ্তনত ভলণ্টিয়াৰবিলাকৰ লগতে বৰদলৈ ডাঙৰীয়াই চাপৰি বাই নাম গাইছিল। ভলণ্টিয়াৰ ল'ৰাবিলাকৰ লগত বহি হাত চাপৰি বাই যেতিয়া তেখেতে নাম গাইছিল তেতিয়া কাৰ সাধ্য আছিল যে কব পাৰিব এইজনেই অসমৰ অবিসম্বাদী ৰাজনৈতিক নেতা, ৰজা ঘৰৰ ভয়ৰ কাৰণ আৰু প্ৰজাঘৰৰ আশাৰ স্থল কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ।

মুঠতে জীৱনৰ এটা দিক লৈ তাতে নিজৰ প্ৰতিভা গণ্ডীভূত কৰাৰ ধাতু বৰদলৈৰ নাছিল। তেখেতৰ প্ৰতিভাৰ স্বৰূপেই আছিল সৰ্বোতোবিসাৰিণী। জীৱনৰ সকলো ফাল পূৰ্ণবিকশিত কৰা ব্যক্তিত্বৰ তেখেত অধিকাৰী আছিল। এজন স্নেহময় পিতা, সহায়কাৰী স্বজন, কৃতিমান আইনজীৱী, নিৰ্ভীক যুঁজাৰু, সুসাহিত্যিক আৰু সংগীতকলাৰ সেৱক—কি নাছিল! আমাৰ দেশত এনে সৰ্বতোভদ্ৰ নেতৃপুৰুষ বিৰল।

ঊনবিংশ শতিকাৰ শেষাৰ্ধত জন্মগ্ৰহণ কৰা বিশিষ্ট পুৰুষসকলৰ ভিতৰত বৰদলৈ ডাঙৰীয়া অন্যতম। এইসকলৰ জীৱনত প্ৰাচ্য আদৰ্শ আৰু পাশ্চাত্য জ্ঞান-বিজ্ঞানৰ যুগল-মিলন সংঘটিত হৈছিল। ইউৰোপ বা ইংলণ্ডৰ নতুন জীৱনযাত্ৰা প্ৰণালীক এখেতসকলে হেয় বুলি দলিয়াই নেপেলাইছিল কিন্তু সেই বুলি তাৰ কোবত নিজে পিছলখাই উফৰি পৰাও নাছিল। ঈশ্বৰত অগাধ বিশ্বাস আৰু মানুহৰ ওপৰত শ্ৰদ্ধা এই দুয়োটাই বৰদলৈৰ জীৱনৰ আৰু আদৰ্শৰ মূলভেটি। এই আদৰ্শ ভাৰতৰ সনাতন জেউতি, পাশ্চাত্য মনীষীসকলৰো আদৰণীয় জীৱন-জ্যোতি।□

# দেশভক্ত তৰুণৰাম ফুকন

ভাৰতীয় সমাজত ৰাজবিদ্ৰোহ কথাষাৰ উলামূল্লা কথা নাছিল। এনেয়ে ভাৰতীয় ৰাষ্ট্ৰনীতিয়ে বহু যুগৰপৰা শিকাই আহিছে, "ৰজাক এলাপেচা মানুহ বুলি নাভাবিবা, বয়সত বালক হলেও তেওঁক অৱজ্ঞা নকৰিবা। কাৰণ তেওঁ নৰৰূপধাৰী এজন মহান দেৱপুৰুষ।" ফলস্বৰূপে ৰাজদ্ৰোহ কেৱল ঘোৰতৰ অপৰাধেই নাছিল, ই এক মহাপাপ বুলিও পৰিগণিত হৈছিল। এনে এটা ৰাষ্ট্ৰধৰ্মৰ প্ৰভাৱৰ কাৰণেই ভাৰতীয় ইতিহাসত সৈন্যসামন্ত আৰু সেনাপতিৰ বিদ্ৰোহৰ কথা কাচিৎ কেতিয়াবা পালেও সাধাৰণ প্ৰজাবৰ্গৰ সামূহিক বিদ্ৰোহৰ কথা হলে পাত লুটিয়াই চলাথ কৰিলেও পাবলৈ নাছিল। মহাত্মা গান্ধীয়েহে এই বিষয়ত নতুন ইতিহাস সৃষ্টি কৰিলে। ভিন্ ভিন্ প্ৰদেশত তেওঁৰ নেতৃত্বত কেইজনমানকৈ নেতাই এই গণবিদ্ৰোহ পৰিচালিত কৰিলে।

"যেয়ে ৰজা তাৰে প্ৰজা" বোলা অসমত এনে গণবিদ্ৰোহ পৰিচালিত কৰি ভাৰতৰ আন আন প্ৰদেশৰ লগত ফেৰ মাৰিব পৰাটো কিমান দুৰুহ কাম তাক উপলব্ধি কৰিবলৈ সৰহপৰ নালাগে। পিছে এই আপাত অসম্ভৱ সমাৰম্ভকো সম্ভৱ কৰি তুলিছিল অসমৰ কেইজনমান সিংহপুৰুষ নেতাই তাৰ ভিতৰত দেশভক্ত তৰুণৰাম ফুকন অন্যতম। ১৯২০–২১ চনৰ অসহযোগ আন্দোলনেই অসমৰ বুৰঞ্জীত সৰ্বভাৰতীয় ৰাষ্ট্ৰীয় চিন্তাধাৰা আৰু গতিবেগৰ পোনপটীয়া আৰু ঘনিষ্ঠ সংযোগ স্থাপন কৰে।

ইয়াৰ আগতে ধৰ্ম, সংস্কৃতি আৰু আদৰ্শৰ বেলিকা ভাৰতীয় হৈয়ো অসমে ভাৰতৰ এচকুত আপোনমনে সংসাৰ চলাইছিল। গতিকে যিসকল নেতাই অসমত এই অসহযোগ আন্দোলনৰ বাঘজৰী ধৰিছিল, সেইসকল যে ভীম-কৰ্মা



*দেশভক্ত তৰুণৰাম ফুকন*

পুৰুষ আছিল তাত সন্দেহ নাই। দেশভক্ত তৰুণৰাম ফুকন; কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, লোকনেতা কুলধৰ চলিহা, কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা আদি সেইসকলৰে কেইজনমান। সেইসকলৰ আপোন আপোন কৃতিত্ব অৰিহণা আৰু বিশিষ্টতা নিজ মহিমাৰে উজ্জ্বল। তথাপি অনন্যসাধাৰণ ব্যক্তি মহিমা, বাগ্মিতা, ত্যাগ আৰু শৌৰ্যৰ বলত তৰুণ ব্যাৰিষ্টাৰ আৰু আইন কলেজৰ অধ্যাপকজন অলপ দিনৰ ভিতৰতে অসমৰ অনভিসিক্ত ৰজা দেশভক্ত ফুকন হৈ পৰিল। বাকী গুণবোৰ ওপৰত কোৱা নেতাসকলোৰো আছিল, কিন্তু ব্যক্তিত্বত ফুকন অদ্বিতীয় আছিল। এই বিষয়ে মতানৈক্যৰ অবকাশ নাই। ফুকন ডাঙৰীয়াৰ মোহনীয় দেহাবয়বৰ কথা সকলোৱে জানে আৰু আজি জীৱিতসকলৰ বহুতে দেখিছিলোঁহঁক। কিন্তু মোহনীয় দেহাৱয়ব বহুত লোকৰ আছে, পিছে তেনে সকলো লোকৰ আকৰ্ষণীয় ব্যক্তিত্ব নাথাকিবও পাৰে। এই ব্যক্তিত্ব কিহৰ বলত হয়, তাক ঠাৱৰোৱা টান। আমি একে আষাৰতে পূৰ্বজন্মৰ সুকৃতিৰ ফল বুলি কৈ গা-সাৰিব পাৰো। মনস্তাত্বিক-সকলে ব্যক্তিত্ব বিকাশৰ নানা কাৰণ কঁহিয়াই চাই কিবাকিবি সিদ্ধান্ত কৰিছেও, কিন্তু একোটা বৈশিষ্ট্যৰ হেতু তেওঁবিলাকেও নিৰ্ণয় কৰিব নোৱাৰে। এনে ব্যক্তি-বৈশিষ্ট্য আৰু মহত্বৰ ঘাইগুৰি আমি নাজানিব পাৰো। নজনাৰ

পৰা একো অসুবিধাও হোৱা নাই ; কিন্তু একোজন লোকত সেই বৈশিষ্ট্য আৰু মহত্ত্বৰ অস্তিত্ব অনুভৱ কৰো। তৰুণৰাম ফুকনৰ বেলিকাও তেখেতক যেয়ে দেখিছে সিয়ে তেখেত যে এজন যেই সেই ব্যক্তি নহয় তাক খন্তেকৰ ভিতৰতে অনুভৱ কৰিছে। মিহি খদ্দৰৰ চুৰিয়া-পাঞ্জাবী আৰু চাদৰেৰে সভা-সমিতিলৈকে যাওক, চুৰিদাৰ পায়জামা আৰু ছেৰোৱানি লগাই কাছাৰীত থিয় হওক বা খৰাজাণ্ডিয়া আৰু বনিয়ন মাত্র গাত দি নিজৰ ঘৰত সমুখৰ বননি বা আলিবাটতে ফুৰক, সিংহপুৰুষ এজন প্ৰকটিত হৈ থাকে। আলিবাটৰ মানুহে বৈ বৈ চাই যায়।

অসমীয়া প্ৰজাৰ দেহলাও যেন এই পুৰুষজনৰ মাহাত্ম্য পোন প্ৰথমে দেখিবলৈ পাইছিলোঁ আইন অমান্য আন্দোলনৰ কলেজত্যাগী ভলন্টিয়াৰ হৈ থকা কালত আৰু তাৰ আগেয়ে ১৯২০ চনত পাঠশালাৰ ছাত্ৰ থাকোঁতে যোৰহাটত কুলধৰ চলিহা ডাঙৰীয়াৰ বঙলাৰ সমুখৰ পথাৰত হোৱা সভা এখনত। সেই দৃশ্য আৰু মানুহজনৰ মূৰ্তিটো এতিয়াও মনত আছে। এইটো ল'ৰাকালৰ আধাডুখৰীয়া স্মৃতি। পিছত কলেজীয়া জীৱনৰ আৰম্ভ কালতো দুই এখন সভা-সমিতিত ফুকন ডাঙৰীয়াক দেখিছিলোঁ, দেখি চমক লাগিছিল। কিন্তু মানুহজনৰ গাঁৱলীয়া লোকৰ ওপৰত প্ৰভাৱ আৰু তেজে ধৰৰা ব্যক্তিত্বৰ চাক্ষুষ পৰিচয় পাওঁ ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সময়ত। নানা কাৰণত ফুকন সেইবাৰ দেখাদেখিকৈ আন্দোলনৰ বা-মাৰলীৰ মাজত সোমোৱা নাছিল। তেতিয়া তেখেতৰ জীৱন পাৰিবাৰিক অথন্তৰ আৰু লগতে আৰ্থিক দুঃসংগতিয়ে মেৰাই ধৰিছিল। তথাপি তলে তলে সংযোগ ৰক্ষা কৰি আছিল। কংগ্ৰেছৰ সৰ্বভাৰতীয় পৰ্যায়ৰপৰা অহা গোপন নিৰ্দেশবোৰো ফুকন ডাঙৰীয়াৰ ঠিকনাত ব্যক্তিগত যোগাযোগত প্ৰেৰিত হৈছিল। তেনে এখন নিৰ্দেশপত্ৰ মোৰ নিজেও দেখা মনত আছে।

এদিন এখন সভা আহ্বান কৰা হৈছিল পলাশবাৰীৰপৰা বাৰ মাইল দক্ষিণে লোহাৰঘাটত। হৰেন ভৰালী নামৰ এজন শিক্ষিত কংগ্ৰেছ কৰ্মীয়ে এই সভাৰ আয়োজনত আগভাগ লৈছিল। তেওঁ ৰাইজৰ মান ৰক্ষা কৰিবলৈ ফুকন ডাঙৰীয়াক সেই সভালৈ যেনে তেনে নিব লাগিব এই ভাবি কেইজনমান

লোকেৰে সৈতে ফুকনক দেখা কৰিলেহি। ৰাইজৰ আগ্ৰহ দেখি ফুকন ভাওৰীয়াও মান্তি হ'ল।

এই সভালৈ ফুকনৰ লগতে ত্যাগবীৰ হেম বৰুৱা আৰু আন কেইজনমান নেতৃস্থানীয় লোকো গৈছিল। সেই দিনাৰ সভাতে ৰাইজৰ মনত তৰুণৰাম ফুকন কেনে পুৰুষ তাৰ বুজ পাইছিলোঁ। ফুকনেও ৰাইজৰ মন কেনেকৈ জয় কৰি থৈছিল তাৰ প্ৰমাণ স্বচক্ষে দেখিছিলোঁ। সভাৰ সময় দিয়া হৈছিল ১ বজা। আমি সদলবলে গৈ পাওঁতেই ২॥ মান বাজিল। মানুহ খাপ দি বৈ আছিল। ফুকন যোৱা গাড়ী গৈ পোৱা মাত্ৰেই উছুলি মুছুলি লাগিল। মানুহৰ মাজত ফুকন কোনজন চিনাকি কৰি দিয়াৰ একো প্ৰয়োজন নাছিল। গাড়ীৰপৰা নামি ওলাই সভাস্থলীলৈ খোজ লওঁতেই সকলোৱে নকলেও ধৰি লব পাৰিছিল ফুকন কোনজন। পুৰুষ-তিৰোতা, ল'ৰা-বুঢ়াই ফুকনৰ ফালে যেনেকৈ ৰ লাগি তন্ময় হৈ চাইছিল আৰু চাওঁতে সকলোৰে মুখত যি সানন্দ বিস্ময়ৰ ভাব দেখা গৈছিল তাক মই আগেয়ে কোনো নেতাৰ আগমনত দেখা নাছিলোঁ। কলেজত ৰঘুবংশৰ দ্বিতীয় স্বৰ্গ পঢ়িছিলোঁ। তাত আছে মহাৰাজ দিলীপ নন্দিনী নামৰ ধেনু চৰাই গধূলি উলটি আহোঁতে বনান্তবাসীসকলে নিমেষহীন উপবাসী নয়েনেৰে নন্দিনী ধেনুৰ অনুগামী ৰজাক যেন পান কৰিছিল। উপবাসী নয়নেৰে আদৰণীয় জনক পান কৰা অলংকাৰটো সংস্কৃত সাহিত্যৰ বহুত স্থলত পোৱা যায়। তাক কবিৰ অলংকাৰ ৰূপেই বুজি থৈছিলোঁ। কিন্তু সেইদিনা পান কৰা অলংকাৰটো যে চাক্ষুষ পৰ্যবেক্ষণৰ বিশিষ্ট বৰ্ণনা, তাক অনুমান কৰিব পাৰিলোঁ। গোটেই সভাখনে সভা আৰম্ভ নোহোৱা পৰ্যন্ত আন একো চোৱা নাছিল, কেৱল ফুকনকহে চাই আছিল।

অসহযোগ আন্দোলনৰ সৰ্বময় নেতৃত্ব ফুকনে খুজি বিচাৰি অনা নাছিল। এই নেতৃত্ব আহিছিল উপযাচি। তেতিয়াৰ দিনৰ আইন কলেজৰ অধ্যাপক আৰু খ্যাতিমন্ত বাৰিষ্টাৰ এজনৰ পক্ষে প্ৰসিদ্ধি লাভৰ নিমিত্তে ৰাজনৈতিক পাক ঘূৰণিত সোমাবৰ প্ৰয়োজনো নাছিল। তদুপৰি ব্যক্তিগতভাৱে তেখেত বিলাসপ্ৰিয় লোক আছিল। তেতিয়াৰ ৰাজনীতিয়ে বিলাস আৰম্বৰ দূৰতে বিদূৰ কৰি থৈছিল। এইবোৰ কথা ফুকনে নাজানিছিল বা বুজিব নোৱাৰিছিল

এনেও নহয়। এনেবোৰ কথাকে ভাবিগুণিয়েই হবলা আন্দোলনৰ জয় জয়তে ফুকন ওলাই অহাও নাছিল। কিন্তু পিছত যোগ দি অসমত অসহযোগ আন্দোলন সফল কৰিবলৈ আত্মনিয়োগ কৰিলে। এই বিপুল কৰ্মত ফুকন আৰু বৰদলৈ পৰস্পৰৰ পৰিপূৰক যেন আছিল। ফুকন আছিল স্বভাৱতে কম শ্ৰমেৰে সৰহ কাম কৰা লোক। বৰদলৈ তাৰ বিপৰীতে কঠোৰ পৰিশ্ৰমী। ফুকনক দহজনে লগাই দিলেহে দিয়া, বৰদলৈয়ে নিজে আগবাঢ়ি আনকো টানি আনিছিল। সংখ্যা, তথ্য আদি সংগ্ৰহ কৰি সেইবোৰ মনত ৰখা আৰু তাৰ আধাৰত দেশৰ সমস্যাৱলীৰ বিষয়ে দিহা-পৰামৰ্শ আগবঢ়োৱা কামৰ কাৰণে ফুকনৰ বাবে ব্যক্তিগত সচিব এজন অপৰিহাৰ্য আছিল। এজন উপযুক্ত ব্যক্তিগত সচিব নথকা কাৰণেই দিল্লীৰ লেজিচলেটিভ এচেম্বলিত ফুকনে এজন সুদক্ষ সংসদী হিচাপে যিমান কৰিব পৰাৰ যোগ্যতা আছিল সেই অনুপাতে কৰি দেখুৱাব নোৱাৰিলে। পাছৰ নিৰ্বাচনত তেখেতৰ বিৰুদ্ধে প্ৰচাৰো হৈছিল। ১৯৩৪ চনৰ এচেম্বলি নিৰ্বাচনৰ আগে আগে সাদিনীয়া অসমীয়া কাকত অসমৰ প্ৰশ্ন আৰু সমস্যাৰ উত্থাপন কৰাৰ সুযোগ পাইয়ো ফুকন কেনেকৈ নিমাত আছিল অথবা জৰুৰী বিষয়ত আলোচনাত কিমান দিন উপস্থিত আছিল তাৰ তালিকা আৰু বিৱৰণ দিয়া এটা দীঘলীয়া নিৰ্বাচনী প্ৰচাৰ প্ৰবন্ধ প্ৰকাশিত হৈছিল। বৰদলৈৰ কিন্তু অসমৰ বিষয়ে জানিবলগীয়া তথ্য-পাতি আৰু পৰিসংখ্যা সকলোবোৰ নখ-দৰ্পণত আছিল। মহাত্মাৰ অসম ভ্ৰমণৰ বিষয়ে গান্ধীজীৰ ব্যক্তিগত সচিব কৃষ্ণ দাসে "ইয়ং ইণ্ডিয়া" কাকতত যি বিৱৰণ লেখিছিল তাত বৰদলৈ ডাঙৰীয়াৰ এই বিচক্ষণতাৰ ভূয়সী প্ৰশংসা কৰিছিল। ফুকনৰ অদ্ভুত বাগ্মিতা আৰু তাৎকালিক অনুবাদ কৰাৰ ক্ষমতা দেখি সমগ্ৰ ভাৰত ভ্ৰমণকাৰী মহাত্মাৰ সচিবজন আচৰিত হৈছিল। এই যুগল শক্তিয়ে অসমৰ অসহযোগ আন্দোলনৰ নেতৃত্বক বজ্ৰবলী কৰি তুলিছিল। সেয়েহে কৈছো, অসহযোগ আন্দোলনৰ বিপুল কৰ্মত ফুকন আৰু বৰদলৈ পৰস্পৰৰ পৰিপূৰক আছিল।

ফুকনৰ বাগ্মিতাৰ বিষয়েও দুআষাৰ কোৱা ভাল। বাগ্মিতাৰো ৰকম আছে। গাঁৱলীয়া জনসভাত বাগ্-বৈদগ্ধ্যৰ চিনাকি দিয়া বহুত লোকৰ বাগ্মিতা বিদ্বৎ সন্মিলনত গৈ ভোটা হৈ পৰে। সংসদ ভৱনত বাক-চাতুৰ্যৰদ্বাৰা প্ৰশংসা

লাভ কৰিব পৰা বহুত লোকে জনসভাত নৈপুণ্য দেখুৱাব নোৱাৰে। বাগ্মিতাত খ্যাতিমান লোকেও কোনো কোনো ক্ষেত্রত বার্তালাপ বা ঘৰুৱা আলচত ( table-talk ) দক্ষতাৰ পৰিচয় দিব নোৱাৰে। এইদৰে বাগ্মিতা বা বাগ-বৈদগ্ধ্যৰো বিভিন্ন ভংগিতা আছে। ফুকন ডাঙৰীয়াৰ বাগ্মিতা আছিল সৰ্বতোভদ্ৰ। অশিক্ষিত বা অৰ্ধশিক্ষিত সমাজৰ আগত দিয়া বক্তৃতা যেনেকৈ জনৰঞ্জক আছিল, শিক্ষিত আৰু বিদ্বৎ সম্মিলনৰ বক্তৃতায়ো তেনেকৈ পৰিতোষ বিধান কৰিব পাৰিছিল। সংসদৰ ভাষণেই হওঁক বা কাছাৰীত জুৰিক সম্বোধন কৰি দিয়া অধিবচনেই হওঁক, সমানে হৃদয়গ্ৰাহী আৰু প্ৰত্যয়-জনক আছিল। বিশ্ৰম্ভালাপত ফুকন ডাঙৰীয়া সেই সময়ত যে অদ্বিতীয় আছিল এই বিষয়ে দ্বিতীয় মতৰ অৱকাশ নাই। প্ৰকৃততে ফুকনৰ সৰ্ব-ভাৰতীয় নেতৃত্বৰ গৌৰৱ লাভৰ মূলতে এই বিৰল গুণটোৰ অবদান আটাইতকৈ বেছি। তেখেতৰ সভা-শুৱনি আকৃতি আৰু ৰাজোচিত ব্যক্তিত্বৰ দান তাৰ পাছতহে লেখিবলগীয়া। সেই সময়ৰ সংসদী ৰাজনীতিত ফুকনে দেখাদেখিকৈ ডাঙৰ দীঘল বক্তৃতাৰে অৱিহণা যোগোৱা নাছিল সঁচা। কিন্তু সংসদ গৃহৰ বাহিৰতো সংসদী সদস্যসকলক বা আনকো স্বমতলৈ আবৰ্তিত কৰাৰ গুৰু দায়িত্ব আছে। ক্ষেত্ৰবিশেষে সংসদত বক্তৃতাতকৈ এনে ধৰণৰ ঘৰুৱা অথবা গুপুত মেলবোৰৰ গুৰুত্ব বেছি। প্ৰকৃতাৰ্থত, সংসদত যি হয় তাৰ তিনি চতুৰ্থাংশ বাহিৰত হয়। এনে ঘৰুৱা আৰু গুপুত মেলত আলাপ চতুৰ লোকৰ আৱশ্যক। ফুকন ডাঙৰীয়া তেনে এজন আলাপ চতুৰ পুৰুষ ( able conversationalist ) আছিল। তেখেতৰ এই গুণটোৰ কাৰণেই মতিলাল নেহৰুৰ তেখেত প্ৰিয়পাত্ৰ হৈ পৰিছিল। স্বৰাজ্য পাৰ্টি গঠনত ফুকনৰ প্ৰভূত অৱদানৰ কথা সেই সময়ৰ ৰাজনৈতিক নেতাসকলোৱে উপলব্ধি কৰিছিল। মতিলাল নেহৰু, চিত্তৰঞ্জন দাস প্ৰভৃতি ভাৰতবৰেণ্য নেতাসকলৰ লগত স্বমৰ্যদাৰে সমানে ফেৰ মাৰিব পৰাৰ গুৰিতে ফুকনক এই গুণটোৱেই সহায় কৰিছিল।

ফুকন ডাঙৰীয়াই আন বহুতৰ দৰে আবেগনিৰ্ঘোষ স্বৰেৰে আৰু শব্দাড়ম্বৰ-পূৰ্ণ ভাষাৰে বক্তৃতা নিদিছিল। শব্দৰ গুৰুঝংকাৰ বক্তৃতাৰ সুগুণ নহয়, শব্দৰ সুপ্ৰয়োগেহে বক্তৃতাৰ প্ৰত্যয়বাহিতা আৰু সৌষ্ঠৱ বঢ়ায়। একোটা

শব্দই বা বাক্যই যথাস্থানত যথোচিতভাৱে ব্যৱহাৰ কৰিলে ভাষাই অপূৰ্ব মাহাত্ম্য লাভ কৰে। কণ্ঠ-নিৰ্ঘোষ বা উদাত্ত ধ্বনিযুক্ত শব্দসমূহে কোনো বক্তৃতাক সেই শক্তি দিব নোৱাৰে। বহুত সময়ত কাণ তাল মাৰি যোৱা চিঞৰেৰে এঘণ্টাকাল বক্তৃতা দিয়াৰ পিছত বক্তাই ঢোকা-ঢোকে পানী খায় আৰু শ্ৰোতাই কাণ খজুৱায়, তাতে শেষ। শ্ৰোতাৰ মনত সাঁচ নবহুৱায়, বক্তৃতা শেষ হোৱাত সকলোৱে যেন সকাহ অনুভৱ কৰে। ফুকন ডাঙৰীয়াই স্বাভাৱিক উচ্চতাতকৈ কণ্ঠস্বৰ কেতিয়াও ডাঙৰ নকৰিছিল। বাগাড়ম্বৰ বঢ়াবৰ কাৰণেই শব্দৰ অযথা প্ৰয়োগ নকৰিছিল। প্ৰকৃতপক্ষে তেখেতৰ শব্দ প্ৰয়োগ আছিল অযত্নসাধ্য অৰ্থাৎ শব্দ বিচাৰি খেপিয়াব যে নালাগিছিলেই বৰং য'ত যেনে শব্দ, সুষ্ঠ আৰু শোভন হয় তেনে শব্দ আপোনা-আপুনি তেখেতৰ মুখত ওলাই পৰিছিল। সৰহভাগ বক্তাৰ বক্তৃতাটো যদি কৈ থাকোঁতেই হুবহু লেখি উলিওৱা হয় দেখা যাব বাক্যবোৰৰ সমতা নাই, স্থলবিশেষে কৰ্তা-কৰ্ম আৰু ক্ৰিয়াৰো সমন্বয় হেৰাই গৈছে। কেতিয়াবা আকৌ পোনাই-পজৰাই লোৱাৰো দৰ্কাৰ হৈ পৰে। মুঠতে সেইদৰেই হুবহু ছপাখানালৈ পঠাব পৰা নহয়। তাক সম্পাদন কৰিহে পঠাব পৰা হয়। ফুকন ডাঙৰীয়াৰ বক্তৃতাত ভাষাৰ আঁৰ নাছিল, বাক্য ওখোৰা-মোখোৰা নথকা সুতোল আছিল। তেখেতৰ বক্তৃতা কৈ যাওঁতে সংক্ষিপ্ত লিপিৰে লেখি গলে তাক অলপো হাত নুফুৰোৱাকৈ ছপাবৰ কাৰণে প্ৰেছলৈ পঠাই দিব পৰা বিধৰ আছিল। ১৯২৯ চনত তেজপুৰৰ অসম ছাত্ৰ সন্মিলনৰ বাৰ্ষিক অধিবেশনৰ সভাপতি আছিল দেশভক্ত ফুকন। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল তেখেৰে বৰজোঁৱায়েক লক্ষ্মীধৰ শৰ্মা। এই লেখক তেতিয়া তেজপুৰ হাইস্কুলৰ দশমান শ্ৰেণীৰ ছাত্ৰ। মূল সভাত ফুকনে লিখিত অভিভাষণ পাঠ কৰিছিল। পিছ দিনাৰ সভাপতিৰ মন্তব্যৰ বেলিকাও এটি দীঘলীয়া ভাষণ দিছিল। কিন্তু সেইখন লিখিত নাছিল। জোঁৱায়েকে কোৱা শুনিছিলোঁ, ফুকনে বোলে মন্তব্যত কি কব তাৰ টোকা এটা কৰিবলৈ কাগজ কলম যতনাই লৈছিল আৰু বোলে এশাৰী কি দুশাৰীমান লিখিছিলো, এনেতে দেখা কৰিবলৈ অহা মানুহৰ সমাগম বাঢ়ি গ'ল আৰু টোকাত প্ৰস্তুত কৰা নহল। পিছে আগ দিনাৰ লিখিত অভিভাষণতকৈও সেই দিনাৰ মন্তব্য

ভাষণ বেছি ৰোচক আৰু ৰঞ্জক হৈ পৰিছিল। সম্মিলন হৈ যোৱাৰ পিছতো অলপ দিনলৈ ফুকনৰ সেই বক্তৃতাৰ প্ৰশংসা মানুহৰ মুখে মুখে শুনিবলৈ পাইছিলোঁ। তেতিয়া অসমীয়া সংক্ষিপ্ত লেখন পদ্ধতিৰ প্ৰচলন হোৱা নাছিলেই বুলিব লাগে। বাণীবদ্ধ কৰা যন্ত্ৰৰ নামকে শুনা নাছিলোঁ। গতিকে কেইবাজনো কলেজ আৰু ওপৰ শ্ৰেণীৰ ছাত্ৰই সমুখৰ ফালে বেলেগ বেলেগ ঠাইত বহি ফুকন ডাঙৰীয়াৰ মন্তব্য-ভাষণ শ্ৰুতলিপি লেখাদি লেখি গৈছিল। আটাইকেইজন ছাত্ৰৰ হাতৰ গতি বৰ খৰ আছিল আৰু সমগ্ৰ ভাষণটো যেনেকৈ কৈছিল সেইদৰে লিপিবদ্ধ কৰি পেলাইছিল। পিছতে কেউজনৰে লেখাখিনি মিলাই হেৰফেৰ নোহোৱাকৈ বক্তৃতাৰ পূৰ্ণৰূপটো লেখি উলিওৱা হ'ল। দেখা গ'ল প্ৰত্যেক বাক্যই পূৰ্ণ নিটোল আৰু সুসংহত। এই ভাষণটোৰ দুই এটা বাক্য আজিও মনৰপৰা মোচ খোৱা নাই। যেনে ছাত্ৰসকলক সম্বোধন কৰি কৈছিল ; "দেশবাসীলৈ চাই, তোমালোকৰ নিজলৈ চাই, লাহ-বিলাহ পৰিহাৰ কৰা।" আকৌ দান বৰঙণি প্ৰসংগত বিভিন্ন বৰ্গলৈ নিবেদন জনোৱাৰ পিছত আইসকলৰ ফালে চাই কৈছিল, আইসকলেও তেওঁবিলাকৰ নাই বোলা ধনৰপৰাও দুটকি উলিয়াই দিয়ক। নাই বোলা ধন কথাষাৰ অসমীয়া সুগৃহিনীৰ কথা। যি জানে, তেওঁহে বুজিব। এনে অসমীয়া গৃহিনী আছে, যাৰ হাতত গোপনে অলপ অচৰপ ধন থাকে। স্বামীয়ে বা আনে কেতিয়াবা খুজিলে নাই বুলি কয়, কিন্তু বিপদৰ সময়ত উলিয়াই দিয়ে। অসমীয়া সমাজৰ লগত সুপৰিচয় আৰু ভাষাৰ ওপৰত আধিপত্য নাথাকিলে এনেবোৰ অৰ্থদ্যোতক যথোচিত প্ৰয়োগ কথা কৈ যাওঁতেই আপোনা আপুনি ওলাই নাহে।

তৰুণ ফুকনৰ বাগ্মিতাৰ আন এটা বিশেষত্ব হৈছে যে তেখেতৰ দীঘলীয়া বক্তৃতাতো এসুৰীয়া ঢেক বা একতানতা নাছিল, গতিকে শ্ৰোতাৰ আমনি নালাগিছিল। বহুত স্থলৰ বিষয়ৰ গুৰু-লঘুতা অনুসাৰে তেখেতৰ কথা কোৱাৰ ভংগীবো লৰচৰ হয়। আটাইতকৈ অনুপম গুণ হৈছে তেখেতৰ সুমিষ্ট ৰসিকতা। মূল কথাৰ লগত ৰজিতা খুৱাই খুহুতীয়া কথাৰ ৰঞ্জন লগোৱা তেখেতৰ বাগ্‌ বিভৱৰ অন্যতম বৈশিষ্ট আছিল। খুহুতীয়া সাধু আৰু কথাৰ মূৰত কোৱা "মজাৰ গল্পৰ" ভঁৰালো তেখেতৰ অক্ষয় আছিল। কি ৰাজহুৱা

সভা, কি ওকালতিৰ অধিবচন, কি ঘৰুৱা বিশ্ৰাম্ভালাপ, সকলোতে সৰসতাৰ এই কিটিপটো ফুকনে ব্যৱহাৰ কৰিছিল। নিচেই সৰু থাকোঁতে অসহযোগ আন্দোলনৰ প্ৰচাৰ কাৰ্যত ফুকন ডাঙৰীয়াই যোৰহাটত কুলধৰ চলিহা ডাঙৰীয়াৰ বঙলাৰ সন্মুখৰ ঘাঁহনিত অনুষ্ঠিত হোৱা এখন জনসভাত বক্তৃতা শুনিছিলোঁ। ফুকনৰ বক্তৃতা শুনাৰ সুযোগ মোৰ জীৱনত সেয়ে প্ৰথম। মই তেতিয়া পাঠশালাৰ ছাত্ৰ। পিছে সেইদিনাৰ বক্তৃতা শুনি গাত পিন্ধি যোৱা কামিজ চোলাটো বস্ত্ৰমেধ যজ্ঞত আহুতি দি চুৰিয়াখন ওভোতাই গাত লৈ ঘৰ পাইছিলোহি আৰু দেউতাৰ ডাবি হুকি খাইছিলোঁ। সেই সভাত কোৱা পটন্তৰ এটাৰ কথা আজিও মনত আছে। প্ৰথম বিশ্বযুদ্ধ হৈ থাকোঁতে বোলে ইংৰাজে ভাৰতক যুদ্ধ শেষ হলে স্বৰাজৰ কথা বিবেচনা কৰিম বুলি আশ্বাস দিছিল। পিছে সেইটো আশ্বাস নাছিল, আচলতে টুটুৱনিহে আছিল। যুদ্ধ হৈ যোৱাৰ পিছত ক'ৰ স্বৰাজ ক'লৈ গ'ল তাৰ নাম গোন্ধকে নোলোৱা হ'ল। সেই কথাকে বিবৰি ফুকনে কল খাবলৈ নাপাই কান্দি থকা ল'ৰাক গছৰ কলথোক দেখুৱাই বাপেকে ভুৰুকাব খোজাৰ পটন্তৰ দিছিল, "সৌথোক কল বোপাই পকিলেই তোমাক দিম', পিছত পকিলে সেই কল কোনোবা টলকত বজাৰেই পায়গৈ নে বান্দৰেই খায় তাৰ খবৰ কোনে লয়?" শ্ৰোতাসকলে গিৰ্জনি মাৰি হঁহা কথা আজিও মনত আছে। কটন কলেজত পঢ়ি থাকোঁতে কিবা হত্যাকাণ্ডৰ মোকৰ্দমাত ফুকন আচামীৰ পক্ষে জজৰ কাছাৰীত বেৰিষ্টাৰ ৰূপে নিযুক্ত হৈছিল। কেনেবাকৈ শুনি কলেজৰ শ্ৰেণীৰপৰা বিৰত থাকিও আমি অলপ সংখ্যক ছাত্ৰ চাবলৈ গৈছিলোঁ। জজ কাছাৰী মানুহে নধৰা হৈছিল। জজগৰাকী চাহাব আছিল। ফুকনে সেইদিনা মতিলাল নেহৰুৰ নিচিনা চুৰিদাৰ পায়জামা আৰু ছেৰোৱানি পিন্ধি গৈছিল। সেই পোছাকেও তেখেতক তুলি ধৰিছিল আৰু গোটে খোৱা সকলো মানুহৰে দৃষ্টি আকৰ্ষণ কৰিছিল। জুৰিক সম্বোধন কৰি দিয়া অধিবচন মাজে মাজে খুহুতীয়া কথাৰে ফুকনে ৰসাল কৰি তুলিছিল। আকৌ সময়ে সময়ে অনুভূতি কোমলাবলৈ করুণ নিবেদনো জনাইছিল। সাক্ষীবাদীৰ কথাবোৰ কঁহিয়াই কিবা প্ৰসংগত কোৱা দুই বন্ধুৰ কঁঠাল খোৱাৰ সাধু এটা মনত আছে। পকা কঁঠাল এটা মাজতে থৈ দুই বন্ধুয়ে দুফালৰপৰা খাবলৈ ধৰিলে। তাৰে এক বন্ধু খাৱৈয়া

আছিল। সি খাবলৈ আৰম্ভ কৰিয়েই ইটোক সুধিলে—"তোৰ পিতাৰ কেনেকৈ মৰিল। সিটোৱে পিতাকৰ মৃত্যুৰ ঘটনা ইনাইবিনাই কবলৈ আৰম্ভ কৰি দিলে। ইতিমধ্যে সিটো খোৱাত ব্যস্ত হৈ পৰিল। এইবাৰ সিটোক সুধিলে, "তোৰ পিতাৰনো কেনেকৈ মৰিল?" সি ক'লে— "মোৰ পিতাই বেমাৰ পৰিল আৰু ঘপহ্‌ কৰে মৰিল"—এই বুলি সময় নষ্ট নকৰি—দুইহাতে কঁঠাল খাবলৈ ধৰিলে। সাধুটো কি প্ৰসংগত কৈছিল আৰু আচামীৰ পক্ষে নো তাক কেনেকৈ কামত লগাইছিল এইবোৰ কথা মনত নাই। তাৰ প্ৰাসংগিকতা সম্বন্ধে কিবা বুজিছিলোঁ নে নাই তাকো কব নোৱাৰোঁ, কিন্তু কাছাৰীময় হাঁহিৰ ৰোল উঠিল। এটা ফল ধৰিছিল। জুৰি কেইজনে গংগাটোপ মূৰ্তি পৰিহাৰ কৰি মনে মনে মিচিকিয়া হাঁহিৰে মূৰ দুপিয়াবলৈ ধৰিলে। ৰসিকতাত ফুকনক বহুতে মতিলাল নেহৰুৰ লগত তুলনা কৰে। সেই সময়ৰ ৰাজনৈতিক মহলত মতিলাল নেহৰু ৰসিক আৰু আলাপ চতুৰ পুৰুষ আছিল। ফুকন ডাঙৰীয়া বহুত বিষয়ত মতিলাল নেহৰুৰ অনুগামী আছিল।

অলপীয়া কথাকে বা লোকৰ মুখে শুনি লোৱা কথাকে সজাই-পৰাই মনোগ্ৰাহীকৈ উপস্থাপিত কৰাৰ কৌশলত ফুকন ডাঙৰীয়া সিদ্ধহস্ত আছিল। তেখেতৰ চিকাৰ কাহিনীক একোটা চিকাৰৰ কথা যদি ভালকৈ গমি চোৱা যায় তেনেহলে দেখা যাব যে আচল চিকাৰৰ বৃত্তান্ত বেছি নহয়, কিন্তু তাক নানা কথাৰ অৱতাৰণাৰে এনেদৰে সজাই-পৰাই লিখিছিল যে সি মনোজ্ঞ কাহিনীত পৰিণত হৈছে।

ওকালতি ব্যৱসায়তো তেখেতক এই গুণটোৱে সহায় কৰিছিল। মোকৰ্দমাৰ ক্ষেত্ৰত তেখেতে নিজে অহৰ্নিশ পৰিশ্ৰম নকৰিছিল, যৱিষ্ঠসকলৰ সহায়তাৰ ওপৰত বেছিকৈ নিৰ্ভৰশীল আছিল। সেইবুলি মক্কেলৰ পক্ষৰ কোনোদিনে ক্ষতিসাধন নকৰিছিল। এবাৰ এই লেখকক ফুকন ডাঙৰীয়াই নিজে কৈছিল, 'মই দেৱানী মোকৰ্দমা বৰকৈ নলওঁ কেতিয়াবা সৰহ ধন প্‌্যালেহে যদি লওঁ। লওঁতে লওঁ, তোমাৰ শহুৰেৰাৰ (৺কামাখ্যাৰাম বৰুৱা) নিচিনাকৈ দিনে-নিশাই মোকৰ্দমাৰ কথাকে পঢ়ি থকাৰ মোৰ সময় আৰু ধৈৰ্য এটাও নাই। কেতিয়াবা জটিল দেৱানী মোকৰ্দমা হাতত পৰিলে মই মাষ্টৰৰ ওচৰ পাওঁগৈ (কামাখ্যাৰাম বৰুৱাক তেখেতে মাষ্টৰ বুলি মাতিছিল)

মাষ্টৰে গালত হাত দি গোটেই মোকৰ্দ্দমা সংক্রান্ত আইনৰ কথা বুজাই দিয়ে আৰু কয়, 'তুমি ঘৰত গৈ ভালকৈ চাই মেলি লবা।' মই বাক বুলি শলাগি গুচি আহোঁ। মাষ্টৰে দিয়া সম্বলেৰেই সজাই-পৰাই ওকালতি কৰো, মোকৰ্দ্দমাও ভাল হয়। পিছত মাষ্টৰে কয়, 'তুমি দেখিছোঁ কিছু পঢ়াশুনা কৰিলা।' মই কওঁ, 'পঢ়াশুনাহে কৰিলো নে ৰাতি শোৱাই নাই'। পিছে মইহে জানো কাৰ ধনেৰে মহাজনী কৰিলো।" উক্ত প্রসংগতে কথাই কথাই ফুকনে কৈছিল—অৱশ্যে তেখেতৰ স্বাভাৱিক ধেমেলীয়া ভংগীৰে—ৰাতিয়ে-দিনে মূৰ ঘমাই পৰিশ্রম কৰাটো বুদ্ধিমান্দ্যৰ চিন, তীক্ষ্ণ বুদ্ধিৰ মানুহে অলপ পৰিশ্রমেৰেই সৰহ কাম সাধে। তেখেতে এই তত্ত্বৰ প্রমাণ স্বৰূপে দুটা জন্তুৰ দৃষ্টান্ত দিছিল। ধেমেলীয়াকৈ কলেও এই উক্তিয়ে তেখেতৰ স্বভাৱৰেই এটা ইংগিত দাঙি ধৰিছে।

খুহুতীয়া কথা আৰু ধেমেলীয়া স্বভাৱ দেশভক্তৰ চৰিত্ৰৰ সবিশেষ দিক। তেখেতে প্রয়োজনীয় সময়ত অত্যন্ত গম্ভীৰ স্বভাৱ ধাৰণ কৰিব পাৰিছিল। কিন্তু স্বভাৱটি আছিল ধেমেলীয়া। অতল বিষয়ৰ আলোচনা কৰোঁতেও তাৰ মাজতে ধেমেলীয়া স্বভাৱটিয়ে ভুমুকি মাৰে। ১৯৩০ চনৰ এটা কথা মনত আছে। উজানবজাৰৰ নাওজান পুলৰ ওচৰতে নবীন বৰদলৈ ডাঙৰীয়াৰ কেইটামান খেৰী ভাড়াঘৰ আছিল। তাৰে দুটা আইন অমান্য আন্দোলনৰ ভলন্টিয়াৰ শিবিৰৰূপে বিনা ভাড়াই ব্যৱহাৰ কৰিবলৈ বৰদলৈ ডাঙৰীয়াই অনুমতি দিছিল। এদিন তাৰে এটা ভিতৰফালৰ কোঠাত গুৱাহাটীৰ নেতাসকলৰ এটা গোপন বৈঠক হৈছিল। ফুকনকে প্রমুখ্য কৰি গুৱাহাটীৰ কংগ্রেছ নেতা প্রায় আটাইকেইজনেই উপস্থিত আছিল। আন্দোলন বেছি শক্তিশালী কৰাৰ উপায় সম্পৰ্কেই আলোচনা হৈছিল আৰু এই আলোচনা গভীৰ পৰিবেশত বহুত পৰলৈকে চলিছিল। বৈঠকৰ শেহত সকলো যেতিয়া কোঠাটোৰপৰা ওলাই আহিল, ফুকনে পুলিচে গম পোৱা হলে কেনেকৈ চালেহিহেঁতেন আৰু 'অ' তুহুন' বুলি কেনেকৈ কলেহেঁতেন তাকে যিদৰে ভাওঁ দি দেখুৱালে সকলোৰে মুখৰ গম্ভীৰতা খন্তেকলৈ নোহোৱা হৈ গ'ল। জীৱনৰ লঘু দিশটোক অৱমাননা নকৰা কাৰণেই ফুকন ডাঙৰীয়া জীৱনৰ বহু ঘাত-প্রতিঘাত অম্লানবদনে সহিবলৈ পাৰগ হৈছিল।

পিছৰ ফালে তেখেত কংগ্ৰেছৰ দলীয় ৰাজনীতিৰপৰা আঁতৰি কাটি অহাত তেখেতৰ জীৱনত ৰাজনৈতিক বিপৰ্যয় ঘটিছিল। তেখেতৰ লগত কোনো পধ্যেই কোনোপিনেদি তুলনা কৰিব নোৱৰা একোজন লোকৰ লগত লোকেল বৰ্ড নিৰ্বাচনতো তেখেত পৰাজিত হৈছিল, কিন্তু কোনো দিনে কোনেও তাৰ বাবে তেখেতে কাতৰ হোৱা নেদেখিছিল। আইন অমান্য আন্দোলনৰ সময়তেই বকোত লোকেল বৰ্ডৰ সদস্যৰ কাৰণে এটা নিৰ্বাচন অনুষ্ঠিত হৈছিল তাত ফুকন স্বতন্ত্ৰ প্ৰাৰ্থী হ'ল। প্ৰতিদ্বন্দ্বী আছিল সেই ঠাইৰে খড়্গা চৌধুৰী নামৰ এজন ব্যৱসায়ী লোক। অলপীয়া ভোটত ফুকন হাৰিল। অলপীয়া ভোটত হলেও ফুকনৰ পক্ষে হতাশজনক পৰাজয়। ফুকন গুৱাহাটীত নাছিল, ক'লৈ গৈছিল মনত নাই। উলটি অহাৰ পিছত মই আৰু কংগ্ৰেছ কৰ্মী গোলোক পাঠক দুয়ো দেখা কৰিবলৈ গৈছিলোঁ। ভাবিছিলোঁ ফুকন মন মৰা হৈ বহি থাকিব। পিছে যি ফুকন সেই ফুকনেই। হাঁহি-ধেমালি আৰু চুপতিৰে আমাক বিদায় দিলে। ১৯২০ চনৰ অসহযোগ আন্দোলনত ফুকনৰ নেতৃত্বতে বকোৱে সৰ্বভাৰতীয় দৃষ্টি আকৰ্ষণ কৰিব পৰাকৈ তুমুল সংগ্ৰাম কৰিছিল আৰু ইংৰাজ চৰকাৰৰ পুলিচৰ হাতত বকোৰ ৰাইজ নগুৰ-নাগতি হৈছিল। সেই বকোতে এজন স্থানীয় ব্যৱসায়ীৰ লগত ফুকনৰ পৰাজয় ঘটিল! ই এটা বিধিৰ বিপাক!

১৯৩৪ চনত হৰিজন আন্দোলনৰ কামত মহাত্মা গান্ধী অসমলৈ আহিছিল। গান্ধীজী জাহাজেৰে আহি উজানবজাৰৰ ঘাটত নামিছিল। আমি সেইবাৰ বি-এ পৰীক্ষাৰ্থী। কটন ছাত্ৰাবাসৰপৰা স্বেচ্ছাসেৱকৰূপে গান্ধী আদৰণিৰ কামত সহায় কৰিছিলোঁ। ডাঃ হৰেকৃষ্ণ দাস ডাঙৰীয়াৰ বৰপেটীয়া পাৰাৰ বাসভৱনত গান্ধীজীৰ থকাৰ আয়োজন কৰা হৈছিল। আমি যিমানদূৰ জানো এই বিষয়ে অসমৰ সেই সময়ৰ কংগ্ৰেছ নেতাসকলে ফুকনক ফুটকে দিয়া নাছিল, বৰং অবহেলাহে কৰিছিল বুলি কলে অতিৰঞ্জনা নহ্বৰ। গান্ধীজী আহি পাবৰ দিনা উজানবজাৰত ঘাটলৈকে লোকে-লোকাৰণ্য। স্বেচ্ছাসেৱকবিলাকে জনসাধাৰণক জাহাজৰপৰা নামি আলি-বাটলৈ উঠা-দলংজাতীয় বাটডোখৰত সোমাবলৈ দিয়া নাছিল, কেৱল উচ্চোক্তা সকলহে ঘাটৰ ব'টৰ ওপৰত আছিলগৈ। আমি বাটৰ মুখত হাতত ধৰাধৰিকৈ

প্ৰবেশদ্বাৰ বন্ধ কৰি আছিলোঁ। গতিকে নেতৃবৰ্গৰ সমাগমটো ভালকৈ দেখা পোৱাৰ সুযোগ হৈছিল। ফুকন ডাঙৰীয়া সবাতো শেষত আহিছিল আৰু সমুখ ভাগত থকা নেতৃবৰ্গৰ লগলৈ নামি নগৈ বাটতে আৰু তাৰ লগত কথা পাতি আছিল। আমি নেতৃবৰ্গৰপৰাও কোনোবা আহি ফুকনক আগশাৰীলৈ নিবলৈ যত্ন কৰা দেখা নাছিলোঁ। গান্ধীজী নামিয়েই তেখেতৰ স্বাভাৱিক খৰতকীয়া খোজেৰে নেতৃবৰ্গৰ সৈতে বাটৰ ফালে আগুৱাই ফুকন ডাঙৰীয়াৰ কথা সোধে। ফুকন আগবাঢ়ি গ'ল। গান্ধীজীয়ে ফুকনক তেওঁৰ লগ এৰিবলৈ নিদিলে। যিখন মটৰগাড়ী গান্ধীজী আৰু আন দুজনমান নেতালৈ আগবঢ়াই থৈছিল তাত গৈ গান্ধীজীয়ে ফুকনক কাষতে বহুৱাই ললে। অকল গান্ধীজীৰেই নহয়, ভাৰতৰ সকলো সম-সাময়িক নেতাৰে ফুকনৰ প্ৰতি এনে শ্ৰদ্ধা আৰু বহুমানতা সমানভাৱে আছিল। তেতিয়া সৰ্বভাৰতীয় ক্ষেত্ৰত তৰুণৰাম ফুকনৰ ব্যক্তিত্ব আৰু দেশসেৱাই অসমৰ মূৰ জিলিকাইছিল। উৰিষ্যা সীমা আয়োগৰ সদস্য হিচাপে উৎকল প্ৰদেশত ভ্ৰমণ কৰোঁতে ফুকনে ঠায়ে ঠায়ে অসমীয়া ভাষাতে বক্তৃতা দিছিল। উড়িয়া ৰাইজে শুনি বুজি পাইছিল আৰু হেনো তেখেতৰ মুখত উড়িয়া শুনা যেন পাই বৰ সন্তোষ পাইছিল। ভাৰতৰ বিভিন্ন প্ৰদেশত অসমৰ মৰ্যদা তৰুণৰাম ফুকনে এনেকৈয়ে ৰক্ষা যি কৰিছিলেই, বঢ়াইছিলো।

প্ৰভাৱী ব্যক্তিত্ব, অনন্যসাধাৰণ বাগ্মিতা, দেশময় লোকপ্ৰিয়তা, চূড়ান্ত ত্যাগ—এই সকলোবোৰ গুণৰ অধিকাৰী হৈয়ো জীৱনৰ শেষৰ ফালে ফুকন ডাঙৰীয়া ৰাজনৈতিক জগতত বিপৰ্যয়ৰ সমুখীন হব লগাত পৰিল কেলৈ? এইটো তেখেতৰ জীৱন অধ্যয়নৰ সমাধেয় এটা ডাঙৰ প্ৰশ্ন। সংসদ (তেতিয়াৰ এছেম্বলি) বিধানসভা, লোকেল বৰ্ড সকলো নিৰ্বাচনতে এটাৰ পাছত এটাকৈ তেখেতে পৰাজয় বৰণ কৰিবলগা হ'ল। অসমৰ প্ৰথম কংগ্ৰেছী মন্ত্ৰীসভাৰ মুখ্য মন্ত্ৰীত্বৰ পদৰ দায়িত্ব সাধাৰণ যুক্তিৰে বিচাৰি চালে আৰু যথাগতিত হোৱা হলে ফুকনেই হব লাগিলহেঁতেন, কিন্তু নহ'ল। উপৰন্তু পদে পদে পৰিস্থিতিৰ পাক ঘূৰণিত ৰাজনৈতিক জগতৰ কেন্দ্ৰ বিন্দুৰপৰা ফুকন ডাঙৰীয়া আঁতৰি পৰিবলগা হৈছিল। আমি ভাবি পোৱাত ইয়াৰ কাৰণ কেইবাটাও, তাৰে ভিতৰত প্ৰধান কেইটামানৰ কথা আলচি চাব পাৰি।

দেশভক্ত ফুকনৰ সৰ্বময় নেতৃত্ব হ্রাস পোৱাৰ প্ৰধান কাৰণ হৈছে ফুকনে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত সৰ্বোতোভাৱে শীৰ্ষ স্থানত নিজকে প্ৰতিষ্ঠিত ৰাখিব নোৱাৰিলে। তাৰ ফলত নেতৃত্ব সেই সময়ৰ যৰিষ্ঠসকলৰ হাতত পৰিলেগৈ। ভাৰতৰ ৰাজনৈতিক বুৰঞ্জীৰ এটা গুৰুত্বপূৰ্ণ অধ্যায়ত তেখেত পাছ হুঁহকি থাকিব লগা হোৱাত তেখেতৰ আৰু দেশবাসীৰ পক্ষে দুৰ্ভাগ্যৰ কথা হৈছিল। সেই সময়তে ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছ অধিবেশনৰ ধাৰৰ বোজাত তেখেতৰ আৰ্থিক দশাৰ বিপৰ্যয় যি ঘটিছিলেই, লগতে পৰিয়ালত পত্নী, কন্যা, জোঁৱাই সকলোৰে দীঘলীয়া অসুখ আৰু শেহান্তৰত বিয়োগ দুখে তেখেতক জুৰুলা কৰিব নোৱাৰিলেও মথিত কৰিছিল। আন মানুহ হলে কাতৰ হৈ আত্মশক্তিকে হেৰুৱাই পেলালেহেঁতেন, কিন্তু তৰুণ ফুকন বুলিহে পোন হৈ থিয় দি থাকিব পাৰিছিল। গতিকে আইন অমান্য আন্দোলনত ১৯২১ চনৰ অসহযোগ আন্দোলনৰ নিচিনাকৈ সিংহদৰ্পে জঁাপ দিব নোৱৰাটো ক্ষমনীয় হলেও ৰাজনৈতিক জীৱনত এই বিৰতি তেখেতৰ আৰু দেশৰ পক্ষে দুৰ্ভাগ্যজনক হৈ পৰিছিল।

ৰাজনীতিত কালৰ হেঁচোকত নিজ গতিত আগবাঢ়ে সেই গতিৰ লগত বেগ ৰক্ষা কৰিব নোৱাৰিলে, নিজৰ অন্তৰে সম্পূৰ্ণৰূপে আদৰিব নোৱৰা পথকো সময় আৰু বতাহ বুজি গছকি যাবলৈ সক্ষম নহলে, নেতাও পাছ পৰি ৰৈ যাব লগা হয়। ফুকন ডাঙৰীয়াৰো সেই দশাই হ'ল। সেই সময়ৰ কংগ্ৰেছৰ বহুতো সিদ্ধান্তক তেখেতে সৰ্বান্তঃকৰণে সমাদৰ কৰি সামৰি লবলৈ টান পাইছিল। ১৯৩৮ চনৰ আগতে অসম কংগ্ৰেছে মন্ত্ৰিত্ব গ্ৰহণ নকৰিব বুলি সিদ্ধান্ত গ্ৰহণ কৰিছিল। তেনে সিদ্ধান্ত সেই মুহূৰ্তত আন কোনো প্ৰদেশ কংগ্ৰেছে লোৱা নাছিল। অসম কংগ্ৰেছৰ এই সিদ্ধান্ত ফুকনে সমূলি ভাল পোৱা নাছিল। ফুকনে কৈছিল, "আমিনো নালাগে নলওঁ বুলি আগতে হাতখন দাঙি থব লাগে কেলৈ?" সেইকাৰণেই ফুকন কংগ্ৰেছৰপৰা ফালৰি কাটি আছিল। পিছত যেতিয়া সুভাষ বসু জাতীয় কংগ্ৰেছৰ সভাপতি হ'ল আৰু অসমত কংগ্ৰেছে মিলিত মন্ত্ৰীসভা গঠনৰ সিদ্ধান্ত গ্ৰহণ কৰিলে, ফুকন ডাঙৰীয়াই সানন্দচিত্তে তাক ওলগণি জনালে। কংগ্ৰেছ মন্ত্ৰীসভা গঠনৰ সৰু সৰু যুদ্ধখনত ফুকনে মহাৰথীৰ দৰেই কংগ্ৰেছ দলক সহায় কৰিছিল।

পোনতে ফালৰি কাটি নথকা হলে কিজানি মন্ত্রী সভাৰ ৰূপেই সলনি হ'লহেঁতেন।

ৰাজনীতিৰ ক্ষেত্রত নতুন নতুন চামে নতুন নেতৃত্ব বিচৰাৰ এটা মোহ সদায় দেখা যায়। ১৯৩০ চনৰপৰা তেনে এটা মোহে আমাৰ অসমৰ বহুত জননেতাকে চুইছিল, সেই কথা মুই কৰিব নোৱাৰি। আমি অনুভৱ কৰিছিলোঁ সেই সময়ৰপৰাই ত্যাগবীৰ হেমবৰুৱা, লোক প্ৰাণ অমিয়কুমাৰ দাস প্রভৃতি উঠি অহা জননায়কসকলৰ মনত পুৰণি নেতৃত্বৰ প্ৰতি অসন্তোষ বাঢ়ি আহিছিল। এটা সময় আহিছিল, যেতিয়া বৈ থকাৰ বা ভাবিগুণি কাল কটোৱাৰ ধৈৰ্য উঠি অহা নেতাসকলে ধৰি থাকিব নোৱাৰে। অসমত আইন অমান্য আন্দোলন আৰম্ভ নোহোৱা দেখি এই দুজন নেতা বিশেষকৈ অধৈৰ্য হৈ পৰিছিল, কিন্তু তেতিয়া ফুকনে হেনো কৈছিল "অসমত আইন অমান্য আন্দোলনৰ বতৰ হোৱা নাই, অলপ বাট চোৱা ; মই যথা সময়ত আহ্বান দিম।" লাচিত-কল্প এই দুজন নেতাই শুভক্ষণলৈ বাট চোৱাৰ যুক্তি দেখা নাপালে। অসমত আইন অমান্য আন্দোলন আৰম্ভ হ'ল ; কিন্তু দেশভক্ত ফুকন সমুখত নাছিল। তেতিয়াৰপৰাই পুৰণি নেতৃত্বৰ প্ৰতি বিৰূপ মনোগতি শিপাবলৈ ধৰিলে আৰু ক্রমাৎ ফুকন নহলেও হব এনে এটা প্ৰত্যাহ্বান ভাবো ক্রিয়াশীল হৈ পৰিল। ফুকনৰ ৰাজনৈতিক বিপৰ্যয়ৰ ইয়ো এটা প্ৰধান কাৰণ।

ফুকন ডাঙৰীয়া নিজে আগৰণুৱা হৈ ওলাই আহি বাকীবিলাকক টানি নিয়াতকৈয়ো বাকীবিলাকেহে তেখেতক উলিয়াই আনিব লগা হৈছিল। প্ৰায় সকলো সময়তে তেখেতে অনুগত বন্ধুসকলৰ ওপৰত নিৰ্ভৰ কৰিছিল। সেই শ্ৰদ্ধাবান বন্ধুসকলৰ পৰামৰ্শ সজ উদ্দেশ্যৰদ্বাৰা প্ৰণোদিত হলেও ফুকনৰ পক্ষে যে অনুকূল নাছিল পিছত তাক বহুতে অনুভৱ কৰিছিল। পিছলৈ এই বন্ধুসকলে নিজ নিজ স্বাৰ্থৰ অনুকূলতেই হওক বা দেশৰ কথা ভাবিয়েই হওঁক লাহে লাহে আঁতৰি গৈছিল। ফুকন ডাঙৰীয়াই একাষৰীয়া হৈ বাট এৰি দিব লগাত পৰিছিল।

ফুকনৰ জীৱনৰ পূৰ্ণ বিকাশত সৰাতোকৈ ডাঙৰ প্ৰতিবন্ধক আছিল তেখেতৰ শ্ৰম-বিমুখতা। সমস্ত গুণৰ অধিকাৰী হৈয়ো এই এক দোষেই তেখেতৰ

পক্ষে 'গুণৰাশিনাশী' নহলেও সেই গুণবিলাকৰ প্ৰয়োগৰ ক্ষেত্ৰত হকা-বধা কৰিছিল। তেখেতৰ সহচৰ দুই-এজনে আজিও কোৱা শুনো যে ফুকনৰ যদি এজন সুযোগ্য কৰ্মসচিব থাকিলহেঁতেন, দেশে তেখেতৰপৰা আৰু অধিক দান পালেহেঁতেন, আৰু তেখেতেও ঈশ্বৰদত্ত শক্তিৰ পূৰ্ণ পৰিচয় দিয়াৰ সুযোগ পালেহেঁতেন, যি নহওক এটা বিৰাট সুপ্তিৰপৰা অসমীয়া জাতিটো জাগ্ৰত কৰি বৃটিছ সিংহৰ বিপক্ষে ৰণাংগনত নমাই দিয়াৰ নিচিনা অঘটন-ঘটন সাধন কৰিলে দেশভক্ত ফুকনে। বেৰিষ্টাৰ তৰুণৰাম ফুকনে যদি দেশভক্ত ফুকন হৈ সৰ্বভাৰতীয় জীৱন মৰণৰ মহা আন্দোলনৰ বাঘজৰী নধৰিলেহেঁতেন ৰাজনীতিৰ ক্ষেত্ৰত গৌৰৱোচিত আসন পাবলৈ অসমৰ কিজানি আৰু কিছুকাল লাগিলহেঁতেন।

তৰুণৰাম ফুকন ভূ-ভাৰস্তলৈ অহা এশ বছৰ পূৰ্ণ হৈ গলেও সেই পুৰুষজনৰ নিচিনা ব্যক্তিত্বসম্পন্ন গুণশালী পুৰুষ এজন অসমে জন্ম দিব পৰা নাই। প্ৰকৃতিৰ বিধানমতে সমান শক্তিসম্পন্ন আৰু সৰ্ববিষয়তে একে ব্যক্তিত্বৰ মানুহ উপজিব নোৱাৰে। তথাপি কোনোবা কালত কেতিয়াবা হয়তো ফুকন সদৃশ পুৰুষ এজন অসম ভূমিত আকৌ উপজিব।

"কালোহ্যয়ং নিৰবধিৰ্বিপুলা চ পৃথ্বী।"□

# আনন্দময় ফুকন

সংসাৰত মানুহ দুবিধ। এবিধে নিজৰ দুখ-বেজাৰৰ কথা আনৰ আগত তিলকে তাল কৰি কব। বেজাৰ বা দুখৰ কোনো কাৰণ নাথাকিলে মনেৰে পাতি লৈ হলেও দুখ কৰিবৰ সুযোগ উলিয়াব। ইবিধে মানুহৰ আগততো বেজাৰ কৰি নেদেখুৱায়েই নিজৰ মনৰ ভিতৰতো দুখ-বেজাৰক লাই নিদিয়ে। তেওঁলোকৰ মনেৰে দুখ-বেজাৰ আনৰ আগত কোৱাটোতো লাজৰ কথাই, নিজৰ মনতো তাক থলি পুতিবলৈ দিয়াটো নিতান্ত দুৰ্বলতা। পুৰুষালিৰ ওপৰত তেনে কামে কাপুৰুষতাৰ ছাঁ পেলায়। এনে বিধৰ পুৰুষ আছিল দেশভক্ত তৰুণৰাম ফুকন।

তেওঁ এদিন সুধিছিল —"হাঁহিটো কি বস্তুহে ?" কোনে কি উত্তৰ দিলে মনত নাই, কিন্তু তেওঁ কলে—"হাঁহি আন এটা নহয়, এটা বিকাশ—আনন্দৰ বিকাশ। ঈশ্বৰ আনন্দময়, হাঁহিৰ মাজত তেওঁ প্ৰকাশ পায়। যদি 'জীৱনৰ সদ্ব্যৱহাৰ কৰিব খোজা, হাঁহিবা আৰু হঁহুৱাবা।" ফুকনে এনে সদ্ব্যৱহাৰ কৰিছিল, যি তেওঁৰ গুৰিত পোন্ধৰ মিনিট বহি আছিছে অথবা হঁহা নাই, সি নিশ্চয় জীৱনতে হঁহা নাই। যি তেওঁক হঁহা দেখা নাই, সিও সংসাৰত বহুত বস্তু দেখা নাই।

বহুতৰ ধাৰণা, নিতান্তই যদি হাঁহিব লগা হয়, নিঃশব্দে গোঁফৰ তলত হঁহাই ভদ্ৰলোকৰ কাম। নহলে গাম্ভীৰ্যৰ হানি ঘটে, মৰ্যদাৰ লাঘৱ হয়। ঢেকঢেককৈ হাঁহা যদি শুনিবলৈ অশুৱলা হয়, হাঃ হাঃ কৰি যদি হাঁহা, মুখৰ সৌন্দৰ্য নাথাকিব। গতিকে হয় নাহাঁহিবা, নহয় নীৰৱে মিচিকিয়াবা। ফুকন ডাঙৰীয়া ভদ্ৰলোক আছিল, গাম্ভীৰ্যত ঘৰৰ সমুখৰ ব্ৰহ্মপুত্ৰৰ নিচিনা,

মৰ্য্যদাবোধো উলামুলা নাছিল। তথাপি অসম ছাত্ৰ সম্মিলনৰ দৰে বিৰাট সভাপতিৰ আসনত বহি তেওঁক হাঁহি থৰ হোৱা আমি দেখিছিলোঁ। হাঁহিৰ মোল তেওঁ বুজিছিল। সেইদেখি প্ৰাণভৰি হাঁহি তাৰ সদ্ব্যৱহাৰ কৰিছিল।

সুখৰ দিনত দুখৰ কথা মনলৈ নানাকৈ থাকিব পাৰি। সময়মতে হঁহাও একো টান কথা নহয়। যিজনে জঞ্জালবিপদৰ বা'মাৰলীৰ সোঁমাজত থাকি নিজেও হাঁহিমুখ লৈ দহজনৰ মুখতো পূৰ্ণিমাৰ জোনাক জিলিকাব পাৰে, তেৱেঁই আনন্দময়।

১৯৩০ চনৰ কথা। দেশৰ ইমুৰৰপৰা সিমুৰলৈ তেতিয়া আইন অমান্যৰ খলকনি লাগিছে। ফুকন নানা কাৰণত দেখাদেখিকৈ সেই যুদ্ধৰ সেনাদলৰ মাজত নাই। গাঁৱৰ মাজ সোমালে বতৰা সোধে—এইবাৰ ফুকন নাই কেলেই? সভা পতা হয় ফুকন নাহে শুনিলে মানুহ গোট নাখায়, খালেও ভাগিবলৈ ধৰে। আহিব বুলি কলেই ৰাইজে হিলদল ভাঙে। স্বেচ্ছাসেৱকসকলে গাঁৱে গাঁৱে ফুকন ওলোৱা নাই কিয়, তাৰ কৈফিয়ৎ দিব লাগে। উপায় নাপাই কেইজনমান স্বেচ্ছাসেৱকে এঠাইত এখন সভাৰ যো-জা কৰি ফুকনৰ কাষ চাপিলহি।

ঘৰত তেতিয়া তেওঁৰ তিঁয়হৰ জালি যেন সাদৰী জীয়েক নৰিয়াপাটীত। দিনে দিনে কৃষ্ণপক্ষৰ জোনটিৰ দৰে নিঃশেষ হৈ আহিছে। দেশৰ দহজনৰ মাজত মূৰ জিলিকাই উজ্জ্বল ভবিষ্যত লৈ উঠি অহা জোঁৱায়েকে ভগা হিয়া লৈ দিহিঙে-দিপাঙে ঘূৰি ফুৰিছে। এনে অৱস্থাতো তেওঁক আজুৰিবলৈ খোজাত কিজানি অলপ আমনি পাইছিল। তথাপি উৎসাহ আৰু দেশভক্তিৰ ভৰা-সূঁতি হেন সেই ডেকা কেইজনক বিফল মনেৰে ঘূৰাই নপঠিয়ালে। কলে—"যোৱাৰ কিবা এটা ভাল দিহা কৰিবা।"

সভাৰ দিনা আনিবলৈ যাওঁতেও মুখখন অলপ গম্ভীৰ। বাটতে যাওঁতে পুলাশবাৰীৰ হাটৰপৰা বেমাৰীৰ কাৰণে কাৱৈ মাছ কিনি মটৰত ভৰাই ললে। কিন্তু সভাত গৈ তেওঁৰ স্বভাৱসিদ্ধ ওজস্বিতা আৰু হাস্যৰসৰ মাজেদি একোবাৰ শ্ৰোতাৰ চকুমুখলৈ তেজ আনি দিছিল, আকৌ একোবাৰ হাঁহিৰ গিৰ্জনি তুলিছিল। উভতি আহোঁতে স্বেচ্ছাসেৱকসকলে সমস্বৰে জাতীয়

গীত গাওঁতে তেৰোঁ লগত সমানে যোগ দিছিল, টিনৰ 'বডি' থকা বাছৰ গাত ঢকিয়াই তাল ৰাখিছিল। দেশভক্ত ফুকন এনেকুৱাই আছিল।

আন এদিনৰ কথা। ১৯৩৪ চনৰ কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্বাচনৰ সময়ৰ জিৰণি নথকা দিনবিলাকৰে এটা। এঠাইত ভোট সংগ্ৰহ কৰিবলৈ গৈ ঘূৰি আহোঁতে অসম-বেংগল ৰেলৰ আওহতীয়া ষ্টেছন এটাত তিনিঘণ্টামান ৰ'বলগা হ'ল। ফুকন আৰু লগত দুজন।

তেতিয়া সন্ধিয়া লাগি ভাগিছে। শুক্লপক্ষৰ ফৰিংফুটা জোনাক। ষ্টেছনৰ প্লেটফৰ্মতে পাটী পাৰি লৈ বঙালীবাবু কেইজনমানে হাৰ্মনিয়াম এটা বজাই আমোদ কৰিছিল। ফুকনৰ অহাৰ লগে লগে কঁাহ পৰি জীণ গ'ল। গোটেইখন নিমাওমাও হৈ পৰিল।

কিছু সময় ইফাল সিফাল কৰি আমনি লাগিছিল। এনেতে ফুকনে মাত লগালে—"এওঁলোকে অলপ সকাহ পাই আমোদ কৰিছিল, মই অহাত বন্ধ কৰিলে। কথাটো বেয়া হ'ল।" ঈশ্বৰে সুযোগ মিলাই দিলে। বঙালী বাবু কিজনৰ মাজত তুমুল তৰ্ক হ'ল--মন্ত্ৰ শক্তি আছে নে নাই। ফুকনৰ কাণত পৰিল। লাহে লাহে ওচৰ চাপি তেওঁলোকৰ কাষ পালেগৈ। আটাইকেউজন সসম্ভ্ৰমে থিয় হ'ল।

ফুকনে গাত ললে— মন্ত্ৰশক্তি বিশ্বাস কৰাই দিব। কিন্তু পৰীক্ষা কাক লৈ কৰিব? এজনো এতিয়া আগ নাবাঢ়ে। ফুকন অতিশয় গম্ভীৰ হৈ পৰিল। বাবু কিজনৰ ইজনে সিজনৰ মুখলৈ চাবলৈ ধৰিলে। শেষত এজন চুচুক-চামাককৈ আগবাঢ়ি আহিল। ফুকনে সেই বাবুজনক জিৰণি ঘৰলৈ অকলে মাতি নিলে। বলি দিবলৈ নিয়া পঠাৰ দৰে যাওঁ-নাযাওঁকৈ গ'ল হয়, কিন্তু কোঠাৰ ভিতৰ পায়েই মুখখন কেহেৰাজ বটা যেন হ'ল। ফুকনে সুধিলে—"মন্ত্ৰশক্তি দেখুৱাম—আপোনাৰ সংসাৰত কিহৰ দুখ, কি আপত্তি কৰিবলগীয়া আছে? কিন্তু সঁচা কব।" বাবুজনে সেমেনা-সেমেনিকৈ সৰলভাৱে উত্তৰ দিলে, তেওঁৰ ঘৈণী অত্যন্ত দন্দুৰী আৰু খঙাল। তেওঁক কেনেকৈ বশ কৰা যায়।

ফুকন আৰু গম্ভীৰ হ'ল। আৰু অলপ ওচৰ চাপি লৈ কলে— "আপোনাৰ ঘৈণীৰ যেতিয়া খং উঠিব আৰু দুৰ্বাক্য বুলিব তেতিয়া আঁঠুকাঢ়ি

লৈ এই মন্ত্ৰ আষাৰ গাই দিব। চাব, যদি দহদিনৰ ভিতৰত আপোনাৰ ঘৈণীয়ে এই ব্যৱহাৰ এৰি নিদিয়ে।" মন্ত্ৰ আষাৰ মাতি দিয়া মাত্ৰেই দেশ-কালৰ জ্ঞান পাহৰি সকলোৱে গিৰ্জনি মাৰি হাঁহি দিলে। বাবুজনৰ মুখলৈ এটুপি তেজ উঠিল। মন্ত্ৰ আষাৰ আছিল—"দেহি পদ-পল্লৱ-মুদাৰম্"। ফুকন ঘৰপোৱাৰ কিছুদিনৰ পিছত এবাকছ চাহপাত পাইছিল। সেইদিনা যি ঠাইত ভোট বিচাৰি যোৱা হৈছিল, তাত ফুকনে শতকৰা ত্ৰিশটা ভোট পোৱাৰো আশা পাই অহা নাছিল। কিন্তু ফুকন আছিল আনন্দময়।

ফুকন আছিল নামে গামে তৰুণ; নিজক কাহানিও বুঢ়া হলো বুলি ভবা নাছিল। ৬০ বছৰীয়া তৰুণে ২৫ বছৰীয়া তৰুণৰ লগত পাঞ্জা খেলে। ২৫ বছৰীয়া তৰুণ ঘামি যায়। এই যে সদায় অন্তৰৰ তাৰুণ্য বজায় ৰাখিছিল, ইয়েই তেওঁক প্ৰেৰণা দিছিল আনন্দময় হবলৈ। ডুডাল বা এডাল দাড়ি-চুলি পকিলেই আমাৰ সমাজৰ সৰহভাগেই বয়সৰ দোহাই দিয়ে, ডেকা সমাজৰপৰা নিজক আঁতৰাই ৰাখে। অতিপাত গম্ভীৰ মূৰ্তি ধৰি উঠি অহা হাঁহিও সামৰি থয়। কিন্তু তৰুণৰাম তেনে নাছিল। তেওঁ ডেকাৰ লগত মিচিকিয়াইছিল, বুঢ়াৰ লগতো কুহুৰ কুহুৰ কাঁহিছিল।

আদহীয়া ফুকনে চেঙেলীয়া ল'ৰাৰ লগত গা ধুবলৈ গৈ সাঁতোৰ মেলে। চফল ডেকাৰ লগত আঁৰি মাৰি হাতত বন্দুক লৈ অগাধ অৰণ্যত সোমায়। হৃদয়ৰ এই চিৰ নবীনতাই তেওঁক দিছিল "আনন্দম্"।[১]

অসহযোগ আন্দোলনৰ কৰ্ণধাৰ সৰ্বত্যাগী বলদৃপ্ত ফুকনৰ সিংহ গৰ্জনলৈ চাই কোনে কব যে সেইজন পুৰুষেই এজন ৰসিক? তেওঁ কুমাৰসম্ভৱ, মেঘদূতৰ শ্লোক আওৰাব, কীৰ্তন দশমৰ পদ মাতিব, ৰোমিও জুলিয়েটৰ আবৃত্তি কৰিও শুনাব। সুবিধা পালে নতুন ডেকা বা গাভৰুৰ লগত ঠাট্টা-তামচাও কৰিবলৈ নেৰে। বিদেশৰপৰা গৈ শহুৰৰ ঘৰত থকা তিনিদিন হোৱা সত্বেও দেখা নাপাই তেওঁ এজন ন-জোঁৱাইক লগ পাই সুধিছিল—"কিহে, দেখাই পাবলৈ নাই, কি হৈছে? কণ্ঠোশ্লেষপ্ৰণয়িনীজনে নহয়?"

জোঁৱাইজনে উত্তৰ দিছিল—একো অসম্ভৱ নহয়, কাৰণ ইমান দিন যে

১। ফুকনে নিজৰ কথা কওঁতে আনন্দ হুবুলি আনন্দম্ বুলিহে গহীনকৈ কৈছিল।

মই দূৰবন্ধুৰ্গতোঽহং[২] হৈ আছিলোঁ। জোঁৱাইৰ উত্তৰত তেওঁ খুব আনন্দ পাইছিল। সেইদিনা ফুকনে কৈছিল, অৱশ্যে ধেমালিত, ঈশ্বৰ ৰসো বৈ সঃ ৰসৰ ভিতৰত আদি হৈছে শৃঙ্গাৰ। ৰস মানেই আনন্দম্ তেনেহলে শৃঙ্গাৰ ৰসতে আনন্দম্ পোৱা যায়।

এসময়ত স্বাধীনতা যুদ্ধৰ প্ৰধান সেনাপতিৰ মুখত এনেবিলাক কথা শুনি নজনা জনে অলপ আচৰিত হব। কিন্তু আচৰিত হবলগীয়া একো নাই। মানুহৰ জীৱনত যে এটা লঘু ফাল আছে আৰু সিয়েই যে জীৱনটো ধাৰণ কৰিবলগীয়া কৰি ৰাখে ফুকনে সেই কথাৰ সন্ধান পাইছিল। আৰু পাইছিল বুলিয়েই তেওঁ আছিল সদানন্দময়।

ফুকনৰ পাৰিবাৰিক জীৱনৰ শেষছোৱা বিয়োগময়। সামাজিক জীৱনো একো নন্দনবদম নাছিল। ৰাজনীতি ক্ষেত্ৰত অনাদৰ অৱহেলা আৰু পৰাজয়ত জৰ্জৰিত। অৰ্থ সম্পৰ্কেও চিন্তাশূন্য নাছিল। তথাপি আনন্দ মনেৰে থাকিবলৈ প্ৰেৰণা পাইছিল ক'ৰপৰা? ইয়াৰ উত্তৰ এদিন তেওঁৰ নিজ মুখৰ-পৰা পাইছিলোঁ। তেওঁ কৈছিল - "পৰৰ দুখ পতিয়াবলৈ শিকা, নিজৰ দুখ উৰঁলি যাব। পৰৰ দুখ পাতিয়াবলৈ গাঁঠিৰ ধন ভাঙিব নালাগে, কেৱল মনতে বিজনি কৰিবা। তোমাৰ একশ টকা লোকচান হৈছে, হেজাৰ টকা লোকচান হোৱাজনৰ কথা ভাবা, তোমাৰ এশৰ দুখ পাতলিব। তোমাৰ এজন পুতেৰ মৰিছে, নিৰ্বংশ হোৱাজনৰ কথা ভাবা, তোমাৰ শোক লঘূ হব।"

বোধকৰো এই আধাৰেই ফুকনৰ "আনন্দম্" কাহিনীৰ গুৰি-কথা—"পৰৰ দুখ পতিয়াবলৈ শিকা, নিজৰ দুখ উৰঁলি যাব।"□

---

২। কণ্ঠাশ্লেষ প্ৰণয়নীজনে আৰু দূৰবন্ধুৰ্গতোঽহং এই দুয়োফাঁকি মেঘদূতৰ শ্লোকাংশ।

## সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা—ৰত্নকোষ

ৰত্নৰ কোষেৰে ওখ দোল বান্ধি ভাষাৰ সমৃদ্ধ মূৰ্তিক সুস্থাপিত কৰা ৺চন্দ্ৰধৰ বৰুৱাক ৰত্নকোষ যুগুত কৰি থকা অৱস্থাতে বহুতবাৰ লগ ধৰি কথা-বতৰা হোৱাৰ সুযোগ পাইছিলোঁ। কলিকতাৰপৰা গৈ গৰমৰ বন্ধত দীঘলীয়াকৈ যোৰহাটত থকা দিন কেইটাত স্বৰ্গীয় বৰুৱাদেৱৰ তালৈ গৈ আলাপ-আলোচনা কৰাৰ আপুৰুগীয়া সুযোগ মই কেতিয়াও এৰা নাছিলোঁ। এইছোৱা কালত তেখেতে ৰত্নকোষৰ কাৰণে খণ্ডবাক্য আৰু প্ৰবচনবিলাক সংগ্ৰহ কৰাৰ আগতীয়া কামখিনি প্ৰায় হৈ গৈছিলেই। তেতিয়া মাথোন সেইবোৰৰ অৰ্থ আৰু ব্যাখ্যা লিখাত তেখেত মগ্ন আছিল। মই গ'লেই তেখেতে এখিলা দুখিলা পাত পঢ়ি শুনাইছিল। আৰু ব্যাখ্যাবোৰৰ বিষয়ে আলোচনা কৰিছিল। সেই সময়ত এই কামেই তেখেতৰ ধ্যানজ্ঞান আছিল। সাহিত্যত ৰাপ থকা কোনোবা গ'লেই ৰত্নকোষৰ কথাবোৰকে হয় পঢ়ি শুনাইছিল, নহলে আলোচনা কৰিছিল। অসমীয়া জীৱন আৰু পৰম্পৰাৰ লগত সাক্ষাৎ পৰিচয় আৰু ঘনিষ্ঠ আত্মীয়তা থকা অসমীয়া ডাঙৰীয়াসকলক তেতিয়া প্ৰায় একে একে নোহোৱা হৈ আহিছিল। যি কেইজন আছিল তেখেতসকলোৰো ভাষাৰ সেৱাই আনফালে গতি লৈছিল। ভাষাৰ ৰত্ন আৰু সমৃদ্ধি থূপ খুৱাই সাহিত্য সেৱকসকলৰ চকুত পৰাকৈ তাৰ কোষ নিৰ্মাণ কৰাৰ নিচিনা ধৈৰ্য আৰু পৰিশ্ৰমৰ কাম হাতত ল'বলৈ কোনেও গা কৰা নাছিল। তেতিয়া তেখেত প্ৰৌঢ়াৱস্থাকো অতিক্ৰম কৰি বৃদ্ধত্বৰ দুৱাৰদলিত ভৰি দিছিল। নিজ-ভাষাৰ প্ৰতি অদম্য আৰু অকৃত্ৰিম স্নেহ নাথাকিলে সেই বয়সত কোনেও এনে দুৰুহ অথচ ৰসাল কাম কৰিবলৈ আগ নাবাঢ়ে।

অসমীয়া ভাষাৰ বহুত খণ্ডবাক্য আৰু প্ৰবচনত তেখেতৰ দিনতে মামৰে ধৰিছিল। সেইবোৰ সচৰাচৰতে লোক মুখত শুনিবলৈ পোৱা নগৈছিল। কিছুমান প্ৰবাদ বাক্যৰ অৰ্থটো থ্‌লকৈ জানিলেও মানুহে তাৰ গুৰি-গোষ্ঠী পাহৰি গৈছিল। গুৰি-গোষ্ঠী নজনাৰ কাৰণে আজিকালি সেইবোৰৰ যথাযথ প্ৰয়োগ কৰা নহয়, আৰু কোনোবাই কৰিলেও অথলত বা অবাবত প্ৰয়োগ কৰাৰ দৃষ্টান্ত বহুত দিব পাৰি। বৰুৱা ডাঙৰীয়াৰ দিনলৈকে অন্ততঃ তেখেতৰ জীৱনৰ ডেকা-কালিলৈকে এই খণ্ডবাক্য আৰু প্ৰবচনবোৰৰ প্ৰয়োগ চলি আছিল, আৰু চলি নাথাকিলেও মানুহে তাৰ অৰ্থ ভালকৈ জানিছিল। স্বৰ্গীয় বৰুৱাই যদি এই কাম হাতত নল'লেহেঁতেন আজিকালিৰ ডেকা সাহিত্য-সেৱীলৈ তাক এৰি গ'লহেঁতেন কিছুমান সুন্দৰ অৰ্থ-দ্যোতক আৰু ৰসাল খণ্ডবাক্য আৰু প্ৰবচনবো মূল অৰ্থ আৰু সমাজৰ যি বিষয়ৰ স্মৃতি সেইবোৰ বহন কৰিছে সেইবোৰ পাহৰণিৰ গৰ্ভত সোমালহেঁতেন। সেই উৰহি গছৰ ওৰ পোৱাও অসুবিধা হ'লহেঁতেন। এই ফালৰপৰা চালে চন্দ্ৰধৰ বৰুৱাৰ ৰত্নকোষ অসমীয়া সাহিত্যৰ অগ্ৰগতিৰ পথত ক্ষেণ চাই আগবঢ়োৱা দান।

জীৱনৰ বৈচিত্ৰ্য আৰু সমাজৰ কৰ্মাৱলীৰ বিবিধতাই ভাষাৰ প্ৰকাশ ভংগীতাতো বৈচিত্ৰ্যৰ আধান কৰে। যি জাতিৰ জীৱন-পৰিসৰ নিচেই এচমকা আৰু সেই কৰ্মলীলা পুৰা গধূলিৰ জীৱন যাত্ৰাতে কুঁচিমুচি সোমাই থাকে, সেই জাতিৰ ভাষাই বিবিধ ভংগিতাৰ সমল ক'ৰপৰা আহৰণ কৰিব? কুণ্ডৰপৰা কৰতোৱালৈকে এখন বিস্তৃত ভূ-ভাগৰ ৰাজ্য-সাম্ৰাজ্যৰ উঠন-পতন, কালে কালে প্ৰবজন আৰু বিবিধ লোক সমষ্টিৰ একাৰ্ণ পৰিণতি, যুগে যুগে যুদ্ধ-বিগ্ৰহ বিপ্লৱ আৰু সাংস্কৃতিক জাগৰণে অসমক দুৰ্ভাগ্য আৰু সৌভাগ্য দুয়োটাকে দুই হাতে বিলাইছিল। ইয়াৰ ফলত ভাষা আৰু সংস্কৃতি দুয়োটাই সমৃদ্ধি আহৰণ কৰিবলৈ সুযোগ আৰু সুবিধা পাইছিল। গতিকে অসমীয়া ভাষাৰ কথা ভংগিমাত সেই সমৃদ্ধিৰ চিন থাকিবই। এই সমৃদ্ধিৰ একাংশ সমুজ্জ্বল হৈ আছে আমাৰ খণ্ডবাক্য আৰু প্ৰবচণবোৰত। গোটেই অসমৰ ইমূৰৰপৰা আৰু সিমূৰলৈকে প্ৰচলিত প্ৰবচন বাক্য আৰু ভাষা ভংগিতাবোৰ গোট খুৱালে সংখ্যাই লাখৰ সীমাৰেখা দেই যাব। এই সংগ্ৰহ কাৰ্য এজন



চন্দ্ৰধৰ বৰুৱা

মানুহৰ কাম নহয়। তথাপি কোনোবাই যদি এটা চানেকি সংগ্ৰহো অকলেই কৰে আৰু তাৰ গুৰি উলিয়াই অৰ্থ আৰু ব্যাখ্যা দিবলৈ সুনিষ্ঠ প্ৰয়াস কৰে তেওঁ নিশ্চয় এজন কবিতকৰ্মা পুৰুষ। ৺চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়া এনে এজন বহুকৃৎ পুৰুষ।

অসমীয়া খণ্ডবাক্য আৰু প্ৰবচনৰ সংগ্ৰহৰ প্ৰচেষ্টা বহুদিন আগৰেপৰাই হৈ আহিছে। এই বিষয়ত প্ৰথম পটিকটীয়া অসম বন্ধু কৰ্ণেল-পি-আৰ-টি গৰ্ডন চাহাব। তেখেতৰ Assamesc Proverbs নামৰ 'নাতিবৃহৎ' গ্ৰন্থখনেই অসমীয়া প্ৰবচনৰ প্ৰথম সংগ্ৰহ গ্ৰন্থ। ইয়াত অৰ্থবোৰ ইংৰাজীত দিয়া হৈছে আৰু প্ৰবচনবিলাকৰ আঁতিগুৰি দিবলৈকো স্থানে স্থানে যিমানদূৰ সম্ভৱ গৰ্ডন চাহাবে চেষ্টা কৰিছে। গৰ্ডন চাহাবৰ এই গ্ৰন্থ অসমীয়া প্ৰবচনৰ বহুল সংগ্ৰহ নহয় কিন্তু নমুনা-সংগ্ৰহ বুলিহে ক'ব পাৰি। খণ্ডবাক্যৰ সংগ্ৰহ এখন স্বৰ্গীয় বেণুধৰ ৰাজখোৱাই সংকলন কৰি ১৯১৭ চনত প্ৰকাশ কৰিছিল। সেইখন গ্ৰন্থই সেই সময়ত এটা ডাঙৰ অভাৱ পূৰণ কৰিছিল। গ্ৰন্থখন

স্বৰ্গীয় ৰাজখোৱাৰ বহুদিনীয়া পৰিশ্ৰমৰ ফল আছিল। যদিও এই খণ্ডবাক্যবোৰ সম্পূৰ্ণাংগ নাছিল আৰু অৰ্থতো ঠায়ে ঠায়ে দ্বিমত হোৱাৰ থল আছে, তথাপি আজিকালি বহুতে সেইখনৰপৰা বহুত সহায়তা পাব ইয়াত সন্দেহ নাই। স্বৰ্গীয় ৰাজখোৱাই দ্বিতীয় সংস্কৰণ পৰিবৰ্ধিত আৰু সম্পূৰ্ণাংগ কৰিবলৈ যত্ন কৰিব বুলি প্ৰতিশ্ৰুতি দিছিল কিন্তু কাল তেখেতৰ এই সংকল্পৰ প্ৰতি বিমুখ হ'ল। ইয়াত যোজনাবোৰক স্থান দিয়া নাছিল ই কেৱল খণ্ডবাক্য বা ভংগিতাবোৰহে সংগ্ৰহ আছিল।

ইয়াৰ পিছত প্ৰবচনবোৰৰ সংগ্ৰহ দুই চাৰিখন ওলাইছে কিন্তু সেইবোৰত অৰ্থ দিয়াৰ প্ৰয়োজন সংগ্ৰাহকসকলে অনুভৱ নকৰিছিল বা কৰিলেও গ্ৰন্থৰ কলেৱৰ বৃদ্ধি আৰু ছপা খৰচৰ পৰিমাণলৈ চাই অৰ্থ সন্নিবিষ্ট কৰিবলৈ আগ নাবাঢ়িল। ইয়াৰ ভিতৰত ডিব্ৰুগড়ৰপৰা ওলোৱা 'পটন্তৰ মালা' নামৰ গ্ৰন্থখন উল্লেখ কৰিব পাৰি। 'পটন্তৰ মালাত' বিষয় অনুসৰি পটন্তৰবিলাক সজোৱা আছে। পটন্তৰৰ সংখ্যাও নিচেই কম নহয়। 'পটন্তৰ মালাত' বিবিধ প্ৰকাৰৰ ৰসাল আৰু সামাজিক ৰুচিৰ আভাস দিয়া বহুত সংখ্যক পটন্তৰ পোৱা যায়। ইয়াৰ লাছতে স্বৰ্গীয় ডিম্বেশ্বৰ নেওগৰ 'ৰহৰহী' নামৰ পটন্তৰ সংগ্ৰহৰ গ্ৰন্থখনৰ নাম উল্লেখ কৰিব পাৰি। এইখনো এখন উপাদেয় সংগ্ৰহ। পূৰ্বৰ সংগ্ৰহবোৰত প্ৰকাশ নোপোৱা বহুত পটন্তৰ ইয়াত সন্নিবিষ্ট আছে। স্বৰ্গীয় নেওগৰ অৰ্থবোৰ আৰু সেইবোৰৰ আঁতিগুৰি দেখুৱাবৰ কাৰণে যিখিনি আধাৰ-বিদ্যা লাগে সেইখিনি সম্পূৰ্ণৰূপে আছিল কিন্তু ওপৰত কোৱা গ্ৰন্থ-কলেৱৰ আৰু ব্যয় বৃদ্ধিৰ ভয়েই তেখেতকো হৌহোকা মাৰিবলৈ বাধ্য কৰিলে। এই কথা স্বৰ্গীয় নেওগে নিজেই এই লেখকক কৈছিল। নেওগৰ পিছত বহুদিনলৈ এই কাম কোনেও হাতত লোৱা নাছিল কেৱল ৺চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াই তলে তলে ৰত্নকোষ নিৰ্মাণৰ কামত মূৰ পুতি লাগি আছিল। তাক দুই এজন সান্নিধ্যলৈ অহা লোকে জনাৰ বাহিৰে সাহিত্য সমাজতে জনাজাত হৈ পৰা নাছিল। ইতিমধ্যে গুৱাহাটীৰ কমাৰকুচীয়া বৰুৱাৰ ঘৰৰ ৺প্ৰফুল্ল চন্দ্ৰ বৰুৱাই 'অসমীয়া প্ৰবাদ বাক্য' নাম দি এখন প্ৰবচন-কোষ সংকলন কৰি প্ৰকাশ কৰিছিল। বৰুৱাদেৱে অৰ্থও দিছে। এইখন সংগ্ৰহৰ বিশেষত্ব হৈছে—কামৰূপ জিলাত প্ৰচলিত প্ৰবচন আৰু উজনিত চলা

প্ৰবচনৰো কামৰূপীয়া ৰূপান্তৰ পোৱা যায়। সেইফালৰপৰা চালে বৰুৱাৰ এই কোষখনৰ এটা বিশেষ মূল্য আছে কাৰণ ইতিপূৰ্বে প্ৰকাশিত হোৱা সংগ্ৰহ গ্ৰন্থবোৰত উজনীয়া খণ্ডবাক্য আৰু প্ৰবচনবোৰেহে প্ৰাধান্য লাভ কৰিছিল। অলপতে নগাঁও কলেজৰ অধ্যাপক ড° সৰ্বেশ্বৰ ৰাজগুৰুৱে 'অসমীয়া প্ৰবাদ' নামেৰে এখন আপেক্ষিকভাৱে বৃহৎ সংগ্ৰহ-গ্ৰন্থ প্ৰকাশ কৰিছে। ইয়াত খণ্ড বাক্য, পটন্তৰ, ফকৰা এটাইবিলাক মিলাই বৰ্ণানুক্ৰমে সজোৱা হৈছে। বিষয় অনুসৰি এইবিলাকৰ বিভাগ কৰা হলে হয়তো বেছি উপযোগী হ'লহেঁতেন, ইয়াত কেইবাহেজাৰো খণ্ডবাক্য, ফকৰা, পটন্তৰ সংগৃহীত হৈছে। এখন সুবৃহৎ পাতনিৰে ড° ৰাজগুৰুদেৱে অসমীয়া প্ৰবাদৰ বিষয়ে বহুত জানিবলগীয়া কথা ৰাইজৰ আগত উপস্থাপিত কৰিছে। এই খণ্ডবাক্য আৰু প্ৰবচন সংগ্ৰহবিলাকৰ উপৰিও কান্তিৰাম বুঢ়াভকতৰ ফকৰাৰ পুথি, ৺দিবাকৰ শৰ্মাৰ ডাকৰ বচন আদি সংগ্ৰহৰ বিষয়বস্তুত অলপ প্ৰভেদ থাকিলেও একে শ্ৰেণীৰ গ্ৰন্থ বুলিয়ে সামৰি ল'ব লাগিব। চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াৰ ৰত্নকোষ ওপৰত উল্লেখ কৰা সংগ্ৰহবোৰতকৈ আকাৰে প্ৰকাৰে আৰু গুণে অকলেই সভা-শুৱনি। এই সম্পৰ্কত প্ৰতিভাধৰ শিক্ষাব্ৰতী ৺হৰেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া বচন-ভঙ্গী'ৰ নাম উল্লেখ কৰিব পাৰি। বৰ্তমানলৈকে এইখন সুবৃহৎ অসমীয়া খণ্ডবাক্য কোষ। ইয়াত ফকৰা পটন্তৰ দিয়া নাই, জতুৱা ঠাঁচবোৰহে আছে। ৰত্নকোষ বৰ্ণানুক্ৰমিক ৰূপে অভিধানৰ নিয়মত সজোৱা হৈছে কিন্তু প্ৰত্যেক খণ্ডবাক্য বা পটন্তৰতে অৰ্থ ধৰি যোৱা প্ৰণালীত বৰুৱা স্বকীয় মনন আৰু সুকীয়া ঠগ এটাও পৰিলক্ষিত হয়। বহুত প্ৰবচন পুৰণিকলীয়া। সেই প্ৰবচনবোৰৰ উদ্ভৱকালত সমাজৰ যি পৰিবেশ আছিল, আৰু যি পৰিবেশৰ প্ৰভাৱ তাত পৰিছে, আজি সি নাই। গতিকে অৰ্থ ভাবি উলিয়াব লগা হয়। বৰুৱা ডাঙৰীয়াই নিজেই লিখিছে যে "এই গ্ৰন্থৰ সকলোবিলাক কাম লিখকে অকলশৰে কৰা। কোনো কথাত কিবা সন্দেহ হলে সুধিবলৈকো আগৰ বুঢ়া তৰপৰ মানুহ নোহোৱা হ'ল। সেইবাবে অনেক বাক্যৰ অৰ্থ লিখকে নিজেহে ভাবি চিন্তি উলিয়াব লগাত পৰিছে।" পিছে নিজে ভাবি চিন্তি উলিয়াবলৈকো নিজৰ আধাৰ-বিদ্যা আৰু আধাৰ অভিজ্ঞতাৰ প্ৰয়োজন হয়। পুৰণি কথাৰ কোৱিদ এজনহে এইবোৰৰ অৰ্থ

ভাবি উলিয়াবলৈ সক্ষম হ'ব। পুৰণি সমাজৰ কিছু আভাস আৰু সোৱাদ পোৱা অনুভৱীলোক এজনে অৰ্থ পোনাই নিব পাৰে, আৰু তেনে মানুহে পোনাই নিয়া অৰ্থহে ঠিক ঠাইত লাগেগৈ। সেইকাৰণে পুৰণি প্ৰবচনৰ প্ৰকৃত মূলগত অৰ্থ উলিয়াবলৈ ভাষাসমলসমৃদ্ধ লোকে ভালকৈ মনন-চিন্তন কৰিব লগা হয়। বৰুৱা ডাঙৰীয়াই ৰত্নকোষ লিখি থকা অৱস্থাতে তেখেতৰ গুৰিলৈ যোৱা এদিনৰ কথা মনত আছে। 'ধানপুৰীয়া কঁঠাল, পাতৰ তলত লুকাল' এই যোজনাষাৰৰ অৰ্থ লৈ কথা ওলাল। মোক সুধিলে এই যোজনাৰ অৰ্থ কি? মই ক'লোঁ ভব্যগব্য পুৰুষ এজন মেল-সবাহত চকুত নপৰাকৈ থাকিলে এইষাৰ যোজনা মতা হয়। তেখেতে ক'লে অৰ্থটো ঠিকেই কৈছা, পিছে সেই অৰ্থটোকে মই জানিব খোজা নাই, ধানপুৰীয়া মানে কি তাক কোৱা। মই ক'লো, "এপুৰা ধান দি সলাবপৰা কঁঠাল অৰ্থাৎ বৰ ডাঙৰ কঁঠাল।" তেখেতে মোক হাঁহি ক'লে সেই অৰ্থটোকে মোক আন এজনেও কৈছিল, পিছে বাৰীয়ে বাৰীয়ে কঁঠাল ভৰি থকা অসমত এপুৰা ধান দি এটা কঁঠাল সলাব লগা অৱস্থা কোনোকালত হৈছিল নে যে এনে এটা যোজনাৰ সৃষ্টি হ'ল। বৰুৱা ডাঙৰীয়াৰ মতে এপুৰা ধান বান্ধি থোৱা তোম এটাৰ মান কঁঠালটোকে ধানপুৰীয়া কঁঠাল বোলে। বান্ধি থোৱা তোম এটা আকৃতিত প্ৰায় কঁঠালটোৰে নিচিনা। এপুৰা ধান ভৰাই বান্ধি থোৱা তোমটো ডাঙৰ হয় সেই দেখি ধানপুৰীয়া কঁঠাল বুলিলে ডাঙৰ কঁঠাল বুজা যায়। কথাষাৰৰ যুক্তি আছে। অসমীয়া ধান এপুৰা দি কঁঠাল এটা সলোৱা কথাষাৰ নোহোৱা নোপজা কথা, গতিকে সেই অৰ্থই প্ৰবচন সৃষ্টি কৰিব কেনেকৈ? বৰুৱা ডাঙৰীয়াই এই আষাৰো কৈছিল 'তুমি বোলাষাৰো ভাবি চাবলগীয়া, পিছে আচলতে অৰ্থ কোনটো ভালকৈ গমি চাব লাগিব'। এই নিচিনাকৈ সদায় কৈ থকা যোজনা এষাৰতে ইমান পাক লাগিল, অপেক্ষাকৃত অপ্ৰচলিত একোষাৰ যোজনাৰ অৰ্থ উলিয়াবলৈ গলদকৰ্ম হ'ব লগা হয়। গতিকে 'ৰত্নাকোষ' পূৰাকৈ লিখি উলিয়াবলৈ যে বৰুৱা ডাঙৰীয়াৰ প্ৰায় ২০ বছৰ কাল লাগিছিল তাত বিস্ময় মানিবলগীয়া একো নাই।

বৰুৱা ডাঙৰীয়াই নিৰ্ণয় কৰা অৰ্থ যে এটাইবোৰ সন্দেহাতীত এনে নহ'বও পাৰে। এজন মানুহে কেইবাহেজাৰো খণ্ডবাক্য আৰু যোজনাৰ অৰ্থ লিখিবলৈ

যাওঁতে ভ্ৰম-প্ৰমাদৰ সুৰুঙা থাকিবই। এনে দ্বিধাময় স্থলতো বহুকোষত দিয়া অৰ্থটো ঘপহ কৰে নহয় বুলি গ্ৰহণ নকৰি ভাবি চাবলৈ চেষ্টা কৰাহে উচিত। এটা খণ্ডবাক্য লোৱা যাওক যেনে 'গৰুখুন্দা মহাজন' বৰুৱাদেৱৰ মতে এই বাক্যষাৰৰ অৰ্থ পূৰ্বে ভালেই আছিল পিছত সেয়ে বিগৰি গৈ বেয়া অৰ্থত পৰিল। তেখেতৰ মতে "গৰুখুন্দা মহাজনৰ আচল অৰ্থ আছিল গৰু যেন অজ্ঞানীজনক জ্ঞান দি সাধু কৰোঁতা সাধু লোক। কিন্তু সম্প্ৰতি এই বচনৰ গালি স্বৰূপেহে ব্যৱহাৰ হয়।" 'গৰুখুন্দা মহাজন' বচনষাৰৰ এনে তাত্ত্বিক অৰ্থ আগতে কেতিয়াবা আছিল নে নাই নাজানো। কিন্তু গৰুৰ ছালেৰে ছোৱা ডবা মহাজনসকলৰ ঘৰত সদায় আছিল, এতিয়াও আছে। সেই ডবাত নিতৌ পুৱা-গধূলি কোব পৰে তাকে উপলুঙাকৈ গৰুখুন্দা বুলি কোৱা হৈছিল এনেও হ'ব পাৰে। অথবা মহাজন শব্দটো এই ক্ষেত্ৰত বেয়াক ভাল নামেৰে শ্ৰুতি-গ্ৰাহ্য কৰাৰ (Euphemism) প্ৰচেষ্টাও হ'ব পাৰে। 'একালত গৰু বন্ধ লগাবলৈ এক শ্ৰেণীৰ মানুহ আছিল। সেই শ্ৰেণীৰ মানুহ প্ৰায় নোহোৱা হোৱাত বিহাৰৰপৰা অহা মানুহেই আজিকালি সেই কাম বেছিকৈ কৰে। তেতিয়া এই গৰু বন্ধ লগোৱা মানুহক ভালৰি বোলাবলৈকে হওক বা বিদ্ৰূপতে হওক 'মহাজন' বুলি কৈছিল। সেইদৰে সূদলৈ ধাৰে দিয়া আক্ৰোহী মানুহকো বিদ্ৰূপৰ ছলেৰে হওক, ভালৰি বোলাবলৈকে হওক, মহাজন বোলা হয়।'

নিজে ভাবি উলিয়াবলৈ গ'লে কেতিয়াবা প্ৰসিদ্ধ অৰ্থ একোটাও ধান-পুৰীয়া কঁঠাল পাতৰ তলত লুকোৱাদি লুকায়। 'এটকা মহন্ত' খণ্ড-বচনষাৰৰ অৰ্থ দিওঁতে বৰুৱা ডাঙৰীয়াবো প্ৰসিদ্ধ অৰ্থটো হাতৰ তলেদি সৰকি গৈছে। বহুকোষৰ "এটকা মহন্ত' কথাষাৰৰ অৰ্থ এনেকৈ আছে—"বহুত পইচাৰে এটকা ৰূপ হোৱাৰ দৰে, সকলো মহন্তৰ মুঠ; সমূহ মহন্ত; মহন্তমণ্ডলী: All the Mahantos taken together or collectively." এইটো গৌণ অৰ্থ হ'লেও হ'ব পাৰে, কিন্তু প্ৰসিদ্ধ অৰ্থ নহয়। ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাই 'আসাম বন্ধু' কাকতৰ প্ৰথম খণ্ডৰ দশম সংখ্যাত (১৮৮৫ চন) এটকা মহন্তৰ তাৎপৰ্য এইদৰে দিছিল—"দেশত মহন্তৰ সংখ্যা বাঢ়ি টকাৰে এটকা অৰ্থাৎ এটকা ৰূপত যিমান কড়ি পায় তিমান।

সেয়ে হ'লে—টকাত একাওণ কড়ি ১২৮০ খন সত্র। সেই সকলো নাম পোৱা এতিয়া তুষ্কৰ।" এটকা মহন্ত বচনষাৰৰ ভকতীয়া ব্যাখ্যাও আছে, তাক নধৰিলেও গুণাভিৰাম বৰুৱাই দিয়া অৰ্থটো সমীচিন যেন লাগে।

আগতে কোৱা হৈছে বৰুৱা ডাঙৰীয়াৰ ৰত্নকোষ অসমীয়া খণ্ডবাক্য আৰু যোজনাৰ এখন সম্পূৰ্ণাংগ অভিধান বুলি ক'ব নোৱাৰি। এই কথা কোষকৰ্তাই নিজেই স্বীকাৰ কৰিছে—"ইয়াত প্ৰায় ৩৩০০ বচনহে আছে; উজনি নামনি ত্নুই ঠাইৰে অনেক বাক্য এৰা গৈছে।" ইয়াৰ কাৰণে কোষকৰ্তাই ৰাইজৰ ওচৰত মাৰ্জনা বিচাৰিছে, কিন্তু মাৰ্জনা বিচৰাৰ কোনো কাৰণেই নাই। অসমীয়া ভাষাৰ ডাঙৰ ৰত্নৰ ভঁৰালৰ তেখেতে তুৱাৰ মেলি দিলে। তাৰ অৰ্থৰে সৈতে খৰচি মাৰি তাৎপৰ্য ব্যাখ্যা কৰি দিলে। এই কাম তেখেতে কৰি থৈ নোযোৱাহেঁতেন বহুত ৰত্ন মামৰে ধৰি অনুজ্জ্বল হৈ পাহৰণিৰ গৰ্ভত লোপ পালেহেঁতেন। লোপ নোপোৱাবোৰকো শুদ্ধ অৰ্থ নজনাৰ ফলত অশুদ্ধ প্ৰয়োগৰ কোব চৰিলেহেঁতেন।

কথা হ'ল বৰুৱা ডাঙৰীয়াই তুৱাৰ মেলি দিলে। হাতত ধৰি অসমীয়া ভাষাৰ এইবিধ ৰত্নভাণ্ডাৰৰ চ'ৰা ঘৰলৈকে প্ৰৱেশ কৰাই দিলে। এতিয়া বৰঘৰ পৰ্যন্ত তন্ন তন্নকৈ লিৰিকি বিদাৰি চোৱাৰ সৌভাগ্য আজিৰ চাম সাহিত্যসেৱীৰ ওপৰত পৰিছে। বৰুৱা ডাঙৰীয়াই ৰত্নকোষত যি আৰ্জা আৰু আদৰ্শ আমাৰ আগত উপস্থিত কৰিলে সেই আৰ্জা আৰু আদৰ্শকে সাৰথি কৰি আমি এতিয়া আগবাঢ়িব লাগে। সদিয়াৰপৰা ধুবুৰী পৰ্যন্ত গোটেই অসমতে প্ৰচলিত খণ্ডবাক্য আৰু যোজনাবোৰৰ সংগ্ৰহ কৰাৰ অভিযান সাহিত্য সভায়ে পাৰিলে কৰিব লাগে, নোৱাৰিলে তাৰকাৰণে বেলেগ অনুষ্ঠানকে পাতি ল'ব লাগে। বৰুৱা ডাঙৰীয়াই অকলশৰে কাম কৰি ২০ বছৰৰ ভিতৰত ৰত্নকোষ যুগুত কৰি উলিয়ালে। তাৰ মূলতে তেখেতৰ স্বভাষা-প্ৰীতি, ধৈৰ্য আৰু পৰিশ্ৰম। সেইখিনি গুণ থাকিলে আজিকালিৰ ভাষাসেৱীয়ে লগ লাগি বৃহৎ কোষ এখন দহ বছৰৰ ভিতৰত সম্পন্ন কৰিব নোৱাৰিব কিয়? ইয়াৰ কাৰণে দীৰ্ঘদিনীয়া পৰিকল্পনা আৰু সংগঠন লাগে। ৰাজঘৰ আৰু প্ৰজাঘৰ উভয়ৰে নিষ্ঠা সহানুভূতি আৰু সহায়তা লাগে। অসম সাহিত্য সভাৰ

৩০০/৪০০ শাখা আছে। সাহিত্য সভাই ত্ৰিশত বাছুৰে সংগ্ৰহ কাৰ্যখিনি সহজে কৰিব পাৰিব বুলি বিশ্বাস হয়।

হেমকোষ ৰচনা কৰি সাহিত্য-ওজাই অসমীয়া শব্দাৱলীৰ অভিধান দি গ'ল। অভিধানৰ এটা উৎকৃষ্ট নমুনা অসমীয়া ভাষা প্ৰেমিকসকলৰ আগত দৌল স্বৰূপে থৈ গ'ল। তাকে আৰ্হি কৰি সাহিত্য সভাই 'চন্দ্ৰকান্ত অভিধান' উলিয়ালে। এতিয়াও সেই অভিধানৰ পৰিবৰ্ধনৰ কাম চলি আছে। সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাই খণ্ডবাক্য, ভংগিতা আৰু যোজনাৰ দ'ল বান্ধি আমাক ৰত্নকোষ দি গ'ল। ইয়াকো কালত পৰিবৰ্ধিত কৰিবলগীয়া হ'ব, কিন্তু হেমচন্দ্ৰ বৰুৱাৰ পিছতে চন্দ্ৰধৰ বৰুৱাৰ নাম সদায় জিলিকি থাকিব অসমীয়া সাহিত্যৰ আকাশত। দুই জনেই চন্দ্ৰ, এজনে হেমচন্দ্ৰ আনজন শুদ্ধ অৰ্থাৎ কেৱল চন্দ্ৰ। অসমীয়া ভাষাৰ অভিধানৰ বুৰঞ্জীত দুয়োজনৰ কীৰ্তি অবয় অক্ষয়।□

# কবিতীৰ্থ যতীন্দ্ৰনাথ দুৱৰা

কবি দুৱৰাৰ বাঁহী কাকতত অলপ অলপকৈ ওলোৱা ওমৰ তীৰ্থৰ কেইছোৱামান স্কুলীয়া জীৱনতে পঢ়ছিলোঁ, পঢ়ি মুখস্থ হোৱাদি হৈছিল। পিছে দুৱৰা মানুহজনৰ কথাও স্কুলীয়া জীৱনৰপৰাই বৰকৈ শুনিছিলোঁ। শুনাৰ এটা ডাঙৰ সুযোগ হৈছিল। তেজপুৰ চৰকাৰী হাইস্কুলত স্বৰ্গীয় দণ্ডিনাথ কলিতাদেৱে পঢ়োৱা অসমীয়াৰ ঘণ্টাটোত। কলিতাদেৱৰ অসমীয়া পঢ়োৱাৰ এটা বৈশিষ্ট্য আছিল। শিক্ষকৰ চকীখনত তেখেত খুব কমেইহে বহিছিল। শিক্ষকৰ মেজখন আৰু ল'ৰা বহা ডেস্ক-বেঞ্চৰ মাজৰ ঠাইখিনিত কোঠাটোৰ ইমূৰৰপৰা সিমূৰলৈ গম্ভীৰভাৱে অহাযোৱা কৰি থাকে। জোতাৰ কটপ্ কটপ্ শব্দই সেই ধীৰ গতিত তাল বজুৱাই যায়। অসমীয়া পাঠ্যপুথি মেলি লোৱা তেখেতৰ অভ্যাস নাছিল। টান অংশ ল'ৰাই পঢ়ি দিলে তেখেতে বুজাই দিছিল। সৰহ সময় অসমীয়া সাহিত্য আৰু সেই সময়ৰ বা তাৰ আগৰ চাম লেখকৰ বিষয়ে নানা কথা কৈছিল। অসমীয়া ভাষাৰো সুপ্ৰয়োগ সম্পৰ্কে লাগতিয়াল পৰামৰ্শ দিছিল। মাজে মাজে সন্দিগ্ধ প্ৰয়োগবোৰৰ শুদ্ধাশুদ্ধ আলোচনা কৰিছিল। ভিৰাই লৰ মৰা নে ভিৰাই ধৰি লৰ মৰা, যত্ন কৰা নে যত্ন লোৱা ইত্যাদি জতুৱাঠাঁচৰ প্ৰয়োগবোৰৰ বিষয়ে তেখেতৰ মতামত শুনি আমি ছাত্ৰবিলাক উপকৃত হৈছিলোঁ। দণ্ডিনাথ কলিতা চাৰৰ এনেবোৰ অসমীয়া শ্ৰেণীতে কবি দুৱৰাৰ কথাও শুনিছিলোঁ। —'যদু' নামৰ ৰচনাবোৰ যে যতীন দুৱৰাৰ সেই কথাও প্ৰথমে কলিতা ডাঙৰীয়াৰপৰাই জানিবলৈ পাইছিলোঁ। মানুহজন যে পোছাক পৰিচ্ছদত তপ-তিয়াৰ, থকা-মেলা ফুৰণ-চাকনত যে পৰিপাটি এইবোৰ কথাও তেতিয়াই শুনিছিলোঁ।



*যতীন্দ্ৰনাথ দুৱৰা*

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ ঘৰৰ লগত দুৱৰাৰ বিশেষ ঘনিষ্ঠতা থকাৰ বিষয়েও কথাই কথাই কলিতা ডাঙৰীয়াৰ মুখৰপৰাই প্ৰথমতে আভাস পোৱা যেন মনত পৰে।

কটন কলেজৰ আই. এ. শ্ৰেণীত পঢ়ি থাকোঁতে এদিন শুনিবলৈ পালোঁ কলিকতাৰ আলিবাটত অকলশৰীয়াকৈ ক'ৰবালৈ যাওঁতে দুৱৰা ডাঙৰীয়া এদিন দুৰ্ঘটনাৰ মুখত পৰিল, মটৰে খুন্দিয়ালে। তেতিয়া কলিকতাৰ মেডিকেল কলেজ হাস্পাতালত চিকিৎসাধীন হৈ আছিল। আইন অমান্য আন্দোলনৰ পিছৰ গান্ধী আৰউইন সন্ধিৰ সময়ৰ দিন কেইটা। এই আন্দোলনৰ সময়ত ত্যাগবীৰ হেম বৰুৱা, দেশপ্ৰাণ অমিয় দাস আৰু শ্ৰদ্ধেয় বিষ্ণুৰাম মেধি আদি স্বৰাজ যোদ্ধাসকলক মাজে মাজে লগ পোৱাৰ সুযোগ ঘটিছিল। এদিন ত্যাগবীৰ হেম বৰুৱা প্ৰভৃতি কেইজনমানৰ সৈতে মেধি ডাঙৰীয়া গধূলি ফুৰোঁতে আমিও দুজন নে এজন লগত আছিলোঁ। দুৱৰা ডাঙৰীয়াৰ দুৰ্ঘটনাৰ কথা উঠিল, কোনোবা এজনে কলে বোলে মুখ-মণ্ডলত বিশেষ আঘাত পাইছে, সম্ভৱতঃ মুখৰ আকৃতিৰ পৰিবৰ্তন ঘটাব। এই কথা

শুনি মেধি ডাঙৰীয়াই দুঃখ কৰি কৈছিল—মানুহজনে মুখখনৰ কাৰণে বৰ যত্ন কৰিছিল। তাৰ যদি বিকৃতি ঘটে দুখৰ কথা হব। দুৱৰা ডাঙৰীয়া ডাক্তৰসকলৰ অশেষ যত্নত ভাল হৈ উঠিল আৰু আশংকা কৰা মতে মুখৰ আকৃতিৰো বিশেষ সালসলনি নঘটিল। অৱশ্যে দুৰ্ঘটনাৰ আগৰ কবি দুৱৰাক আমি দেখা নাছিলোঁ। তেখেত সৰ্বতিকাল কলিকতা প্ৰবাসী, অসমলৈ নাহিছিলেই বুলিব লাগে, আহিলেও গুৱাহাটীত স্বৰ্গীয় বিষ্ণুপ্ৰসাদ দুৱৰাৰ ঘৰত কেই ৰাতিমান কটাই শিৱসাগৰ পাইছিলগৈ। সভা-সমিতিলৈ নগৈছিল, মানুহৰ ঘৰে ঘৰেও বৰকৈ ফুৰিছিল। দুৱৰা সম্পৰ্কে এনে অকলশৰীয়া চলন-ফুৰণৰ, পৰিপাটি বেশভুষাৰ আৰু শাৰীৰিক সুদৰ্শনতাৰ প্ৰতি যত্নশীল মৃদু-স্বভাৱৰ মানুহ এজনৰ ধাৰণালৈয়ে কটন কলেজৰ শিক্ষাসাং কৰি কলিকতাত এম এ পঢ়িবলৈ গৈছিলোঁ ১৯৩৪ চনৰ জুলাই মাহত। দুৱৰা ডাঙৰীয়া তেতিয়া স্কটিছ চাৰ্চ কলেজিয়েট স্কুলৰ শিক্ষক—সেই কলেজৰ 'ডানডাচ' নামৰ ছাত্ৰাবাসৰ অধীক্ষক (warden)।

মানুহজন দেখা নাছিলোঁ তেখেতৰ ছযামযা মূৰ্তি এটা কল্পনাহে কৰি গৈছিলোঁ। কবিতাবিলাকৰ সৈতে কিন্তু ইতিমধ্যে অলপ অচৰপ পৰিচয় ঘটিছিল। স্কুলীয়া জীৱনত তেখেতৰ দুই এটা খুচুৰা কবিতা 'বাঁহী'ত পঢ়িবলৈ পাইছিলোঁ। কলেজীয়া কালত 'ওমৰ-তীৰ্থ' আৰু 'কথা-কবিতা' দুইখনেই আমাৰ হাতত আহি পৰিছিল। ওমৰ তীৰ্থখন ছপা হোৱাৰ পিছতে কলিকতাৰপৰা কোনোবা এজনে নি আমাৰ গুৱাহাটীৰ হোষ্টেলত দুই চাৰি কপি বেচিছিল। মই নিজে এখন কিনি লৈছিলোঁ, সেইখন মোৰ ব্যক্তিগত পুথিভঁৰালত এতিয়াও আছে। পিছে তেখেতৰ কবিতাৰ ফালে মোৰ মনটো চাল খালে এম. এ. পঢ়িবলৈ যোৱাৰ আগৰ কৰ্মহীন সুকুঙাখিনিত। সেই সময়তে অলপদিন অগা-পিছাকৈ বাঁহী আৰু আৱাহনত অতীতক যোৱাহে পাহৰি, অতীতক নাযাবা পাহৰি, শূন্য পৰিচয় আৰু আজি মোক যোৱাহে পাহৰি—এই চাৰিটা কবিতা প্ৰকাশিত হৈছিল। এই কবিতা চাৰিটাৰ নাম কেইটা শুনাত আপাত-বিৰোধী। এটাত পাহৰি যোৱা, আনটোত নাযাবা, আকৌ এটা আজি পাহৰি যোৱা এনেবোৰ ভাবৰ দেখাত মিল নথকা শিৰোনামাই মনত কৌতূহলৰ সৃষ্টি কৰিছিল। কবিতা কেইটা পঢ়ি হলে

ৰস পাইছিলোঁ, তাৰ ছন্দৰ নিমজ গতি আৰু ললিতা কান্তা ভাষাৰ মোহনী শক্তিৰ এটা প্ৰাথমিক আকৰ্ষণ আছিল। কবিতা কেইটা মন দি পঢ়িছিলোঁ। তাৰ মাজত ভাবৰ ক্ৰমগতি উলিয়াবলৈ আৰু আপাত বিৰোধ কেনেকৈ পৰিহাৰ কৰিব পাৰি তাৰ বিষয়ে চিন্তা কৰিও চাইছিলোঁ। সেই বিষয়ে এটা আলোচনামূলক প্ৰবন্ধ লিখিবলৈ মনতে ইচ্ছাৰ উদয় হৈছিল। কবিজনৰ লগত কথা-বতৰাহে নাল'গে দেখা সাক্ষাতেই হোৱা নাছিল।

কলিকতা বিশ্ববিদ্যালয়ৰ এম এ শ্ৰেণীত ভৰ্তি হোৱাৰ পিছতে কলিকতা এ. এচ. এল. ক্লাবৰ কিবা উপলক্ষ্যে এখন সভা হৈছিল। সেই সভাতে দুৱৰাদেৱক পোনপ্ৰথমে লগ পাওঁ। প্ৰথম দেখাতে মানুহজন আদৰ-সনা মাত-কথাবোৰ শুনি আৰু শুৱনি আকৃতি দেখি ওচৰ চাপি কথা হবৰ মন গ'ল। কলিকতাৰ পুৰণি প্ৰবাসী ছাত্ৰ কিন্তু তেতিয়া ৰেলৰ কিবা চাকৰি কৰিবলৈ আৰম্ভ কৰা স্বৰ্গীয় বন্ধু হৰেন্দ্ৰনাথ কলিতাক অনুৰোধ কৰিলোঁ। কলিতাই মোক নি চিনাকি কৰি দিলে। কথা-বতৰা বিশেষ একো নহ'ল মইহে কলো আপোনাৰ অতীতক যোৱাহে পাহৰি আদি পাহৰণি কবিতা কেইটা মোৰ বৰ ভাল লাগিছে, কেবা বাৰো পঢ়িছো। দুৱৰা যেন নিৰ্লিপ্ত এনে ভাব দেখুৱাই কলে "অ' তুমি হবলা সেই কবিতা কেইটাক পাহৰণি কবিতা নাম দিছা, যি বোলা বোলা।" ইয়াৰ পিছত অলপ দিন দুৱৰা ডাঙৰীয়াৰ লগত দেখা সাক্ষাৎ হোৱাৰ সুযোগ হোৱা নাছিল।

ইতিমধ্যে সেই কবিতা চাৰিটাৰ বিষয়ে আলোচনা কৰি এটি প্ৰবন্ধ লিখি পেলালোঁ। লিখি ওঁতাই ভাব হ'ল দুৱৰা ডাঙৰীয়াক এবাৰ পঢ়ি শুনালে কেনে হয়। বন্ধু শ্ৰীশিৱপ্ৰসাদ বৰুৱা (শিপ্ৰা বৰুৱা) তেতিয়া দুৱৰা থকা ছাত্ৰাবাসতে থাকি স্কটিছ চাৰ্চ কলেজত বি-এ শ্ৰেণীত ভৰ্তি হৈছিল। তেওঁৰ লগত কথা-বতৰা হৈ তেওঁৰ যোগেই এদিন কোনোবা এটা শনিবাৰে আবেলি দুৱৰাৰ তালৈ গৈ প্ৰবন্ধটো পঢ়ি শুনোৱাৰ ঠিক-ঠিকনা হ'ল। সেইদিনা যথা সময়ত 'ৱান' ছাত্ৰাবাসৰ দুৱৰা থকা এমূৰীয়া কোঠাত উপস্থিত হলোঁগৈ। দুৱৰা ডাঙৰীয়াই কিবা কিতাপ পঢ়ি আছিল আৰু মোলৈকে বাট চাই আছিল। মই গৈ পাওঁতেই 'আহা বাহিৰতে বহো' বুলি বাৰাণ্ডাত পাৰি থোৱা বেতৰ চকী দুখনলৈ আঙুলিয়াই দি নিজেও উঠি আহিল। দুয়ো মুখা-মুখিকৈ বহিলোঁ।

নিচেই আপোন, পুৰণি পাৰিচিত বা আগৰপৰা হলি-গলি নথকা মানুহ নহলে পোন ছাটেই ঘৰুৱা সুখ-দুখৰ বা ব্যক্তিগত কথা-বতৰাত লিপ্ত হব নোৱাৰিছিল। ঘনিষ্ঠ হবলৈ বা স্বভাৱ-সুলভ সাদৰি কথাৰ সোৱাদ পাবলৈ দুৰৱাৰ ওচৰলৈ কিছুদিন অহাযোৱা কৰিব লাগিব, তেহে দুৱৰা মানুহজনে নিজকে প্ৰকাশ কৰিবলৈ মুকলি মুকলি যেন পায়। পোন প্ৰথম দিনাই অপৰিচিত মানুহে চিনাকি হৈ দুৱৰাক গাভাটোপ বুলি ভাবি যদি উলটি আহে তাতো আচৰিত হবলগীয়া একো নাই। সেইদিনাও মোৰ লগত আন কথা-বতৰা একো হোৱা নাছিল, মই কাৰ ল'ৰা, ক'ত ঘৰ, কি পঢ়োঁ এইবোৰৰ একোৰে একো সুধি ঘনিষ্ঠতাৰ ওৰা পাতিবলৈ যত্ন নকৰি কেৱল সুধিলে তোমাৰ প্ৰবন্ধটো আনিছা নেকি? চাওঁ কি লিখিছা পঢ়াচোন। ময়ো আন কথাৰ পাতনি নেমেলি প্ৰবন্ধটো উলিয়াই পঢ়ি যাবলৈ ধৰিলোঁ। পঢ়া শেষ হ'লত খৰামূৰা প্ৰশংসাবাক্য এষাৰ মাথোন 'ভালেই হৈছে'। অলপপৰ টলকামাৰি কলে তোমাৰ প্ৰবন্ধটোৰ আৰম্ভণিতে ছেলিৰ "Our sweetest songs are those that tell of saddest thought" এই শৰীটো লগাই দিলে ভাল হব। দুৱৰাৰ দিনৰ বা তাৰ আগৰ সাহিত্যিক সকলৰ মাজত ইংৰাজ কবিৰ বাক্য একাষাৰেৰে প্ৰবন্ধ বা অধ্যায় আৰম্ভণিতে মকুৱা ফুল পিন্ধোৱা এটা সজ হৈ পৰিছিল। কবিৰ ইচ্ছা মতে সেই শাৰী কথা প্ৰবন্ধৰ শিতানত লগাই দিয়া হ'ল। হোষ্টেলত আহি প্ৰবন্ধটোৰ চাফ নকল এটা কৰি 'দুৱৰা কবিতাত পাহৰণি' এই নাম দি আৱাহনলৈ পঠাই দিলোঁ। আৱাহনত প্ৰকাশ পোৱা এইটো মোৰ দ্বিতীয় প্ৰবন্ধ আছিল। প্ৰবন্ধটো প্ৰকাশিত হোৱাৰ পিছত আমাৰে সহপাঠী ইংৰাজী সাহিত্যৰ এম. এ. ছাত্ৰ এজনে মোক অলপ মস্কৰা কৰি কৈছিল "ইংৰাজ কবি এজনৰ উক্তি এষাৰ প্ৰবন্ধ বা আন লিখাৰ শিতানত দিলে প্ৰবন্ধৰ মূল্য বাঢ়ে বুলি ভবা এই মনোবৃত্তি মই ভাল নাপাওঁ। আপুনি ছেলিৰ বিষয়ে কিমান পঢ়িছে যে ছেলিৰ উদ্ধৃতি দি প্ৰবন্ধটো আকৰ্ষণীয় হব বুলি ভাবিছে।" মই আচল গুৰি কথাটো কোৱাতহে তেওঁ মনে মনে থাকিল। মোৰ এই বন্ধুজন উচ্চ চৰকাৰী চাকৰিৰপৰা অৱসৰ লৈ এতিয়া বিভিন্ন বিষয়ৰ অধ্যয়নত মনপুতি লাগিছে। নামটো নকলোঁ, তেওঁ বা কি বুলি ভাবে?

দুৱৰা ডাঙৰীয়া ছাত্ৰাবাসৰ যিটো কোঠাত আছিল সেইটো ছাত্ৰাবাসৰ এমূৰীয়াকৈ আছিল, সমুখত এখন বাৰাণ্ডা। কোঠাটোৰ এজন লোকৰ কাৰণে লগাখিনি আয়তন আছিল। পিছে দুৱৰাদেৱৰ আচবাব লাম-লাকটুও যিমান লাগে তাতকৈ বেছি নাছিল। থকাৰ ভিতৰত সাধাৰণতে আনৰ নথকা কিতাপৰ আলমাৰি কেইটা যেনিবা অধিকা। এই আলমাৰিত দেশ বিদেশৰ সাহিত্যৰ কিছুমান উৎকৃষ্ট কিতাপৰ সংগ্ৰহ আছিল। দুৱৰা স্বভাৱতে সকলো বিষয়তে পৰিপাটি আৰু চাফ-চিকুণ। কোঠাটোত সোমালেই মুকলি মুকলি ভাব এটা মনলৈ আহে লগতে পঢ়াশুনা কৰাৰ প্ৰবৃত্তিয়ে ভুমুকি মাৰে। হাৰ্ডিঞ্জ হোষ্টেলত থকা কালছোৱা সময় সুযোগ পালেই দুৱৰাৰ এই কোঠাটোত সোমাই কিছু সময় কটাই আহিছিলোঁগৈ। দুৱৰাদেৱৰ 'ওমৰতীৰ্থ'ৰ অনুকৰণত মই সেই কোঠাটোক 'দুৱৰাতীৰ্থ' বুলিছিলোঁ। তেখেতে 'ধেৎ দুষ্ট ল'ৰা' বুলি মিচিকিয়াইছিল। এই সময়খিনিতে তেখেতে লিখা নতুন কবিতা কিবা থাকিলে পঢ়ি শুনাইছিল কিন্তু এটা বিশেষ কথা লক্ষ্য কৰিছিলোঁ—কবিতা একোটা পঢ়ি শুনাই তেখেতে কেতিয়াও কেনে হৈছে বুলি সুসুধিছিল। এইটো নিজ সৃষ্টিৰ প্ৰতি নিস্পৃহতাই নে সংকোচ বুজিব নোৱাৰিছিলোঁ। তেখেতৰ হৃদয় অলপতে ব্যথিত হৈছিল। বিৰূপ মন্তব্য আৰু তজ্জনিত ব্যথাৰ আশংকাতে কিজানি ভাল বেয়া সুধিবলৈ তেখেতে আগ নাবাঢ়িছিল। এই প্ৰসংগত তেখেতৰ চুটি গল্প লিখাৰ প্ৰথম প্ৰয়াস আৰু তাৰ জয়পাতে ইতি হোৱাৰ বৃত্তান্তযাৰ শুনিবলগীয়া।

দুৱৰা ডাঙৰীয়া তেতিয়াও ডানডাচ হোষ্টেলতে আছিল তাৰ অলপ দিন পিছতহে থকা ঠাই সলাইছিল। সেই সময়তে কলিকতা বিশ্ববিদ্যালয়ত পূৰ্ণ পৰ্যায়ত অসমীয়া সাহিত্যৰ এম এ. বিভাগ হৈছিল। কবি দুৱৰাই এম এ. শ্ৰেণীত আধুনিক অসমীয়া কাব্য আৰু বেজবৰুৱা সাহিত্য বিনা বেতনে পঢ়াবলৈ গাত লৈছিল। সপ্তাহত দুদিন আবেলি তিনি বজাত বিশ্ববিদ্যালয়লৈ গৈছিল। বাকীখিনি সময় পূৰ্বৰ দৰে স্কটিছ চাৰ্চ কলেজিয়েট স্কুলত শিক্ষকতা কৰে। এম. এ. শ্ৰেণীত পঢ়াবলৈ তেখেত ৰোমাণ্টিছিজম আদি বিষয়বোৰৰ আৰু বেজবৰুৱাৰ সাধুকথাৰ কুকি জোনবিৰি আদি পঢ়াওঁতে চুটি গল্পৰ বিষয়ে কিছুমান টোকা যুগুত কৰি লৈছিল। ইয়াৰ ভিতৰত

ৰোমাণ্টিছিজমৰ বিষয়ে লিখা টোকাখিনি বৰ উপাদেয় আছিল। সেইবোৰ ক'লৈ গ'ল, আছে নে নাই বা থাকিলেও কাৰ হাতত আছে একোকে কব নোৱাৰোঁ। অস্তু, চুটি গল্পৰ টোকা লিখি থাকোঁতে তুৰ্বাৰ এটা নলগা জেওাত লগাৰ হেঁপাহ উপজিল – চুটি গল্প লিখাৰ হেঁপাহ। তুৰ্বাৰ সাহিত্যকৰ্মৰ এটা উল্লেখনীয় দিক্ হৈছে মধুকৰী বৃত্তি। দেশ বিদেশৰ সাহিত্য পঢ়ি থাকোঁতে কোনো গ্ৰন্থ, কবিতা বা চুটি গল্পই তেখেতক যদি মোহ লগাই তেনেহলে তাক নিজৰ বুকুৰ উমনি দি অসমীয়া ৰূপ দিবলৈ চেষ্টা কৰিছিল। চুটি গল্প লিখাৰ হেঁপাহ জন্মাৰ লগে লগে স্বভাৱতে তেখেতৰ ভাল লগা দুটামান বিদেশী গল্পলৈ মনত পৰিল। তাৰে এটা হৈছে ৰুছ গল্পকাৰ শ্বেকভৰ 'বিছপ' নামৰ গল্পটো। এই গল্পত পাতুৰী হৈ পিছত 'বিছপ' পদলৈকে উঠা এজন লোক, প্ৰতিষ্ঠা আৰু পবিত্ৰাশয (His Holiness) উপাধিৰে যেতিয়া খ্যাতিমন্ত হৈ উঠিল তেওঁৰ বুঢ়ী হোৱা মাকৰ মনত কেনে ক্ৰিয়া হৈছিল তাৰ সম্ভেদ পোৱা যায়। আমাৰ তুৰ্বাদেৱে এই গল্পটোৰ কেনেকৈ অসমীয়া ৰূপান্তৰ কৰিলে ভাল হব তাৰ এটা কল্পনাৰ কথা মোক কৈছিল। তেখেতৰ ইচ্ছা আছিল অসমৰ উদাসীন সত্ৰত বয়ঃপ্ৰাপ্ত অধিকাৰ আৰু তেওঁৰ মাকৰ অৱলম্বনত শ্বেকভৰ 'বিছপ' গল্পটোৰ নৱৰূপ দিবলৈ। পিছে এই গল্পটো তেখেতৰ লিখা হৈ নুঠিল। আন এটা গল্পহে লিখি পেলালে। সেই গল্পটোৰ নাম আছিল 'ডাং-বৰলাৰ কেঁচুৱা দৰ্শন'। গল্পটোৰ মূল উৎস আছিল 'জৰমকে জেৰম'ৰ গ্ৰন্থ এখন। গল্পটো আৱাহনত নে বাঁহীতে (মাধৱ বেজবৰুৱা সম্পাদিত) প্ৰকাশ হৈ যোৱাৰ পিছত 'অসমীয়া' খবৰ কাগজত এখন সম্পাদকলৈ দিয়া চিঠি প্ৰকাশিত হ'ল। চিঠিখন লিখিছিল ধুবুৰীৰপৰা (তেতিয়া ডেকা হাকিম) শ্ৰীগণেশ চন্দ্ৰ ফুকনে। চিঠিখনৰ সম্পূৰ্ণ কথা মনত নাই কিন্তু মৰ্ম এয়ে আছিল —"লব্ধ প্ৰতিষ্ঠ সাহিত্যকসকলেও পৰৰ বস্তু ধাৰ কৰি স্বীকাৰ নকৰাযাৰ অক্ষমনীয় কথা। 'ডাং-বৰলাৰ কেঁচুৱা দৰ্শন' গল্পটো জেৰমকে জেৰমৰপৰা সম্পূৰ্ণ ধাৰ কৰা কিন্তু তুৰ্বা ডাঙৰীয়াই সেই কথা উল্লেখ নকৰিলে ইত্যাদি।" তুৰ্বাই জেৰমকে জেৰমৰ সম্পূৰ্ণ নকল কৰা নাছিল কিন্তু জুমুধিটো লৈছিল তাকে অসমীয়া ঘৰুৱা পৰিবেশত সজাই পৰাই আকৰ্ষণীয় কৰি তুলিছিল। ফুকন ডাঙৰীয়াৰ বাক্যবানত তুৰ্বা অত্যন্ত মৰ্মাহত হৈ পৰিল। সেই আবেগতে

এটা কবিতাও লিখি পেলালে "আজি মই সামৰিলো গান।" সঁচাকৈয়ো তাৰ পিছত দুৱৰাই একো নিলিখো বুলি ওফোন্দ পাতি থাকিল। অলপ দিনৰ কাৰণে দুৱৰাৰ কবিতা সোঁতে ৰোহ বালিত ফল্গুত্ব গ্ৰহণ কৰিলে।

এনেতে দুৱৰা ডাওৰীয়াই থকা ঠাই সলনি কৰিব লগা হ'ল ডানডাচ হোষ্টেলৰ কোঠাত থাকি কিবা কাৰণত ভাল নলগা হ'ল, বিশেষকৈ হোষ্টেল অধীক্ষকৰ দায়িত্ব তেখেতৰ কাৰণে লৰাব নোৱৰা শিল যেন হ'ল আৰু পৰি নমস্কাৰ জনোৱাকে স্থিৰ কৰিলে। মাণিকতলা বজাৰৰ কাষত বিডন্ ষ্ট্ৰীটৰ ফালে মু কৰি এটা দীঘলীয়া ঘৰ আছিল। তাৰে তিনতলাৰ ওপৰত এটা ফ্লেট তেখেতে ভাড়া ললে। ফ্লেটটোত দুটা আহল বহল কোঠা আৰু আনুষংগিক ৰান্ধনি ঘৰ, গা-ধোৱা ঘৰ ইত্যাদি সকলো সুবিধা আছিল। বিডন ষ্ট্ৰীটৰ ফালে মু কৰি এখন বাৰাণ্ডা—। এই ফ্লেটটোলৈকে দুৱৰা উঠি আহিল, লগত আহিল এটি কাম বন কৰা ল'ৰা, নাম সাধন। এই সাধন পিছলৈ তেওঁৰ সংসাৰ চলোৱা সকলো কথাৰে সাধন যেন হৈ পৰিছিল। কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক নিযুক্ত হোৱাৰ পিছত ছমাহমান মই 'বোৰ্ডিং হাউচ' এটাত আছিলোঁ তাৰ পিছত শান্তি বিয়া কৰাই সপৰিয়ালে বাস কৰাৰ কাৰণে মোকো এটা তেনেকুৱা ফ্লেট লগা হ'ল। দুৱৰাই তেখেতে থকা ঘৰটোৰে আন এটা ফ্লেট তেখেতৰ এজন বন্ধুৰ যোগে ঠিক কৰাই দিলে। ১৯৩৯ চনৰ জুলাই মাহতময়ো দুৱৰাৰে সৈতে ওচৰা-ওচৰিকৈ আন এটা ফ্লেটত থাকিবলৈ ললোঁ। তেতিয়াৰেপৰা দিনটোত দুবাৰমানকৈ দুয়ো লগালগি হবলৈ ধৰিলোঁ। পিছে দুৱৰাৰ বীণৰ তাঁৰ তেতিয়াও ছিগা হৈয়ে আছিল।

ব্যক্তিগতভাৱে মোৰ এই কালছোৱা সাহিত্যকৰ্মৰ ফালৰপৰা ফলপ্ৰসূ। স্কুল কলেজত থাকোঁতে দুই এটা কবিতা লিখাৰ অভ্যাস আছিল যদিও পিছলৈ সি অনাভ্যাসে হতাবিদ্যা হৈ পৰিছিল। দুৱৰাৰ নিত্য-সান্নিধ্যই মোৰ শুই থকা বৃত্তি জাগ্ৰত কৰি দিলে, আকৌ কবিতা লিখাৰ মোহে পালে। মোৰ কবিতা শুনোতা কোনো নাছিল—শুনাইছিলোঁ কেৱল কবি দুৱৰাক। অৱশ্যে লুকোৱা উচিত নহয় আমাৰ ঘৰৰ ত'ত এগাৰাকী শ্ৰোত্ৰী বা পাঠিকা আছিল। দুৱৰাৰ সূচনি পাই তেতিয়াৰ বাঁহীৰ সম্পাদক মাধৱ বেজবৰুৱাই দুৱৰাৰ হাতৰপৰাই 'পৰশুৰাম' নামৰ এটা কবিতা লৈ গৈ বাঁহীত প্ৰকাশ কৰিছিল।

মই কবিখ্যাতি লাভ কৰিব নোৱাৰিলোঁ হয়, কিন্তু সেই সময়ৰ কেইবাজনো ডেকা ল'ৰাক তুৰৰা সান্নিধ্যই সাহিত্য কৰ্মত উৎসাহ আৰু প্ৰেৰণা দান কৰিছিল। সেই কেইজনৰ ভিতৰত শ্ৰীযতিনাৰায়ণ শৰ্মা আৰু ৺অমূল্য বৰুৱা এই দুজনৰ নাম পোনতে মনত পৰে।

মোৰ কথাৰ ঠেক হেৰাল। ওৰা পাতিছিলোঁ সমালোচনাকাতৰ তুৰৰাৰ অভিমান-মৌনৰ কথাৰে, ওলালোঁগৈ ক'ৰবাত। তুৰৰাৰ 'আপোন-সুৰ' ইতিপূৰ্বে ওলাই গৈছে। নতুনকৈ একো লিখা নাই অৰ্থাৎ নিলিখোঁ বুলি কৰা অনুচ্চাৰিত প্ৰতিজ্ঞাৰ যুগ চলি আছে। এদিন দেওবাৰে ন-দহমান বজাত তেখেতৰ ফ্লেটত গৈ বহিছোঁ। দেওবাৰৰ দিনা তেখেতে এনেকুৱা সময়ত একাপ চাহ আৰু লগতে কিবা অলপীয়া বস্তুও খাইছিল। সেইদিনা সেই সময়ৰ চাহৰ ভাগ ময়ো লৈছিলোঁ লগত একোটা সিজোৱা বিলাহী বেঙেনা তাৰ লগতে ৰাইগুৰি আৰু লোণ। চাহ খাই থাকোঁতে তেখেতক আকৌ লিখা আৰম্ভ কৰিবলৈ মই অনুৰোধ কৰিলোঁ। তেখেতে কলে, "নাই আৰু সেইদিন আৰু সেই মন।" কথা সেইখিনিতে থাকিল। পিছদিনা আবেলি মই এটা কবিতা লিখি তেখেতৰ হাতত দি পঢ়িবলৈ কলোঁ। কবিতাটোৰ নাম আছিল "আজি কিয় সামৰিবা গান।"[১] কবিতাটো তেখেতকে উদ্দেশ্য কৰি লিখা। অলপ পঢ়ি তেখেতে ৰস পালে নে কি লিখাপঢ়া কৰা মেজ খনৰপৰা কলমটো লৈ আহি মাজে মাজে কলম ফুৰাবলৈ ধৰিলে। মোৰ কৌশলে গুটি ধৰিলে। তেখেতৰ যেন অনুৰাগ বাঢ়িল। মই এই কবিতাটো তেখেতক উপহাৰ দিছিলোঁ। তেখেতেও কাগজ-পত্ৰৰ মাজত থাপি থুপি থৈ দিলে। এনেতে যোৰহাট ছাত্ৰ-সাহিত্যিক যতিনাৰায়ণ কলিকতালৈ গৈ তুৰৰাতীৰ্থৰ নিয়মীয়া যাত্ৰী হৈ পৰিল। যতিনাৰায়ণৰ প্ৰতি তুৰৰাৰ স্নেহ প্ৰকাশ পাবলৈ ধৰিলে কবিতাত। তুৰৰাই মৌন ভংগ কৰি প্ৰথম কবিতা লিখিলে "মোৰ বাবে তুমি মুকুৱা মালতী ফুল। জীৱনত কিয় মিছাতে বঢ়োৱা ভুল।" এই কবিতাটো যতিনাৰায়ণৰ প্ৰতি স্নেহোপহাৰ আৰু পিছত 'বনফুল'ত ওলোৱা 'কবিতাসমূহ'ৰ এটা। বনফুলৰ কবিতাসমূহ মূল ভাবধাৰা যেন এই কবিতাটোতে উজাৰি লুকোৱাভাৱে সোমাই আছে।

১. মোৰ 'কামসেন্দুৰ' ( ১৯৭১ ) নামৰ কবিতা সংগ্ৰহত প্ৰকাশিত হৈছে।

ডুৱৰাই ছিন্ন তাঁৰ আকৌ জোৰাই ললে।

ডুৱৰা ডাঙৰীয়াৰ কাপ-কাঠী আকৌ সজীৱ হৈ পৰিল। ডুৱৰা মৰম-আকলুৱা আছিল। এবাৰি আ ঐ দেহি আৰু এফেৰি মৰমে তেখেতক অভিভূত কৰি পেলাইছিল। তেখেত পৰিয়ালৰ সুমলীয়া ল'ৰা, সুমলীয়া ল'ৰাৰ স্বভাৱটো শেহলৈকে অলপ অচৰপ গাত লাগিয়ে থাকিল। সৰু কালতো তেখেতে নিজৰ কান-সমনীয়া ল'ৰাৰ লগতকৈও ডাঙৰৰ লগত ফুৰি-চাকিহে ভাল পাইছিল। ডুৱৰা যেতিয়া সৰু ল'ৰা মোৰ পিতৃ-দেৱতা তেতিয়া শিৱসাগৰ বেজবৰুৱা হাইস্কুলৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ। পিতৃদেৱতাৰ মুখেই শুনিছিলোঁ ধুনীয়া সৰু ল'ৰা এটি প্ৰায়ে ৺ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ লগত আলিবাটত ফুৰিছিল। সেই ধুনীয়া ল'ৰাটিয়েই যতীন্দ্ৰনাথ ডুৱৰা। ৰায়বাহাদুৰ চলিহা শিৱসাগৰত চলিহা চাহাব বুলিহে সাধাৰণতে প্ৰসিদ্ধ আছিল। যেই সেই মানুহে যেতিয়াই তেতিয়াই লাগ বুলিলেই তেখেতক লগ পোৱাও উজু কথা নাছিল। গৃহস্থৰূপেও চলিহা ডাঙৰীয়াৰ হেনো অনুশাসন বৰ কঠোৰ আছিল আৰু নিজেও নিৰ্ধাৰিত নিয়মত সকলো কাম কাজ কৰিছিল। তেনেহেন লোক এজনৰ সৰু ল'ৰা এটি নিত্য ভ্ৰমণৰ লগৰীয়া হোৱা কথাষাৰ শুনোতে নহয় নহয় যেন লাগে। তথাপি সৰু কালৰেপৰা ডাঙৰৰ লগত ফুৰা-চকা কৰা আৰু ডাঙৰৰ মৰম-চেনেহৰ সৰহীয়া ভাগ-পোৱা ডুৱাৰাৰ স্বভাৱত যে এটা বিশেষত্বই গঢ় লৈছিল তাক এনেবোৰ কথাৰপৰাই গম ধৰিব পাৰি। এনেভাৱে ডাঙৰ হোৱা ডুৱৰাই মৰম দিয়াতকৈ পোৱাৰ কাৰণেহে যে বেছিকৈ হাবিলাস কৰিছিল তাত একো বিচিত্ৰতা নাই। কেইজনমান নৱযুৱকে ডুৱৰাক আপোন যেন কৰি লৈ সততে অহা যোৱা কৰিবলৈ ধৰিলে ইজনৰ পাছত সিজনকৈ। তেওঁবিলাকৰ প্ৰথম 'আবদাৰ' হ'ল কবিতা লাগে, ডুৱৰাই তেওঁলোকক কবিতা লিখি উপহাৰ দিব লাগে। ডুৱৰা গলি যোৱাদি গ'ল আৰু এটা দুটাকৈ কবিতা লিখি উপহাৰ দিবলৈ ধৰিলে। সেই কবিতাবোৰৰ কোনোটোৰ নকল ৰাখিছিল কোনোটোৰ নকল নাৰাখিছিল। সেইবোৰ কবিতাৰ কিছুমান কাৰ হাতত পৰি ক'লৈ গ'ল আজি সেই উৰহি গছৰ ওৰ কোনে পাব? তথাপি ডুৱৰাৰ ভতিজাক শ্ৰীমান বসন্ত লাল ডুৱৰাই অ'ৰ ত'ৰপৰা গোটাই আনি নতুনকৈ গুলোৱা "প্ৰেমৰ সুৰ" নামৰ

সংকলনত ঠাই দি তাক ৰক্ষা কৰিলে। আজি মোৰ যিমানখিনি মনত পৰে ৰোহ ভগাৰ পিছত দুৰ্বাই যিটো প্ৰথম কবিতা লিখিছিল সেইটো হ'ল তুমি মোৰ ঈশ্বৰৰ দান ( মৰমৰ সুৰ পৃঃ ৪৭ )। কবিতাটোৰ শেহৰ চৰণ কেইটা হৈছে—

তুমি মোৰ অকাল অতিথি
অকালত তুলিলা জোঁৱাৰ
জয় পৰা জীৱনকো কৰি সুমহান
তুমি মোৰ ঈশ্বৰৰ দান।

এই কবিতাটো যতিনাৰায়ণ শৰ্মাক উদ্দেশ্য কৰি লিখা, যতিনাৰায়ণ এজন সঁচাকৈয়ে কাব্যামোদী যুৱক আছিল। কবিতাৰ প্ৰেমতে দুৰ্বাকো কবিতা ভাল পোৱাদি ভাল পাইছিল। যতিনাৰায়ণৰ সান্নিধ্য আৰু কবিতা-নিষ্ঠাই দুৰ্বাৰ ৰুদ্ধ দুৱাৰ মুকলি কৰি দিছিল আৰু এই কথা তেওঁ নিজেও বঢ়িয়াকৈ উপলব্ধি কৰিছিল। সেইকাৰণেই যতি-সংযোগ দুৰ্বাৰ পক্ষে ঈশ্বৰৰ দান।

ইয়াৰ পিছত দুৰ্বা ডাঙৰীয়াই বহুত কবিতা লিখিছিল। দুৰ্বা নিতৌ একোটা বা দুটাকৈ কবিতা লিখাৰ অভ্যাস নাছিল, কাব্য প্ৰেৰণাৰ সোঁতো অবিচ্ছিন্ন ধাৰাৰে নবৈছিল। একোটা কবিতাৰ বিষয়বস্তু আৰু ভাবটো মূৰত লৈ ভালে কেইটা দিন ধৰি মগজুত পক ধৰিবলৈ এৰি দিয়ে; তাৰ পিছত তাক ছন্দোবদ্ধ কৰে। ছন্দোবদ্ধ কৰোঁতেও কাপ-কাকত লৈ মেজৰ গুৰিত বহি কবিতা লিখা দেখা মোৰ মনত নপৰে। অন্তিমৰূপ দি চাফা নকলটোহে মেজত থৈ লিখিছিল। বাটে পথে গৈ থাকোঁতে কবিতাৰ একোটা স্তৱক মনে মনে ৰচনা কৰিছিল। এনেৰূপে কবিতা পাগুলি গৈ থাকোঁতেহে তেখেত পথ-দুৰ্ঘটনাৰ কবলত পৰিছিল। নহলে তেখেতে আগফালে পাছফালে নোচোৱাকৈ ঘপ কৰে ট্ৰামৰপৰা নামি নগ'লহেঁতেন। এই দুৰ্ঘটনাত বহুদিন শাৰীৰিক কষ্ট ভুগিব লগা হৈছিল। পিছে এই অভ্যাস হলে এৰিব নোৱাৰিলে। পিছলৈ অকলে অকলে বৰকৈ ফুৰিবলৈ বা আন কামতো ওলাই নগৈছিল। মই বহুতদিন তেখেতৰ লগত ফুৰিবলৈ গৈছিলোঁ আৰু একো খণ্ড কবিতাৰ সৃষ্টি কালৰ লগৰীয়া আছিলোঁ। আমি কেতিয়াবা কলিকতাৰ পাৰ্শ্বনাথৰ

মন্দিৰৰ ফুলনিত গৈ বহিছিলোঁ। তাৰ পৰিবেশটো যিমানেই ভাল নহওক কৃত্ৰিম কৃত্ৰিম যেন অনুভৱ হৈছিল। এদিন মাণিকতলা পুল পাৰ হৈ কিছুদূৰ আগুৱাই শ্ৰীৰামকৃষ্ণ পৰমহংস সমাধি স্থানৰ আশ্ৰম পালোঁগৈ। সেই আশ্ৰমত সোমালে কলিকতাহে নালাগে কলিকতাৰ উপকণ্ঠৰ ক'ৰবাত আছোঁ বুলিও মনলৈ ভাব নাহে। শান্ত আৰু সুখদায়ক প্ৰাকৃতিক চৌপাশ এটাই ঠাইকণ আগুৰি থৈছিল। তাত সোমাই দুৱৰাই ঠাইডোখৰ নোপোৱাই পোৱাদি পালে আৰু প্ৰায় এদিন দুদিনৰ অন্তৰে অন্তৰে তালৈ যাবলৈ মোক লগ ধৰে। দুই এদিন মোৰ সহধৰ্মিনীকো উচটাই আমাৰ লগতে লৈছিল। এই ঠাইৰ এচুকত বহিও দুৱৰাই কেইটামান কবিতাৰ প্ৰাথমিক ৰূপ দিছিল। এই সময়ছোৱাত দুৱৰাৰ মনলৈ পূৰ্ব-সোঁৱৰণ এটাই আবেলিৰ ৰ'দ চেৰেঙাৰ দৰে পুৱাৰ কোমল মধুৰ স্বৰ্ণিম ৰ'দালিৰ পূৰ্বানুভূতি জাগ্ৰত কৰি তুলিছিল। সেই দিনকেইটা "অতীতৰ মধু সোঁৱৰণ"ৰ দিন বুলিও কব পাৰি। এইছোৱা কালতে লিখা এটি কবিতা মোৰ প্ৰায় মুখস্থ আছে। তাৰ আৰম্ভণি স্তৱকটো হৈছে—

বসন্তৰ ফুলকুঁৱৰীয়ে
কোচ ভৰি মাধুৰি বিলায়
উজনিত উলাহ বিলাহ
নাৱৰীয়া যায় ভটিয়াই।

উজনি বয়সৰ উলহ-মালহ সোঁৱৰণৰ সৰুঙাইদি অনুভৱ কৰিলেও ভাটি বয়সৰ ৰিঙা জীৱনৰ নিৰাশায়ো কব নোৱৰাকৈয়ে ভুমুকি মাৰিছিল তাকে থোৰতে কৈ সামৰিছিল—নাৱৰীয়া যায় ভটিয়াই।

এইছোৱা কালতে দুৱৰাই ভালেমান কবিতা লিখিছিল যদিও সেই আটাইবোৰ নাই। নাই মানে স্ৰষ্টাই নিজেই সংহাৰ কৰিলে। দুই এটা কবিতাত তেখেতৰ "প্ৰণয়ৰ অৰুণ উদয়ৰ" সোঁৱৰণ আবেগ এনে মধুৰ অথচ তীব্ৰতাৰে পাইছিল যে থকা হলে তাৰ দুই এটাই দীৰ্ঘকাললৈ কাব্যৰসিকৰ মন ওপচাই থলেহেঁতেন। পিছে কি হব, সেইবোৰ হেৰোৱা ৰতন। তেনে একোটা কবিতা অলাগতিয়াল কাগজত লিখি মোক পঢ়ি শুনাইছিল, শুনায়ে

কাগজ খিলা মোটোকাই সামৰি থৈ দিছিল, মোকো দুনাই পঢ়ি চাবলৈ দিব খুখুজিছিল। তেখেতৰ কোঠালিটোৰ ঘাই দুৱাৰৰ ফালে বেৰত লগাই দুখন আৰামী ধৰণৰ চকি (Hortingdon library chair) আৰু এখন কেনভাছ কাপোৰ লগোৱা আঁওজা চকী। দুৱৰাই কেনভাছ লগোৱা চকীখনতে বহি ভাল পাইছিল কাৰণ তাত ভৰি দুখন থাপিবলৈকো সঞ্জুক আছিল। এই চকীতে আঁউজি এই কবিতাবিলাক শুনাইছিল। আৰু কাষৰ "লাইব্ৰেৰী চেয়াৰ" এখনত বহি মই বা আন কোনোবা শুনোতা থাকিলে শুনিছিলোঁ। নহলে কেতিয়াবা—

"মোৰ গান
মই গাওঁ
শুনি শুনি
মইয়ে তল যাওঁ।"

এনেকুৱা আপোনাৰ গান আপুনি গোৱা আৰু শুনি শুনি আপুনি তল যোৱা কবিতাও ভালে কেইটা আছিল তাৰে কেইটামানৰ এঁদাতিত "Not to be published" বুলি মন্তব্য একোটা লিখি থৈছিল। বাকী কেইটামান কি হ'ল জনাৰ উপায় নাই। মই শুনিবলৈ পোৱা দুটামান কবিতা কি কৰিলে বুলি সোধাত দুৱৰাই গহীনাই উত্তৰ দিছিল "প্ৰেছলৈ পঠিয়ালোঁ।" কোন প্ৰেছলৈ বুলি সোধাত সমানে গহীনাই উত্তৰ দিছিল—"অগ্নি প্ৰেছলৈ।" কথাটোৰ মৰ্ম এনেকুৱা নিজৰ কাৰণে লিখা কবিতা হলে তাক হাতত অলপ দিন ৰাখে আৰু দুপৰীয়া দুপৰীয়া কোনো নাথাকোঁতে পঢ়ে। এনেকৈ কেইদিনমান যোৱাৰ পিছত ডুখৰীয়া কাগজত লিখা সেই কবিতা মোহাৰি মুচৰি ফটা কাগজৰ খাণ্ডত পেলাই দিয়ে। কেইদিনমানৰ অন্তৰে অন্তৰে সাধন নামৰ কাম কৰা ল'ৰাটোৱে ফটা কাগজ সোপাকে লৈ গৈ বাল্টিৰ চোকাত কয়লা জ্বলোৱাৰ কামত লগায়গৈ। এয়ে দুবৰা কবিৰ অগ্নি-প্ৰেছ।

দুৱৰা থকা কোঠাটো বৰ ডাঙৰ নহলেও নিচেই সৰুও নাছিল। কোঠাটো পৰিপাটিকৈ ৰাখিছিল। বস্তুবোৰ চিজিল লগাই থোৱা দুৱৰাৰ এটা সুঅভ্যাস আছিল। কোঠাটোৰ একাষে তেখেতৰ লোহাৰ স্প্ৰিং লগা খাট এখন,

তাতে ডুবৰাৰ ঢাৰিপাটি। বন্ধৰ দিনা, বিশেষকৈ ডাৱৰীয়া বতৰ হলে সেইখনৰ ওপৰতে ডুটা ডাঙৰ গাৰুত ভেজা দি বহি ডুবৰাই পঢ়াশুনা কৰে। মাজে মাজে কেতিয়াবা আমি গলে ধেমালি কৰি সিংহাসনত বহা বুলি কয়। ডুবৰাৰ মতে সেইখন তেখেতৰ সিংহাসন। ডুবৰাৰ লগত কথা কওঁতে কওঁতে মই লাই পাই গৈছিলোঁ। এদিন এই সিংহাসনত বহি থাকোঁতেই ডুপৰীয়া মই গৈ তেখেতৰ চকী এখনত বহিলোঁ। সাধনে ডুইকো ডুপিয়লা চাহ দি গ'ল। ডুবৰাৰ তাৰ চাহটোপা বৰ উপাদেয় আছিল। তাৰ সুগন্ধ আৰু ৰং ডুয়োটাই বেচ পাগত উঠা। তেখেতে এখন বিশেষ দোকানৰপৰা সদায় চাহপাত আৰু 'মেৰি বিস্কুট' কিনিছিল। চাহপাত মিশ্ৰণ (blend) তেখেতৰ নিজা অনুপাত অনুসাৰে কৰাই লৈছিল। তেখেতৰ মিশ্ৰণৰ অনুপাত আছিল তিনি কোৱাৰ্টাৰ পাউণ্ড অসম চাহ আৰু ডুই কোৱাৰ্টাৰ পাউণ্ড দাৰ্জিলিং চাহ। চাহ কৰা প্ৰণালীও সাধন নামৰ লগুৱা ল'ৰাটিক বঢ়িয়াকৈ শিকাই লৈছিল। গাখীৰ চেনী মিহলোৱাৰ পিছত চাহৰ ৰংটো কেনেকুৱা হব লাগে সেই বিষয়ে ডুবৰাৰ এটা নিজা উপমা আছিল। চাহটোপাৰ ৰংটো হেনো মেমনীৰ গালখনৰ নিচিনা হব লাগে (ডুবৰাই কেৱল মেম নুবুলি মেমনী বুলিছিল)। তেনে এটোপা চাহ খাই লৈ ডুবৰাক সেইদিনা কৈছিলোঁ—আপোনাৰ সিংহাসন ৰাণী নোহোৱা অৰ্ধ সিংহাসন, আপুনি সিংহাসন নুবুলি অৰ্ধসিংহাসন বুলিলেহে শুৱাব। ডুবৰাই কলে 'তোমাৰ কথাৰ উত্তৰ কাইলৈহে দিম'।

পিছদিনাও কিবা বন্ধ আছিল। ডুপৰীয়া গৈ বহাৰ লগে সোধ নাই পোছ নাই কাগজ এখন হাতত গুজি দি কলে—"তোমাৰ কালিৰ কথাৰ উত্তৰ, মোৰ সিংহাসন অৰ্ধ নহয় পূৰ্ণ।" কাগজখিলাৰ ভাজ মেলি চাওঁ এটা কবিতা। কবিতাহে মোৰ মনত নাই ভাবটোহে মনত আছে। তাত আছিল "মোৰ সিংহাসনৰ একাষত ৰাণীয়ে ভুমুকি মাৰি যায়। চকুলৈ চাই সাত সৰগৰ অমৃত সিঁচি দিয়ে আকৌ অন্তৰ্ধান হয়—এনেকৈ আকৌ কেতিয়াবা আহে পাহৰা গান এটিৰ কলি এটা মনত পেলাই দি আকৌ হাঁহি মাৰি গুচি যায়। এই পলৰীয়া কুঁৱৰীক লৈয়ে মোৰ সিংহাসন পূৰ্ণ।" কবিতাটো মৰ্মস্পৰ্শী আছিল কিন্তু মোক এবাৰতকৈ ডুবাৰ পঢ়িবলৈকো

নিদিলে। পিছত জানিবলৈ পালোঁ সেই কবিতাটোও অগ্নি-প্ৰেছলৈ পঠালে।

কথাৰ পাকতে ডুৱৰাৰ চাহপানী টোপাৰ বৰ্ণনা দিলোঁ কিন্তু আন খোৱা-বোৱা সম্পৰ্কেও ঘাৰচেৰেক কবৰ মন যায়। ৰন্ধাবঢ়াৰ বিষয়ে ডুৱৰাৰ ৰাপ আছিল। কোন বস্তু কিহেৰে কেনেকৈ ৰান্ধিলে উপাদেয় হয় তাক তেখেতে বিধে বিধে জানিছিল। এই বিদ্যাৰ গুৰু আছিল সাহিত্যৰথী বেজবৰুৱাৰ সহধৰ্মিনী প্ৰজ্ঞা সুন্দৰী দেৱী আৰু কোনো কোনো পদ আঞ্জাৰ ক্ষেত্ৰত ৰসৰাজ নিজেই। দুপদ এপদ আঞ্জাৰ কথা ডুৱৰাৰ মুখৰপৰা শুনি আজিও ঘৰত মাজে মাজে খাওঁ। মাটিমাহৰ খাৰৰ বেলিকা চডিবাইকাৰ্বৰ জোৰ আন কোনো খাৰেই নাই। মাটিমাহৰ খাৰত চডিবাইকাৰ্ব যিমান মিলে কলাখাৰো সিমান নহয়, তাতে আকৌ কেইটুকুৰামান অমিতা পেলাই দিব লাগে। এইবুলি হেনো প্ৰজ্ঞাসুন্দৰী ডাঙৰীয়াণীয়ে তেখেতক কৈছিল আৰু সেইমতে ৰান্ধিও খুৱাইছিল। তেখেতৰ লগুৱা সাধনো এইবিধ খাৰৰ আঞ্জা ৰন্ধাত পাকৈত হৈ পৰিছিল। আমিও কেতিয়াবা তাৰ জুতি লোৱাৰ সুযোগ পাইছিলোঁ। বনশাকৰ বিবিধ আঞ্জাও ডুৱৰাৰ বৰ প্ৰিয় আছিল। কলিকতাৰ বজাৰৰ মানিমুনি, মাটিকাডুৰি, হেলচি, তেঙেচি আদি অসমীয়াৰ প্ৰায় ব্যৱহাৰ্য শাকবোৰ সদায় বতৰত পায়। ডুৱৰাই নিজে বজাৰ নকৰে, সাধনেই কৰে। পিছে ফুৰিবলৈ যাওঁতে বজাৰ সোমাই দুই এবিধ এনেকুৱা শাক পালে হাতত লৈ আহে। কেতিয়াবা একোটা ঔটেঙা লৈ অহাও দেখা মনত পৰে। ঔটেঙা আনোতে মাজে মাজে একোবাৰ শুঙি চাই চাই আহে। ঔটেঙা দিয়া মাটি মাহৰ আঞ্জা তেখেতৰ বৰ প্ৰিয় আছিল। এইবোৰ বস্তু আনি কেনেকৈ ৰান্ধিব লাগে সাধনক তাৰ দিহা দিয়ে কিন্তু ৰন্ধাবঢ়াৰ বিষয়ে ডুৱৰাৰ বক্তৃতা শুনি সাধনে ভাল নাপায় কাৰণ সেই বিষয়ত সি নিজকে পাকৈত বুলি ভাবে। তাক বোলে এইবোৰ ৰন্ধা কোনোবা এবাৰ শিৱসাগৰলৈ যাওঁতে ডুৱৰাৰ নবৌয়েকে শিকাই দিছিল। গতিকে ইমান ডাঙৰ 'অথৰিটি'ৰ-পৰা শিকাৰ পিছত চকুটো তলমুৱাকৈ পাতে নে ওপৰমুৱাকৈ পাতে তাক নজনা ডুৱৰাৰপৰা শিকিবলগীয়া একো নাই বুলি সি ভাবে। ডুৱৰাৰ কথা কলে কি হব, মোৰ নিজৰো এনে ধৰণৰ শাক পাচলিৰ জুতিৰ প্ৰতি অহৈতুকী প্ৰীতি আছিল। মাণিকতলা বজাৰখন আমি থকা ফ্লেটখনৰ নিচেই কাষতে,

ওলালেই গোটেই বজাৰখন দেখা পায়। সেই বজাৰতো শাকপাত বিধে বিধে পোৱা যায়। মই নিজেই বজাৰ কৰি তেনে কিবা পালেই ননাকৈ নাথাকোঁ। এনে কিবা অসমীয়া ঘৰুৱা আঞ্জা ৰান্ধিলেই ইঘৰে সিঘৰলৈ পঠাইছিলোহঁক। এইদৰে কলিকতা প্ৰবাসুৱা অসমীয়া পৰিয়াল কেইটাই তিতা, টেঙা, খাৰৰ জুতি যৎকিঞ্চিত লবলৈ যত্নৰ ত্ৰুটি নকৰিছিল। এবাৰ শিৱসাগৰৰপৰা ভতিজাকেই নে কোনোবা যাওঁতে দুৱৰাই ভাল পায় দেখি অলপ শুকান খৰিচা লৈ গৈছিল। সেই খৰিচাৰ ভাগ অলপ আমিও পাইছিলোঁ। মাণিকতলা বজাৰৰপৰা পাভ মাছ আনি তাৰ সদ্-ব্যৱহাৰ কৰা হৈছিল। বহুতদিন প্ৰবাসত থাকিয়েই নে কি সৰু কালৰ খোৱা-বোৱাৰ জুতিবোৰ ডাঙৰ হলে বেছিকৈ মনত পৰে। অকল খোৱা-বোৱাতে নহয় ৰীতি-নীতি, পূজা-সবাহ আৰু গাঁৱলীয়া আৰু পুৰণি কালৰ প্ৰাকৃতিক পৰিবেশবোৰৰ কথা কৈ দুৱৰাই বৰ ভাল পাইছিল।

শিৱসাগৰতে ডাঙৰ দীঘল হলেও নগৰীয়া জীৱনক দুৱৰাই অসমীয়া জীৱন বুলি কব নুখুজিছিল। আৱাহনৰ ৯ম বছৰৰ ৮ম সংখ্যাত ছদ্ম নামত 'আপোন-পৰ' নামৰ মোৰ এটা চুটি গল্প ওলাইছিল। সেই গল্পটো বহুত কাল পিছত শ্ৰীহোমেন বৰগোহাঞি আৰু শ্ৰীনন্দ তালুকদাৰে সংকলন কৰা 'ৰৌদ্ৰ-নীলিমা' নামৰ গল্প-সংগ্ৰহত গল্পকাৰৰ ছদ্ম নামেৰেই ঠাই পাইছিল। দুৱৰাই গল্পটো আৱাহনত ওলোৱাৰ পিছত তাক পঢ়ি বৰকৈ শলাগিছিল। বিশেষকৈ শলাগিছিল মুগা-চোমনিৰ পৰিবেশটো। তেখেতৰ শলাগনিৰ ঘাই কাৰণ গল্পটোৰ মুগা চোমনিখনেই। এইকাৰণেই তেখেতে মোক কৈছিল—'ইয়াকে অসমীয়া জীৱনৰ চুটি গল্প বোলে'। তেতিয়া শুনি বৰ ভাল লাগিছিল আৰু উৎসাহিত বোধ কৰিছিলোঁ কিন্তু এই কথাও বুজিছিলোঁ যে সেই গল্পটোৰ অন্য ভাল বেয়া দিশ দুৱৰাই বিচাৰ কৰা নাছিল, কেৱল অসমীয়া গাঁৱলীয়া পৰিবেশটোৱেই তেখেতৰ ল'ৰালি কালৰ পাহৰি যোৱা অসমৰ ছবিখন উজলাই দিছিল আৰু সেইকাৰণেই কিজানি মনটো প্ৰফুল্লিত হৈছিল। কলিকতা জীৱনৰ শেহৰ ফালে তেখেতৰ মনটো ঘৰমুৱা হৈ আহিছিল।

১৯৪০ চনৰপৰাই তেখেতৰ শিৱসাগৰৰ পৰিয়াল বৰ্গৰ লগত অহাযোৱা সম্বন্ধ অলপ ঘনাই আৰম্ভ হৈছিল। ইয়াৰ পূৰ্বে ভতিজাকহঁতৰ লগত বৰ

বিশেষ আদান-প্ৰদান নহৈছিল। ঘৰৰ ফালেও তেখেত বৰকৈ নগৈছিল। তেখেতৰ 'ওমৰতীৰ্থ'খন প্ৰকাশিত হওঁতে মাতৃদেৱী জীৱিতা আছিল। কপি এটা পঠাই দিছিল। মাকে বোলে কিতাপখনকে লিৰিকি বিদাৰি হেৰোৱা ল'ৰাক পোৱা দি পাইছিল এই কথা তুৰবাৰ মুখে শুনিছিলোঁ। ওমৰতীৰ্থৰ প্ৰথম সংস্কৰণৰ আগলি পাতখনত ওমৰ খৈয়ামৰ বিখ্যাত পংক্তি ঃ

"এই নিৰলাত থাকিম দুজনে কাষত তোমাৰ মধুৰ গান।
ৰুটি এটুকুৰা, সুৰাৰ পিয়লা, কবিতা কুঁৱৰী আকুল প্ৰাণ॥"

—এই অধোনামাৰে সৈতে দাঢ়ীয়া বৃদ্ধ কবিৰ কাষতে বহি থকা এগৰাকী মনোহাৰিণী গাভৰুৰ ছবি এখন আছিল। তুৰবাক মাকে হেনো কৈছিল— "সি বিয়া নকৰালে, এতিয়া এই দাঢ়ীয়া বুঢ়াজনৰ লগত ধুনীয়া গাভৰুজনীক বিয়া পাতি দিছে কেলৈ।" এই ৰহ লগা কথাও তুৰবাৰ মুখেই কেবাবাৰো শুনিছিলোঁ।

বিয়া নকৰাটোও তুৰবাৰ এটা জীৱন-ব্যাপি ৰোহ। তেখেতে বিয়া নকৰোৱাৰ কাৰণ সম্বন্ধে দাহে দহ কথা কয়। তাৰ বেছি ভাগেই কল্পিত বা ৰহন-ৰঞ্জিত বুলি তেখেতে মোক মাজে মাজে কৈছিল। সাহিত্যৰথী বেজবৰুৱাৰ পৰিয়ালৰ লগত তেখেতৰ আহ-যাহ, মৰম-চেনেহৰ আদান-প্ৰদান থকাযাবো সঁচা। কি জানিবা "আকাশে সেইখিনিতে অলপ হেঙুলি ৰহন সানি ললে" তাকো নুই কৰিব নোৱাৰি। তথাপি তুৰবাৰ মতে বিবাহৰ প্ৰস্তাৱ তাৰে আকৌ প্ৰত্যাখ্যান এইবোৰ হেনো কল্পনাপ্ৰবণ লোকৰ মনেপতা কথা। হয়তো ককাইদেৱেক বা আন বয়সীয়া আত্মীয়স্বজনে তুৰবাক বিয়া কৰাবলৈ যেতিয়া কৈছিল বা আব তাৰ মুখে কোৱাইছিল তেতিয়াও তুৰবাৰ মন-আকাশত সেই হেঙুলীয়া বোল সতেজ হৈ আছিল আৰু বিয়া কৰোৱাৰ কথাত উৎসাহ বোধ নকৰিছিল। তুৰবাৰ স্বজনসকল হাৰিল, পিছলৈ আশা এৰি দি উদাসীন হৈ পৰিল। যেতিয়া অলপ টানি ধৰিলে তেখেতে বিয়া-বাৰু কৰাবলৈ মন মেলিলেহেঁতেন তেতিয়া কওঁতাই নোলাল। লাজকুৰীয়া স্বভাব, নিজে কবলৈ বেয়া পায় অথচ সময়ৰ শৰ মাৰোঁতাও নোলাল। এই আক্ষেপ তুৰবাৰ মনৰ চকুত থাকি গ'ল। পিছৰ অকলশৰীয়া জীৱনৰ দিনবোৰ

যেতিয়া উকা উকা লগা হ'ল, বিবাহ কৰোৱাৰ সময় অতীত হৈ গ'ল তেতিয়া তাৰবাবে আত্মীয় স্বজনকে জগৰৰ ভাগী কৰি সান্ত্বনা লভিছিল। তুৱৰাই বিয়া নকৰাৰ কাৰণ মোক কৈছিল—"আমাৰ দিনত মোৰ নিচিনা বহুত ডেকা ল'ৰাই পোনতে বিয়া নকৰাও বুলি ফোৰোহনি মাৰি দেখুৱায়, মাক-দেউতাকে টানি ধৰিলে সুৰ সুৰ কৰে ৰভাতলত বহেগৈ। মোক এইদৰে টানি ধৰোঁতা নোলাল।" পিছে তুৱৰাৰ শিৱসাগৰীয়া আত্মীয়-স্বজনৰপৰা শুনিছিলোঁ বোলে তেখেতলৈ বিয়াৰ প্ৰস্তাৱ দি ককাইদেৱেক বা আনেও চিঠি দিছিল। তেনে চিঠিৰ কোনো উত্তৰকে নিদিছিল, উত্তৰ যি নিদিছিলেই ঘৰৰ ফালেও বহুত দিনলৈ নগৈছিল যে হেচি ধৰি বিয়াখন পাতে। বিয়াৰ নামত লাজকুৰীয়া তুৱৰা লাজত মুচকচ গৈছিল, পিছে সেই কথা কোনেও নুবুজিলে। তুৱৰাৰ জীৱনত ঠেহ এটা বৈ গ'ল।

তুৱৰাৰ বিয়া কৰোৱা নহ'ল। অকলশৰীয়া জীৱনৰ একমাত্ৰ সংগী হ'ল সাধন নামৰ ল'ৰাজন। সাধনেই তেখেতৰ জীৱন-যাত্ৰাৰ নামে-গামে সাধন হৈ পৰিল। সাধনক লগুৱা ল'ৰা বুলি তেখেতে কস্মিন কালেও নাভাবিছিল। তেখেতৰ ঘৰলৈ যোৱা আন কোনোবাই তেনেভাৱে সাধনক ব্যৱহাৰ কৰিলে বৰ দুখ পাইছিল। আমি সেইকাৰণেই সাধনক ঘৰৰ এজনৰ দৰে ব্যৱহাৰ কৰিছিলোঁ কেতিয়াবা চুপতিও কৰিছিলোঁ। সাধনে তুৱৰাক লৈয়ো হাঁহি-ধেমালি কৰিছিল। তুৱৰা আৰু মই এদিন ওচৰৰ গেলামালৰ দোকান এখনলৈ গৈছিলোঁ। দোকানীজন বিহাৰী মানুহ আছিল। সেই দোকানৰপৰাই তুৱৰাৰ চাউল দাইল প্ৰভৃতি ভোজ্যদ্ৰব্য সদায় অনা হৈছিল। সেইদিনা বিহাৰী দোকানীজনৰ ভাব-ভক্তি অলপ চৰা বিধৰ যেন পালোঁ। তুৱৰাই ভাল মাটিমাহ আছেনে নাই সুধিছিল, মাটিমাহৰ আঞ্জাত তুৱৰাৰ বিশেষ প্ৰীতি আছিল। দোকানীজনে মাটিমাহৰ দালি আনি দেখুৱালে। তুৱৰাই সুধিলে—সিজিবতো? দোকানীজনে ক'লে আপোনাক নিসিজা পুৰণি বস্তু দিম নে? "আপতো বাল ব্ৰহ্মচাৰী হৈঁ, আপ দেৱতা হৈঁ।" তুৱৰা যে ডাং-ৱৰলা এই কথা কেইদিনমান আগতে দোকানীজনে সাধনৰ মুখে শুনিছিল। বিহাৰী দোকানীৰ মুখত 'দেৱতা' কথাষাৰ "দেওতা" হিচাপে উচ্চাৰিত হৈছিল। দোকানৰপৰা ঘৰলৈ আহি সাধনক কথাটো কলোঁহি। সাধনে বৰ ৰহইচ্

পালে। সেই দিনাৰপৰা তুৰ্‌বাৰ কথা কলে সি 'দেওতা' বুলি কয়, মইও তুৰ্‌বাৰ ফ্লেটত সোমায়ে সাধনক সোধো তোৰ 'দেওতা' আছে নে? তুৰ্‌বাই নিজেও এনেবোৰ ৰং-ৰহইচত ভাগ লৈছিল আৰু হাঁহি ধেমালিত যোগ দিছিল।

নিৰাশাবাদী কবি, দুখবাদী কবি, অকলশৰীয়া নাৰ্‌ৰীয়া আদি তুৰ্‌বা-সম্বন্ধীয় উক্তিবোৰ শুনি তুৰ্‌বাক নজনা আৰু নেদেখা মানুহে তেখেতক গোমোঠা মাৰি থকা অৰসিক গম্ভীৰ মূৰ্তিৰ মানুহ বুলি ভাবি থাকিব পাৰে। প্ৰকৃততে কিন্তু তেখেতে ধেমেলীয়া আৰু ৰং-ৰহইচ কৰিব জনা মানুহ। কবি তুৰ্‌বাৰ চৰিত্ৰত হাস্য-পৰিহাসৰ এটা লঘু দিশো আছিল। তাৰ প্ৰমাণ দিবলৈ বহুত ক্ষুদ্ৰ ঘটনাৰ উল্লেখ কৰিব পাৰি। তাৰে এটা এই প্ৰসংগত উল্লেখ কৰিবৰ মন গৈছে। তুৰ্‌বা থকা ফ্লেটটোৰ আগফালৰ বাৰাণ্ডাখনত থিয় দিলেই মাণিকতলা বজাৰখন সমুচাকৈ দেখা পোৱা গৈছিল। তাতে থিয় হৈ তুৰ্‌বাই বজাৰখনৰ আলেখলেখ চাই থাকে। তেনে অৱস্থাতে কেতিয়াবা মইও গৈ কাষতে থিয় দিওঁ। বজাৰৰ কিনা-বেচা, হাই-কাজিয়া, বিবিধ বস্তুৰ পোহাৰ চাই তুৰ্‌বাই ভাল পায়। বজাৰ বেহোতাৰ ভিতৰতো তুৰ্‌বাৰ কাৰণে এটাইতকৈ আকৰ্ষণীয় আছিল এটা হৃষ্ট-পুষ্ট বিৰাট-বপু কৃষ্ণবৰ্ণকায় ষাঁড় গৰু। বজাৰখনৰ মাজত সি ৰাজোচিত খোজেৰে অকুতোভয় হৈ ঘূৰি ফুৰে। ফুৰোঁতে যিখিনিত যিটো বস্তু মন যায় টান মাৰি মুখত ভৰাই পেলায়, কালৈকো ভ্ৰূক্ষেপ নকৰে। তুৰ্‌বাৰ তাৰ প্ৰতি এটা বিশেষ প্ৰেম আছিল আৰু তাৰ ৰেহৰূপ গতিগোত্ৰ চাই থাকি আমনি নাপাইছিল। চাই থাকিয়েই ক্ষান্ত নাথাকি সাধনৰ যোগে ষাঁড়টো ক'ত থাকে, কি কথা, সেইবোৰৰ তন্ন তন্ন খবৰ সংগ্ৰহ কৰিছিল। সেই খবৰবোৰৰ ভিতৰত এই কেইটাই প্ৰধান—ষাঁড়টোৰ নাম মহাদেউ, ওচৰৰে দেছুৱালি বস্তিত তাৰ বুঢ়ী মাকজনীৰ ওচৰতে গধূলি গৈ আস্থান লয়। তাৰ আগমনৰ লগে লগে দেছুৱালি গোৱালবিলাকে 'জয় মহাদেউ' বুলি জয়ধ্বনি দিয়ে। চাৰি পাঁচটা মানুহে গা পিটিকি দিয়ে, মহাদেৱ পুংগবেও নিৰ্বিকাৰচিত্তে অৰ্ধনিমীলিত চকুৰে ভক্তবৃন্দৰ সেৱা গ্ৰহণ কৰে। এইদৰেই তুৰ্‌বাই মহাদেউৰ কীৰ্তিদৰ্শন আৰু শ্ৰৱণ কৰি আছিল। এদিন আবেলি, তুৰ্‌বাই গৈ মোৰ ফ্লেটত টুকুৰিয়াই

তীৰ্থ তীৰ্থ বুলি এনেভাৱে মাতিবলৈ ধৰিলে যে মই উধাতু খাই তুৱাৰ মেলি ওলাই আহিলোঁ। মই শুদা গাৰে আছিলোঁ, মোক দেখিয়েই কলে বনিয়নটো পিন্ধি লৰালৰিকৈ ওলাই আহা, মহাদেউৰ কাণ্ড চোৱাহি। বাহিৰৰ বাৰাণ্ডালৈ গৈ দেখোঁ ক'ৰবাৰপৰা আন এটা ষাড়ৰ লগত মহাদেৱে তুমুল ৰণ দিছে। স্বাভাৱিকতে তুৱৰা মহাদেউৰ ফলীয়া। তুৱৰাই যেন মোহনবাগান আৰু মহম্মদান স্প'ৰ্টিঙৰ ফুটবল খেলাহে চাইছে। (তেতিয়া এই তুটা দলৰ খেলাই সৰ্বোচ্চ উত্তেজনাৰ সৃষ্টি কৰিছিল)। তুই ষাঁড়ৰ থৈয়া-নথৈয়া ৰণ লাগি থাকোঁতেই ক'ৰবাৰপৰা টিপিৰা ষাঁড় এটা আহি বগা ষাঁড়টোক পাছফালৰ-পৰা খুন্দা মাৰি দিলে। আগন্তুক শ্বেত ষাঁড়টোৱে গতি বিসংগতি দেখি পৃষ্ঠভংগ দিলে। অদূৰত ৰং চাই থকা দেছুৱালি কেইটামানে 'জয় মহাদেউ' হৈ ধ্বনিৰে বজাৰখন কঁপাই তুলিলে। তুৱৰায়ো 'জয় মহাদেউ' ধ্বনি বাৰাণ্ডাৰ-পৰাই লগাই দিলে। তুৱৰাৰ সেইদিনা শিশুসুলভ আনন্দোৎসাহ দেখি তবধ মানিছিলোঁ। সেইদিনাৰ উত্ৰাৱলচিত্ততালৈ চাই কোনে কব সেইজনেই ড° কাকতিৰ মতে বিংশ শতিকাৰ অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ কবি।

মহাদেউক লৈ মই এটা পশু জীৱনৰ বীৰৰসাভাসিক (mock-heroic) কবিতা লিখি কেইদিনমান পিছত তুৱৰাক পঢ়ি শুনাইছিলোঁ। কবিতাটোৰ নাম আছিল 'জয় মহাদেউ'। তুৱৰাই এই কবিতাটো শুনি আৰু পিছত কেবাবাৰো পঢ়ি বৰ ৰগৰ পাইছিল। কেতিয়াবা আৰ তাৰ আগত মোৰ এই কবিতাৰ কথা কোৱাও শুনিছিলোঁ। কবিতাটো মোৰ 'কামসেন্দুৰ' নামৰ কবিতাৱলীৰ মাজত প্ৰকাশিত হৈ গৈছে। সেই কবিতাটোত তুৱৰাৰ মৃতু-হস্তাবলেপৰ চিন কেইবা ঠাইতো আছে।

শব্দচয়ন, শব্দৰ শ্ৰুতি-মধুৰতা আৰু স্থান-যোগ্যতা সম্বন্ধে তুৱৰাৰ এটা সহজাত বিচক্ষণতা আছিল। একোটা শব্দ নিজে প্ৰয়োগ কৰি নিজেই সন্তুষ্টি নাপায়। শব্দবোৰ লিৰিকি থাকে আৰু শেহন্তত শুৱলা আৰু খাজে খাপে লাগি যোৱা শব্দ এটা ভাবি উলিয়াই আগৰটো কাটি তাৰ ঠাইত বহুৱাই দিয়ে। শব্দ আৰু তাৰ ৰচনাৰ তক্ষকৰ্মত তুৱৰাই হেলা নকৰিছিল আৰু সেই কামত পটুও আছিল। আগতে কৈ আহিছোঁ যে শেহৰ বীণ নামৰ কবিতাত তুৱৰাই প্ৰতিজ্ঞা কৰিলে 'আজি মই সামৰিলোঁ গান' তাৰ উত্তৰত

মই এটা কবিতা লিখি তেখেতক উপহাৰ দিলো—'আজি কিয় সামৰিবা গান'—তাত এঠাইত ভুৱৰাৰ অতীতৰ কথালৈ উমুকিয়াই লিখিছিলোঁ 'খহিল সৰগ বীণা তোমাৰ হাতত'। ভুৱৰাই কবিতাটো পঢ়ি তেখেতৰ হেলনীয়া চকীখনৰপৰা চিপ্‌ এটা মাৰি উঠি গৈ মেজৰপৰা কলমটো আনিলে আৰু অ'ত ত'ত হাত বুলালে। 'খহিল সৰগ বীণা তোমাৰ হাতত' এই অংশৰ খহিল শব্দটো কাটি নামিল কৰি দিলে আৰু ক'লে খহিলটো ধ্বংস-সূচক-গড়া খহে, খহনীয়া বেমাৰ হয় ইত্যাদি অশোভন স্মৃতি আনি দিয়ে, নামিল বুলিলে ধীৰে ধীৰে আকাশৰপৰা নমাৰ ছবি এটা আনি দিয়ে। ভাবি চালোঁ হয়—তেতিয়া বুজিছিলোঁ কোমল নিমজ আৰু যথাযোগ্য শব্দ-বাছনিত ভুৱৰাৰ কেনে নৈপুণ্য। তেখেতৰ বনফুলত থকা 'নোহোৱা সমল' নামৰ কবিতটোৰ তলত দিয়া স্তৱকটোৰ শেহৰ চৰণৰ কথা আজিও ছবিৰ দৰে মনত আছে। স্তৱকটো হৈছে—

সিপাৰৰ গাঁওখনি নিতউ গধূলি পুৰা
উলাহে উজলি উঠে ৰঙে ভৰপূৰ।
পুৰাৰ কিৰণ নামে জোনায়ে সুষমা ঢালে
সমীৰত পমি যায় কেতেকীৰ সুৰ।

পোনতে ভুৱৰাই লিখিছিল "সমীৰত উটি যায় কেতেকীৰ সুৰ" কিন্তু মনটোৱে মনা নাছিল যেন উটি শব্দৰ পৰিবৰ্তে আন কিবা এটা হলেহে ভাল হব। এই কবিতা ফাকিকে মূৰত লৈ সেইদিনা ভুৱৰা আবেলি ফুৰিবলৈ ওলাল, লগত মই। মাণিকতলা দলঙ পাৰ হৈ শ্ৰীৰামকৃষ্ণৰ সমাধি আশ্ৰমৰ ফালে খোজ ললোঁ। বাটে বাটে আন কথাৰ মাজতে এই ফাকি কবিতা গাই 'উটি'ৰ ঠাইত কি হ'লে ভাল হব বিমৰিষ কৰিবলৈ ধৰিলে। মই ভুই এটা শব্দৰ সূচনা দিওঁ ভুৱৰাৰ মনঃপুত নহয়। এনেদৰে গৈ থাকোঁতে ভুৱৰাই এবাৰ ঘপহ কৰে ডাঙৰকৈ কলে 'পালোঁ পালোঁ', কি হব জানা—"উটি নহয় পমি, সমীৰত পমি যায় কেতেকীৰ সুৰ।" ভুৱৰাই যেন হেৰোৱা ৰতনহে পালে। এনেকুৱাই আছিল ভুৱৰা কবি শব্দ-মৰ্মজ্ঞ আৰু শব্দ-সুৰজ্ঞ।

ইতিমধ্যে কিবা কাৰণত মই থকা ঠাই সলনি কৰিব লগা হ'ল। ভুৱৰাক

আগৰ দৰে ঘনাই লগ পোৱাৰ সুবিধাকণ হেৰাল। যুদ্ধৰ অশান্তিকৰ পৰিস্থিতি, দুৰ্ভিক্ষৰ কৰাল মূৰ্তি এইবোৰৰ দুৰ্ভোগ কলিকতাই মূৰ পাতি লবলগীয়া হৈছিল। এই সময়তে মই থকা ঠাই কেইবাটাও সলনি কৰি ফুৰিছিলোঁ, এটা নহয় এটা অসুবিধাৰ হাত সাৰিবলৈ। এবাৰ শাঁখাৰিটোলা বজাৰৰ ওচৰৰ শশীভূষণ দে ষ্ট্ৰীটৰ এটা ফ্লেটত কিছুদিন আছিলোঁ। সেই সময়তে মোৰ পৰিবাৰৰ এটা তিৰোতাৰ অসুখ হোৱাত বৰ চিন্তিত হৈ পৰিছিলোঁ। দুৱৰাই শুনি তেখেতৰ পৰম বন্ধু ডাঃ সুবোধ দত্ত এফ. আৰ চি. এছ. ডাঙৰীয়াক নিজে গৈ লৈ আহি দেখুৱাইছিল। ডাঃ দত্তই যেতিয়া ভিতৰত পৰীক্ষা কৰে বাহিৰৰ কোঠাত বহি দুৱৰাই উচপিচ কৰি থকা দৃশ্যটো মোৰ এতিয়াও মনত আছে যেন দেউতাকে জীয়েকৰ অসুখৰ ভাল খবৰ এটা পাবলৈ উদগ্ৰীব হৈ আছে। দুৱৰাৰ চৰিত্ৰৰ এই করুণাদ্ৰ দিশটো বহুতৰে দেখাৰ সৌভাগ্য হোৱা নাই আৰু সম্ভৱতঃ দুৱৰাৰ চৰিত্ৰৰ এই ফালটোৰ কথা বহুতে নাজানেই। ১৯৪৫ চনত মোৰ পৰিবাৰৰ চিকিৎসাৰ কাৰণে দুবলৈ যাব লগা হোৱাত কলিকতাৰ ঘৰ এৰি দি গৈছিলোঁ। তেতিয়া কলিকতাত ঘৰ পোৱাৰ অসুবিধা নাছিল। চিকিৎসাৰ পিছত সপৰিবাৰে উলটি আহি বিশ্ববিদ্যালয়ৰ ওচৰত বলে পৰা সুবিধাজনক ঘৰ নাপালোঁ। কলিকতাৰপৰা চৌধ্য মাইল দক্ষিণে চম্পাহাটী নামৰ এখন ঠাইত বালিগঞ্জৰ এজন ভদ্ৰলোকৰ 'বাগান বাড়ী' বোলা এবিঘামান মাটিত এটা পুখুৰী আৰু তিনিকুঠলীয়া এটা ঘৰ আছিল। ভদ্ৰলোকজনৰ নামটো পাহৰিছোঁ, কোনোবা মুখাৰ্জী। কটন কলেজৰ প্ৰাক্তন সংস্কৃত অধ্যাপক স্বৰ্গীয় লক্ষীনাৰায়ণ চট্টোপাধ্যায়দেৱৰ বিয়েয়েক। পিছে এই ঘৰটোৰো সন্ধান পালো দুৱৰাৰ মুখে। দুৱৰাৰ লগৰীয়া এজন শিক্ষক তাৰ ওচৰতে থাকে তেওঁৰ মাৰফতে ঘৰটো দুৱৰায়ে একৰকম ঠিক কৰি দিয়াইছিল। তাত থাকি সুবিধা পাইছিলোঁ। কলিকতালৈ নিতৌ ৰেলেৰে অহা যোৱা কৰিব লাগে যাক বোলে 'ডেলি পেছেঞ্জাৰি' কৰা। নতুন ঘৰত ঠিক ঠাককৈ লৈ এদিন দুৱৰাক লৈ গৈ ঘৰ দেখুৱালোঁ। তেখেত পৰিবেশটো বৰ ভাল পালে। সেই ঘৰটোৰ পাছফালে বহুত দূৰ বিস্তৃত ধাননি পথাৰ। সেই দৃশ্যই দুৱৰাক যেন অভিভূত কৰি পেলালে আৰু ক'লে বন্ধ পালেই মই ইয়ালৈ আহিম, আৰু প্ৰায়ে আহিছিলো। তাত পুখুৰীটোৰ সুবিধা পাই

আমাৰ তেওঁ দুজনী হাঁহ পুহিছিল। হাঁহ দুজনী ভাল সঁচৰ আছিল মাহেকত ২২/২৩ দিন কণী পাৰে, সাতদিন মান জিৰণি লৈ আকৌ পাৰিবলৈ আৰম্ভ কৰে। দুৰ্বা গলে পুৱাভাগত যায় আৰু দুপৰীয়াৰ ভাত তাতে খায়। আবেলি ৫ বজাৰ ৰেলখনত কলিকতালৈ উভতি আহে। মোৰ পৰিবাৰে ফটাকানি এখনত হাঁহকণী কেইটামান বান্ধি দিয়ে। দুৰ্বাই সেই টোপোলাটো আতৌ-পুতৌকৈ লৈ কলিকতা পায়গৈ। কলিকতাত গৈ সাধনক কণীৰ টোপোলাটো সগৰ্বে আগবঢ়াই দিয়ে যেন জীয়েকৰ ঘৰৰপৰা এভাৰকৈ বয়বস্তু কঢ়িয়াই নিছে। দুৰ্বাৰ স্নেহময় হৃদয়ৰ কথা বহুতে নাজানে, অলপমান মৰমকে কিমান আতোলতোলকৈ সামৰি লয় তাক এনেবোৰ ঘটনাই উজলাই দেখুৱায়।

আগেয়ে কৈ আহিছো অলপ দিনৰপৰা দুৰ্বাৰ মন ঘৰমুৱা হৈছিল। ১৯৪৭ চনত এবাৰ টাইফয়ড ৰোগত ভুগিছিল। সেই সময়ত মই কলিকতাত আছিলোঁ। অসুখৰ কথা শুনি ভতিজাকহঁত গ'ল আৰু আৰোগ্য হোৱাৰ পিছত শিৱসাগৰলৈ লৈ আহিল। সেই অহাই অহা, কলিকতালৈ উভতি নগ'ল! মোৰ ৰত্নসংগমৰ এক অধ্যায়ৰ সমাপ্তি ঘটিল।□

## নাট্যাচাৰ্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ

কথা প্ৰসংগত স্কুলীয়া জীৱনত পঢ়োৱা শিক্ষকৰ কথা উঠিলেই পোন ছাটেই মোৰ মনলৈ অহা শিক্ষকজন হ'ল স্বৰ্গীয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। এজন গজেন্দ্ৰপুৰুষ, কোনোৱে আৰ্যপুৰুষ বুলিও তেখেতৰ, ৰূপ আৰু আকৃতিৰ এটা আভাস দিব খোজে। গৌৰবৰ্ণ, ওখ ডাঙৰ অথচ ল-নিকৈ মানুহজনৰ গজগতিৰ খোজ-কাটল, গুৰু-গম্ভীৰ মাত আৰু সকলো অংগ-ভংগী আজিও আমাৰ ফটফটীয়াকৈ মনত আছে, আৰু থাকিবলগীয়া কথাও। অকল চেহেৰা-পাতিৰ গুণতেই যে তেখেত আমাব নিচিনা ছাত্ৰবোৰৰ ভয় আৰু ভক্তিৰ পূৰ্ণ-পাত্ৰৰ ভাগী হৈছিল এনে নহয়। স্কুলত তেখেতৰ শিক্ষাদানৰ পদ্ধতিয়ে ছাত্ৰৰ মনত সাঁচ বহুৱাব পৰিছিল হয়, কিন্তু সেইবাবেই যে ইন্দ্ৰেশ্বৰ বৰঠাকুৰ এজন স্মৰণীয় শিক্ষক সেই কথাও নহয়। উঠি অহা বুদ্ধিমান ছাত্ৰৰ সকলো প্ৰকাৰ বুদ্ধিবৃত্তিৰ উৎকৰ্ষণৰ প্ৰতি তেখেতে অহৰহঃ মনকাণ দিছিল। সংগীতৰ প্ৰতি যাৰ ৰাপ আছে তেওঁৰ যাতে উচ্চাংগ সংগীতৰ প্ৰতি ধাউতি বাঢ়ে তাৰ চেষ্টা কৰিছিল। সাহিত্য-চৰ্চাত মন দিয়া ছাত্ৰক বিখ্যাত সাহিত্যিকৰ গ্ৰন্থৰাশি পঢ়িবলৈ উদগনি দিছিল। আবৃত্তি, অভিনয় কৰাত যিবিলাক ছাত্ৰৰ হেপাহ দেখা পাইছিল সেইবিলাকক আবৃত্তি আৰু অভিনয়ৰ কৌশল শিকাইছিল। সভাই সমিতিয়ে বক্তৃতা দিয়াৰ বেলিকাও তেখেতৰপৰা ছাত্ৰবিলাকে প্ৰেৰণা লাভ কৰিছিল। স্কাউটবিলাকৰ তেখেত স্কাউট মাষ্টৰ, খেল-ধেমালিৰ খেল-মাষ্টৰ, স্কুলৰ শনিবৰীয়া ছাত্ৰসভাৰ নিয়মিত দিগ্‌দৰ্শনকাৰী পৰিচালক। কোন বিষয়ত যে তেখেত নাছিল তাক ভাবিহে উলিয়াব পৰা যাব। মুঠতে তেখেতে পঢ়োৱা ছাত্ৰই জীৱনত যিবোৰ বিষয়ত পাৰ্গতালি

লাভ কৰিছিল তাৰ গুৰিতে বৰঠাকুৰ মাষ্টৰ বুলি সেইবিলাকে সশ্ৰদ্ধ কৃতজ্ঞতাৰে আজিও স্মৰণ কৰে। তেখেতৰ ছাত্ৰ অসম-জোৰা, গতিকে সেইবিলাকৰ নামোল্লেখ কৰি দৃষ্টান্ত দিয়া এক প্ৰকাৰ দুঃসাধ্য হৈ উঠিব। এনে শিক্ষক তেতিয়াও বিৰল, এতিয়া যে চকুতেই নপৰে।

সচৰাচৰ আগতে নাম যশস্যা শুনাৰ পিছতহে কোনো কৃতীলোকক লগ পোৱাৰ কথা বা দেখা পোৱাৰ সৌভাগ্যৰ কথা আমাৰ মনত থাকে। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ যে এজন কৃতী শিক্ষক, এজন যশস্বী অভিনেতা, এজন নিপুণ চিত্ৰকৰ আৰু খনিকৰ, এজন সিদ্ধহস্ত সাহিত্যিক, এজন সংগীতজ্ঞ আৰু তবলাবাদক, আনকি এজন বাহুবলী মালযুঁজাৰুও আছিল অৰ্থাৎ একেটা দেহাধাৰত ইমানবোৰ পাৰ্গতালি থূপ খাই আছিল তাক বহুত পিছতহে শুনিবলৈ পাইছিলোঁ আৰু দেখিছিলোঁ। মানুহজনক এইবোৰ জনা আৰু বুজাৰ আগতে দেখা পাইছিলোঁ। সেই দেখা আজিও পৰিষ্কাৰ ৰূপে মনত আছে। মই যেতিয়া পাঠশালাৰ ছাত্ৰ তেখেত তেতিয়া যোৰহাট মিছন হাইস্কুলৰ শিক্ষক। তেখেত থকা ঘৰৰপৰা মিছন হাইস্কুললৈ গড় আলিয়েদি আমি থকা চৰকাৰী ঘৰটোৰ আগেদিয়ে যাব লাগে। প্ৰায়ে দেখিছিলোঁ ক'লা কোট-পটলুং এযোৰ পিন্ধি ছাতি এটা লৈ গমহ গমহ খোজেৰে বৰঠাকুৰ ৯।১০ মান বজাত স্কুললৈ গৈছিল। সেই ক'লা কোট-পটলুংযোৰৰ বাহিৰে আৰু এযোৰ দুযোৰ আছিল নে নাই নাজানো কিন্তু মনত হলে সেই ক'লা কোট-পটলুংযোৰৰ কথাহে পৰিছে। সেতিয়া এটাইবিলাক স্কুলৰ শিক্ষকে কোট-পটলুং নিপিন্ধিছিল। চৰকাৰী স্কুলৰ শিক্ষকসকলৰ বহুতে স্কুল পৰিদৰ্শনৰ দিনাহে এনে সাজ পিন্ধি স্কুললৈ গৈছিল। তেতিয়া কৰ্মচাৰীবিলাকৰ পোছাক ঘাইকৈ কোট-কামিজ আৰু পটলুং। খোলা বুকুৰ কোট পিন্ধিলেও নেকটাই নাবান্ধিছিলি। কোনো জনে ক'ৰবাত নেকটাই মাৰি গলে তেওঁক ফুল চাহাব বুলি আঁৰে আঁৰে চৰ্চিছিল। খ্ৰীষ্টান মিছনৰ পৰিচালিত স্কুলৰ শিক্ষক আছিল বাবেই নে কি বৰঠাকুৰে সদায়ে কোট-পটলুং পিন্ধি যোৱা মনত পৰিছে। পিছে যোৰহাট থিয়েটাৰৰ পূজামণ্ডপত সেৱা কৰিবলৈ যাওঁতে তেখেতক চুৰিয়া কামিজ আৰু গুণাফুলীয়া চেলেং গাত লৈ যোৱাহে দেখা মনত পৰে। পিছৰ কালত যেতিয়া প্ৰধান শিক্ষক বা সহকাৰী প্ৰধান শিক্ষক ৰূপে



*নাট্যাচাৰ্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ*

লগ পাওঁ তেতিয়াও স্কুললৈ যাওঁতে টাই নমৰাকৈ বুকুফলা কোট আৰু পটলুং পিন্ধিছিল কিন্তু বাহিৰত য'তে দেখিছিলোঁ চুৰিয়া- কামিজ আৰু চাদৰেৰে ফুৰা দেখিছিলোঁ। আচলতে কবলৈ গলে কোট-পটলুঙতকৈ চাদৰ-কামিজ চুৰিয়াই তেখেতক বেছিকৈ শুৱাইছিল। তেতিয়াৰ দিনত পঞ্জাবী চোলা বৰকৈ নচলিছিল।

এই ক'লা কোট-পটলুং পিন্ধি গজেন্দ্ৰ গমনে স্কুললৈ যোৱা মানুহজনেই যে যোৰহাট থিয়েটাৰৰ ৰংগমঞ্চ কঁপাই থাকে অলপ দিন পিছতহে জানিবলৈ পালোঁ। যোৰহাট থিয়েটাৰত বহুত নাটৰ অভিনয় হৈছিল। সেই এটাই-বোৰ চোৱাৰ সৌভাগ্য আমাৰ নঘটিছিল। পূজাৰ তিনি চাৰিদিনৰ এদিন আমি অভিনয় চাবলৈ অনুমতি পাইছিলোঁ, তাকো কোনো পৌৰাণিক নাটক যিদিনা থাকে সিদিনাহে। দেউতাই নিজে আমাক লগত লৈ গৈছিল। বৰঠাকুৰৰ নিজৰ ৰচিত শ্ৰীবৎস-চিন্তা আৰু সিংহাসন নাটকৰ অভিনয় দেখা মনত পৰিছে। শ্ৰীবৎস-চিন্তাত নাট্যকাৰ বৰঠাকুৰে নিজেই শ্ৰীবৎসৰ ভাও লৈছিল। সেই অভিনয়ত বাকী কোনে কি ভাও লৈছিল মনত নাই কিন্তু বৰঠাকুৰৰ শ্ৰীবৎস আৰু কালীকুমাৰ বৰুৱাৰ বিদূষকৰ ভাৱৰ কথা হলে বঢ়িয়াকৈ মনত আছে। তাতোকৈ ভালকৈ মনত পৰে শ্ৰীমিত্ৰদেৱ মহন্ত চাৰৰ লিখা 'কুৰুসন্ধ্যা' নাটৰ অভিনয়ৰ কথা। কুৰুসন্ধ্যাৰ ঘাই বস্তু আছিল

দুৰ্যোধনৰ উৰু ভংগ আৰু কুৰুক্ষেত্ৰ যুদ্ধৰ শেহৰ কথাখিনি। এই নাটকত অভিনয়ত ইন্দ্ৰেশ্বৰ বৰঠাকুৰে ভীমৰ ভাও লৈছিল। দুৰ্যোধনৰ ভূমিকা গ্ৰহণ কৰিছিল হৰিহৰ বৰপূজাৰীয়ে। নাট্যকাৰ মহন্ত চাৰে নিজৰ কল্পিত চৰিত্ৰ মানসীৰ স্ত্ৰীভূমিকা গ্ৰহণ কৰিছিল। আৰু এটা ভূমিকাৰ কথা মনত আছে বলৰামৰ ভাও দিছিল গোপাল গোস্বামীয়ে। এই কেইজনৰ কথা মনত আছে এই বুলিয়ে যে তেখেতসকল এটাই কেউজনকে ঘৰুৱা-সূত্ৰেও চিনি পাইছিলোঁ। এই নাটকত ভীম আৰু দুৰ্যোধনৰ ভাও দুটাই আমাক বহুত দিনলৈকে প্ৰভাবিত কৰি থৈছিল। ভাৱৰীয়া দুয়োজনেই আছিল যোৰহাট ৰংগমঞ্চৰ ঘাই ধৰণীৰ নিচিনা। মহৰি নাটকৰ চাহাবটোৰ ভাও বৰঠাকুৰে লৈছিল, তাকো দেখা মনত ভালকৈ পৰে। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আমি ইংৰাজী স্কুলৰ তলৰ শ্ৰেণীত পঢ়ি থকা কালতে নলবাৰী গৰ্ডন স্কুলৰ হেডমাষ্টাৰ হৈ আহিল। তথাপিও যোৰহাটৰ ৰংগমঞ্চৰ মোহ এৰিব নোৱাৰি পূজাৰ বন্ধ হলেই যোৰহাট পায়হি আৰু কেউদিন ভাও দিয়ে। কালীপূজাৰ দিনা যি অভিনয় হৈছিল তাত তেখেতে ভাগ লবলৈ সুবিধা নাপাইছিল, তাৰ আগতে স্কুলৰ পূজাৰ বন্ধ খোলাত নলবাৰী পাবগৈ লাগিছিল। কালীপূজাৰ দিনাখ যোৰহাটৰ অভিনয় সেই দেখি উকাউকা লাগিছিল। এবাৰ কালীপূজাৰ দিনা নল-দময়ন্তী নামৰ অভিনয় হৈছিল। নাটকখন কোনে ৰচনা কৰিছিল আজি মোৰ মনত নাই, তেতিয়া সেইবোৰ উৰহীগছৰ ওৰ পোৱা বয়সেই হোৱা নাছিল। নলৰ ভূমিকাৰ ভাৰ পৰিছিল হৰিহৰ বৰপূজাৰীৰ। সেইদিনা অভিনয় আৰম্ভ হোৱাৰ আগতে আমাৰ কাষতে কোনোবা এজনে দেউতাক কোৱা মনত আছে—“আজি কি চাব? বৰঠাকুৰ নাই।” দেউতাই কৈছিল ‘বৰপূজাৰীও কম নহয়!’ সিজনে অৰ্ধসমৰ্থনৰ সুৰেৰে কৈছিল—“তেও বুলি।’ এইবোৰ কথা ইমান স্পষ্টকৈ কেনেকৈ যে আজি পৰ্যন্ত মনত আছে কবই নোৱাৰোঁ।

যোৰহাটৰ শৈশৱ জীৱনত দূৰৰপৰা দেখা আৰু অভিনয় চাই ৰং পোৱাৰ বাহিৰে বৰঠাকুৰৰ সান্নিধ্যলৈ অহাৰ আন সুযোগ হোৱা নাছিল। ঘৰুৱাকৈ মাজে সময়ে আহ-যাহ আছিল যদিও আমি সৰু ল'ৰাবোৰে সেই ঘনিষ্ঠতাৰপৰা বঞ্চিত আছিলোঁ। বৰঠাকুৰৰ ঘনিষ্ঠ সম্পৰ্কলৈ আহো তেজপুৰত। মোৰ

তেতিয়া ১৫/১৬ বছৰ বয়স, জীৱনৰ বিভিন্ন দিশত মনত সাঁচ বৈ যোৱা কাল। ১৯২৭ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষক মফিজুদ্দিন আহমদ বদলি হৈ গ'ল তেখেতৰ ঠাইত আহিল ৰেবতীমোহন চট্টোপাধ্যায়। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আহিল সহকাৰী প্ৰধান শিক্ষক ৰূপে। নলবাৰী গৰ্ডন স্কুল আছিল সাহায্য প্ৰাপ্ত বেচৰকাৰী হাইস্কুল তাৰপৰাই পোনে পোনেই চৰকাৰী হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক ৰূপে বৰঠাকুৰে নিযুক্তি পাইছিল। তেতিয়া ইংৰাজ চৰকাৰৰ দিনত এনেকুৱা নিযুক্তি সচৰাচৰ নঘটিছিল। শিক্ষকতাৰ নিপুণতা, প্ৰশাসনীয় দক্ষতা আৰু স্কাউট মাষ্টৰ হিচাপে পৰিচালন ক্ষমতাৰ গুণ বুজি তেতিয়াৰ শিক্ষাবিভাগৰ সঞ্চালক স্মল চাহেবে বৰঠাকুৰক পোন-কোৱেই চৰকাৰী হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক পাতি লৈ গৈছিল।

ৰেবতী চট্টোপাধ্যায় আৰু বৰঠাকুৰ একেদিনাই গৈ তেজপুৰত উপস্থিত হৈছিল আৰু সেইদিনাই মফিজুদ্দিন হেড্‌মাষ্টৰৰ বিদায় সভা আৰু ৰাতিলৈ বাণষ্টেজত তেজপুৰ হাইস্কুলৰ ছাত্ৰসকলে তেখেতৰ সম্মানাৰ্থে ছাহজাহান নাটকৰ অভিনয় কৰিছিল। মই তেতিয়া নৱম মান শ্ৰেণীৰ ছাত্ৰ। আমাৰ মাজৰ কেইজনমান ছাত্ৰই লগ লাগি বিদায়ী হেড্‌মাষ্টৰৰ সম্মনাৰ্থে এখন নাটৰ অভিনয় কৰোঁ বুলি অনুমতিৰ কাৰণে তেখেতৰ ওচৰ চাপিলোঁ। তেখেতে প্ৰথমে অলপ কেৰঘেঁচ কৰিছিল, আৰু কৈছিল, "থিয়েটাৰৰ ৰজাজনেই তহঁতৰ এচিচটেণ্ট হেড্‌মাষ্টৰ হৈ আহিছে, তেখেত আহিলে তেখেতৰপৰাই শিকি বুজি লৈ কি থিয়েটাৰ কৰ কৰিবি।" তথাপি আমি কেৰ্‌জেৰকৈ ধৰাত তেখেতে অনুমতি দিলে। কিন্তু আমি উল্লেখ কৰা নাটকেইখনৰ ভিতৰত 'ছাহজাহান' নাটকৰ বাবেহে তেখেতে অনুমোদন দিলে কাৰণ বাকী কেইখনত অলপ নহয় অলপ প্ৰেমৰ কাহিনী আছিল। নাটকৰ আখৰা চলিবলৈ ধৰিলে। যিদিনা ৰাতি অভিনয় হ'ব সেইদিনাই পুৱা নলবাৰীৰপৰা গুৱাহাটীৰে জাহাজেৰে বৰঠাকুৰ সপৰিয়ালে গৈ তেজপুৰত উপস্থিত হৈছিল। তেখেতৰ খুৰাকৰ পুতেক ভায়েক স্বৰ্গীয় কুমুদেশ্বৰ বৰঠাকুৰ তেতিয়া তেজপুৰৰ স্কুল-সমূহৰ উপ-পৰিদৰ্শক। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ পোনতে সপৰিয়ালে ভায়েকৰ লগতে আছিলগৈ। কুমুদেশ্বৰ বৰঠাকুৰ ডাঙৰীয়াও এজন নিপুণ ভাৱৰীয়া আছিল। পিছত বাণ ৰংগমঞ্চত কোনোবা নাটকৰ কোনোবা এটা দৃশ্যত দুই

ভাই-ককায়ে ছুটা বিপক্ষীয় ভাও লৈ তৰ্জন গৰ্জন কৰি এটা গা উঠা মুহূৰ্তৰ সৃষ্টি কৰিছিল। শ্ৰোতৃ গৃহৰপৰা প্ৰশংসাসূচক ধ্বনি পৰিছিল—'চাবাচ্ দাদা-ভাই'। খুব সম্ভৱ 'কুৰুক্ষেত্ৰত শ্ৰীকৃষ্ণ' নাটকৰ (অনুবাদ) ৰাজসূয় যজ্ঞ দৃশ্যত ভীষ্ম আৰু শিশুপাল।

পুৱাই আহি পোৱাৰ খবৰ পাই আমি এদল ছাত্ৰ আবেলি তেখেতৰ ওচৰ পালোগৈ, উদ্দেশ্য আছিল অভিনয় চাবলৈ নিমন্ত্ৰণ কৰা। ভায়েক বৰঠাকুৰে চোতালতে ক'লে, "কালি ৰাতিও টোপনি খতি, পিছে দাদাৰ টোপনি খতি কৰাৰ অভ্যাস আছে, যোৱা কোৱাগৈ।" চ'ৰা ঘৰত গৈ দেখিলোঁ বহুত মানুহ—এখন টক্টাপোচত এজন ভব্যগব্য গম্ভীৰ পুৰুষ বহি আছে। কাৰো চিনিবলৈ বাকী নাথাকিল যে সেইজনেই বিখ্যাত সাহিত্যিক আৰু প্ৰথিত যশা অভিনেতা ইন্দ্ৰেশ্বৰ বৰঠাকুৰ।

আমাৰ অনুৰোধত তেখেতে সুধিলে "তহঁতৰ অভিনয় কিমান সময়ত আৰম্ভ হব? আমি কলো, '৮॥ বজাত। চাৰে আঠ বজাত।' অলপ আচৰিত যেন হৈ ক'লে, "বাৰু মই যাম, সৰহ ৰাতিলৈকে হলে থাকিব নোৱাৰোঁ।" বৰঠাকুৰ মাষ্টৰ যাব বুলি শুনি ছাত্ৰ অভিনেতাবিলাকৰ উৎসাহ দুগুণে বৃদ্ধি পালে, সেই অনুপাতে ভয়ো লাগিল। পিছে সৰহ ৰাতিলৈ নাথাকো বোলোতেও বৰঠাকুৰে প্ৰায় শেহলৈকে অভিনয় চালে।

পিছ দিনা কামত আনুষ্ঠানিকভাৱে যোগ দিয়াৰ পিছত নতুন প্ৰধান শিক্ষক আৰু সহকাৰী প্ৰধান শিক্ষক দুয়ো শ্ৰেণীয়ে শ্ৰেণীয়ে গৈ ছাত্ৰবিলাকৰ লগত দেখা কৰিছিল। নৱমমান শ্ৰেণীত গৈ কিমান ছাত্ৰ, কোন কিমান দূৰৰপৰা আহে ইত্যাদি কথা সুধি মোলৈ আঙুলিয়াই বৰঠাকুৰে হেড্মাষ্টৰক কলে, "I know this boy, his father is my old friend." মই আচৰিত হলোঁ। বৰঠাকুৰে মোক সৰু কালতে দেখিছিল তাৰ পিছত বহুত কাল দেখা নাই, মোক দেখিয়েই চিনি পোৱাষাৰ প্ৰকৃত কথা হব নোৱাৰে। তাতোকৈ ছয় সাত বছৰৰ চেহেৰাপাতিৰে সৈতে পোন্ধৰ যোল বছৰীয়া নৱযুৱকৰ চেহেৰাপাতি একে হৈ নাথাকে—তথাপি চিনিলে কেনেকৈ! পিছতহে গম পালো—আগদিনা অভিনয় চোৱাৰ কাৰণে নিমন্ত্ৰণ দিবলৈ যি পাঁচ ছয়জন ল'ৰা গৈছিলোঁ সেইকেইজন কোন, কাৰ ল'ৰা, সকলো কথাৰ সম্ভেদ

ওচৰত বহি থকা কেইজনৰপৰা সুধি লৈছিল। বৰঠাকুৰৰ শিক্ষক জীৱনৰ এইটো এটা বিশেষত্ব আছিল প্ৰতিজন ছাত্ৰৰ আঁতিগুৰি আৰু স্বভাৱ-চৰিত্ৰৰ সম্ভেদ ৰাখিছিল। কোন ছাত্ৰ ক'ৰ, কেনেকুৱা, কিহত ৰাপ এইবোৰ ভালকৈ জানিছিল। সংগীত, সাহিত্য, অভিনয়, আবৃত্তি আদিত অলপ অচৰপ ৰাপ থকা কাৰণেই আমি কেইজনমান ছাত্ৰ তেখেতৰ অধিক প্ৰিয়পাত্ৰ হবলৈ সক্ষম হৈছিলোঁ।

কেৱল প্ৰিয়পাত্ৰ হোৱাই নহয়, যাৰ যি বিষয়ত ৰাপ তাক সেই বিষয়ত উদগনি দি উধাবৰ কাৰণে সময়ে সময়ে উপদেশ নিৰ্দেশ দিছিল। খেল-পথাৰলৈ নিজেই প্ৰায়ে গৈ খেলোৱাৰ ল'ৰাহঁতক কেতিয়া কি কেনেকৈ কৰিব লাগে আগত থাকি থাকি শিকাইছিল আৰু অভ্যাস কৰাইছিল। এনেবোৰ কাৰণতে অতি দুষ্ট ল'ৰাকো বৰঠাকুৰে বশ কৰিব পাৰিছিল। স্কুলৰ বছৰেকীয়া বঁটা-বিতৰণী সভাত যিবোৰ গান আবৃত্তি কৰা হয় সেইবোৰৰ আখৰাত বৰঠাকুৰে স্কুল ছুটি হোৱাৰ পিছতো বহুত পৰলৈ ল'ৰাক তালিম দি পোনাই-পজৰাই দিছিল। তেখেতৰ এটা কিটিপ্ আছিল ল'ৰাক তালিম দি থাকোঁতে কেতিয়াও ভাল হোৱা বুলি নকৈছিল কিন্তু যেতিয়া সভা-সমিতিত গোৱা বা আবৃত্তি কৰা হৈ গৈছিল তেতিয়া ভাল বুলি প্ৰশংসা কৰি উদগাবলৈ নাপাহৰিছিল। তেখেতে তেজপুৰলৈ যোৱাৰ বছৰৰ বঁটা-বিতৰণী সভাত কোনে কি কৰিব তাৰ ভাগ বিতৰণ হওঁতে তেখেত উপস্থিত আছিল কিন্তু নিজে কোনো ল'ৰাৰ নাম উল্লেখ কৰি কাকো একো বাব নিদিছিল। ল'ৰাৰ মাজত ইটোৱে সিটোৰ নাম কৈছিল। মোৰ গাত ভাৰ পৰিছিল ইংৰাজী আবৃত্তিৰ—আবৃত্তিৰ বিষয় আছিল টেনিছনৰ 'The charge of the Light Brigade'। এই কবিতাটো আবৃত্তিৰ বাবে বৰ উপযোগী, তাতে বৰঠাকুৰে নিজে আবৃত্তিৰ আখৰাত থাকি আও-ভাও আৰু উচ্চাৰণ শিকাই দিছিল। আনবিলাক শিক্ষকৰ দুই এজনে ভাল হৈছে বুলি কলেও বৰঠাকুৰে একোটা দোষ উলিয়াই থাকে। অমুক ঠাইত তোৰ মাতটো চিঞৰ যেন শুনা গৈছে, পাছৰ বাৰ কৰ তমুক ঠাইত তই অলপ ৰব লাগিছিল—নোৰোৱাকৈ লৰ মাৰিলি ইত্যাদি একোটা 'বেয়া' শেষলৈকে থাকিল। সভাত সম্মানিত অতিথিস্বৰূপে উপস্থিত আছিল জিলাৰ চাহাব উপাযুক্ত খুব সম্ভৱ চি. এচ্.

গানিং। ভাল আবৃত্তি কৰা বুলি পুৰস্কাৰো পালোঁ। পিছদিনা বৰঠাকুৰ মাষ্টৰক যেতিয়া লগ পালো তেতিয়াহে কৈছিল, "তোৰ recitation কালি গানিং চাহাবে ভাল হোৱা বুলি কৈছে অ'।" অৰ্থাৎ তেখেতে নিজে ভাল বুলি নকৈ চাহাবে কোৱাষাৰ যেন কৈছে। সেই দিনত ল'ৰা-ছোৱালীক সমুখত প্ৰশংসা কৰাযাৰ অনুচিত কথা বুলি ভাবিছিল। আগেয়ে মাক-দেউতাকেও নিজৰ ল'ৰা-ছোৱালীক সমুখতহে নালাগে লোকৰ আগতো প্ৰশংসা কৰি গুণ নাগাইছিল। আজিকালি সমুখতহে গুণগাই পাৰ নাপায়, এনে মাক-দেউতাক বহুত লগ পাইছোঁ। কোনটো ভাল কোনটো বেয়া ঈশ্বৰেহে জানে।

বৰঠাকুৰ চাৰে আমাক ইংৰাজী পঢ়াইছিল। কলিকতা বিশ্ববিদ্যালয়ৰ ইংৰাজীৰ গদ্য-বাছনিখনত 'Emperor's only wife' নামৰ এটা পাঠ আছিল। ছাজাহান আৰু বেগম মমতাজৰ কাহিনী আৰু তাজমহল নিৰ্মাণৰ কথাই আছিল তাৰ বিষয়বস্তু। বৰঠাকুৰে পোন প্ৰথমে আমাক এই পাঠটোকে পঢ়াইছিল। সেই পঢ়োৱাৰ ৰকমেই বেলেগ। তেখেতে পোনতে আমাক কৈ গৈছিল, "Do not use any keybook, I am your living key." প্ৰকৃততে তেখেতে পঢ়োৱা পাঠকিটাৰ কাৰণে আমাৰ সহায়িকা-পুস্তক বা সহজীকৃত-পুস্তকৰ প্ৰয়োজন নহৈছিল। সবাতোকৈ তেখেতে পঢ়োৱা ঘণ্টাটো কেতিয়া শেষ হয় গম পোৱা নগৈছিল। মাজে মাজে হাঁহি উঠা কথাৰে গোটেইজাক ল'ৰাকে হুহুৱাছিল আৰু অভিনেতা-সুলভ বচন-ভংগীৰে একোষাৰ বাক্যৰ দৃঢ়োক্তি কৰিছিল। তেখেতৰ অধ্যাপনাৰ মাজতো অভিনেতাজনে মাজে মাজে ভুমুকি মাৰিছিল। পাঠটোৰ 'Emperors only wife' এই শিৰোনামাষাৰ উল্লেখ কৰোঁতেই 'only'ৰ ওপৰত বিশেষ বলাধান কৰি এনেভাৱে উচ্চাৰণ কৰিছিল যে মোগল বাদছাহৰ এগৰাকী মাথোন পত্নী থকাটোৱেই যেন উল্লেখযোগ্য কথা আৰু লিখকজনৰো যেন উদ্দেশ্যও সেইটোৱেই আছিল। তেখেতৰ ইংৰাজী উচ্চাৰণো ভাল আছিল। ইংৰাজীৰ বাহিৰে বৰঠাকুৰে অন্য শিক্ষকৰ অনুপস্থিতিৰ সুৰুঙা হিচাপে সংস্কৃত আৰু বুৰঞ্জীৰ শ্ৰেণীত উপস্থিত হোৱা আমাৰ মনত পৰিছে। সুৰুঙা-পূৰোৱা হলেও পালমৰা বিধৰ কাম তেখেতে নকৰিছিল। তেখেতৰ সংস্কৃত উচ্চাৰণ শুদ্ধ আৰু শুশ্ৰাব্য আছিল। সংস্কৃতৰ এনে শুশ্ৰাব্য হৃদয়স্পৰ্শী

উচ্চাৰণ আমি ইন্দ্ৰেশ্বৰ বৰঠাকুৰ মাষ্টৰৰ মুখতেই প্ৰথম শুনিবলৈ পাওঁ আৰু তাক যৎপৰোনাস্তি অনুকৰণ কৰিবলৈকো যত্ন কৰিছিলোঁ। অসম ছাত্ৰ সম্মিলনৰ ১৯২৮ চনৰ তৰুণৰাম ফুকনৰ সভাপতিত্বত হোৱা তেজপুৰ অধিবেশনৰ কাৰণে মোৰ ভাগত সংস্কৃত আবৃত্তিৰ ভাগ পৰিছিল। ইয়াৰ কাৰণে মই নিজেই ৰাৱণকৃত শিৱ-তাণ্ডৱ স্তোত্ৰটো বাচি লৈছিলোঁ। এই স্তোত্ৰটোৰ ছন্দ, ৰচনাত আৰু তাৰ শব্দ বিন্যাসত অৰ্থৰ অনুৰণন আছে। তাণ্ডৱ-নৃত্যৰ আভাস এটা শব্দৰ ঝংকাৰতে ফুটি উঠে। ইয়াৰ অৰ্থ শিকি লৈছিলোঁ তেজপুৰ হাইস্কুলৰ তেতিয়াৰ সংস্কৃত শিক্ষক বিদগ্ধ পণ্ডিত স্বৰ্গীয় লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী মহাশয়ৰপৰা। আবৃত্তি কৰাৰ উচ্চাৰণ ঠেও আৰু আওভাও শিকাই দিছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰে, কিন্তু লগতে মোক এইষাৰো কৈছিল "তৰুণ ফুকনৰ আগত তই কি শিৱতাণ্ডৱ স্তোত্ৰৰ আবৃত্তি কৰিবি ?" পিছত তেখেতৰ তালিম লৈয়ে সম্মিলনৰ দ্বিতীয় দিনা তৰুণ ফুকনৰ সমুখতে মঞ্চত এই আবৃত্তি কৰিলোঁ, শুনোতাসকলেও পিছত খুব শলাগিছিল। বৰঠাকুৰ চাৰক সুধিলোগৈ 'চাৰ কেনে হ'ল ?' তেখেতে পিঠিত চকা এটা মাৰি কলে 'ভাল হৈছে যা।' ১৯২৯ চনৰ জুলাই মাহত কটন কলেজৰ নৱাগত সম্মিলনত এই স্তোত্ৰটোৰ আকৌ আবৃত্তি কৰিছিলোঁ। আবৃত্তিৰ শেহত মই এঠাইত থিয় হৈ আছিলোঁ। অধ্যাপক পি. চি ৰায় সেই-খিনিলৈকে আহি মোৰ আবৃত্তিৰ কথা শলাগি কলে "তুমি এই স্তোত্ৰৰ আবৃত্তি ক'ৰপৰা শিকিছিলা ?" মই ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ নাম কোৱাত তেখেতে কৈছিল, 'My congratulation goes to Mr. Barthakur as well, tell him' পিছত কেতিয়াবা এদিন বৰঠাকুৰ চাৰক লগ পাই এই কথাষাৰ কৈছিলোঁ। তেখেতে মিচিকাই হাঁহিলে মাথোন, একো নকলে। এই আবৃত্তিৰপৰা শলাগ যি পালো পালো, গল কথা গুচিল। তাতোকৈ ব্যক্তিগতভাৱে মোৰ এটা ডাঙৰ লাভ হ'ল। এই আবৃত্তিৰ বলতে কলেজলৈ অহাৰ অলপ পিছতে কলেজৰ প্ৰায় ছাত্ৰৰ আৰু সকলো অধ্যাপকৰ মাজত মই জনাজাত হৈ পৰিলোঁ।

স্কুলৰ সৰস্বতী পূজাৰ প্ৰতিমা সাজিছিল বৰঠাকুৰে নিজে। এই কামত ভালকৈ ছবি আঁকিব পৰা ছাত্ৰ কেইটামানক যোগালি বা পালি কৰি লয়।

উদ্দেশ্য দুটা—তেখেতৰ কামত সহায়ো হয় লগতে শিল্পীমনা ছাত্ৰ কেইজনৰ প্ৰেৰণা আহে আৰু শিক্ষা পায়। প্ৰতিবাৰে মনত আছে সৰস্বতী প্ৰতিমাৰ ৰকম বেলেগ বেলেগ হয়। এবাৰ মনত আছে তেজপুৰ হাইস্কুলৰ সৰস্বতী প্ৰতিমাত কাব্য-সৰস্বতীৰ আবিৰ্ভাৱ দেখুৱা হৈছিল। পৰ্বতীৰ ওপৰত ভাগত সৰস্বতী, তলভাগত বাল্মীকি মুনিৰ কোলাত শৰ বিদ্ধ ৰক্তাক্ত ক্ৰৌঞ্চ পক্ষী, অলপ উৰ্ধত বিলাপ-চঞ্চল লগৰীয়া ক্ৰৌঞ্চ। ওপৰত ধেনুভিৰীয়াকৈ লিখা আছিল মুনিমুখনিঃসৃত বিশ্বসাহিত্যৰ প্ৰথম শ্লোক—"মা নিষাদ ত্বমগমঃ শাশ্বতীঃ সমাঃ ইত্যাদি।" এই প্ৰতিমাই তেজপুৰত খনিকৰ বৰঠাকুৰৰ যশস্যা মুখে মুখে বিয়পাই দিছিল। মই যেতিয়া কলেজৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ আছিলো, স্বৰস্বতী পূজাৰ সম্পাদকৰ ভাৰ মোৰ ওপৰত পৰিছিল। সেইবাৰ এই একে আৰ্হিতে ছবি এখন আঁকাই উজানবজাৰৰ অসমীয়া খনিকৰ এজনৰ হতুৱাই ( নামটো পাহৰিছো ) প্ৰতিমা গঢ়াইছিলোঁ। খনিকৰজনেও বঢ়িয়াকৈ আশানুৰূপভাৱে প্ৰতিমাখন যথা চিত্ৰ গঢ়ি দিছিল। সেইবাৰ ছাত্ৰ আৰু অধ্যাপকসকলে প্ৰতিমাৰ ভূয়সী প্ৰশংসা কৰিছিল। মূলতে সেই প্ৰশংসা প্ৰাপ্য আছিল অন্তৰ্গত ভাবৰ যোগান দিওঁতা ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ।

বৰঠাকুৰ স্কাউট-মাষ্টৰো আছিল। স্কাউটবিলাকক লৈ মাজে মাজে দেওবৰীয়া বহিঃভ্ৰমণৰ কাৰ্যক্ৰম একোটা তেখেতৰ স্কাউট শিক্ষাৰ ভিতৰুৱা আছিল। সাধাৰণতে তেজপুৰৰ আশে-পাশে থকা ঐতিহাসিক গুৰুত্ব থকা ঠাইবোৰেই এই ভ্ৰমণৰ দৰ্শনীয় স্থান আছিল। সেই আটাইবোৰৰ কথা ভালকৈ মনত নপৰে, মাথোন এদিনৰ কথা মনত আছে। সেইদিনা আমাৰ স্কাউটৰ দলটো লৈ তেখেত তেজপুৰৰ পূবে থকা বামুণী পাহাৰলৈ গৈছিল। বামুণী পাহাৰত প্ৰাচীন অসমৰ, সম্ভৱতঃ শালস্তম্ভ শাসনৰ কালৰ; শিলৰ মন্দিৰৰ অসংখ্য ভগ্নাৱশেষ আৰু ভগ্ন, অৰ্ধভগ্ন শিলৰ মূৰ্তি গোটেই পৰ্বতময় সিঁচৰিত হৈ আছে। তেতিয়া ৰক্ষণাবেক্ষণৰ সুব্যৱস্থা নাছিল। আমি যোৱাৰ অলপ দিন আগতে গহৰা-গজা হাবিবনবোৰ কাটি মুকলি কৰা হৈছিল। সেইদিনা আমাৰ বহিঃভ্ৰমণ কাৰ্যক্ৰমত আৰু এজন বিশিষ্ট লোক লগৰীয়া আছিল, তেখেত হ'ল সাহিত্যকাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱা। বৰঠাকুৰ আৰু গোহাঞিবৰুৱা দুয়োজনেই এচটা ডাঙৰ শিলত বহি

আলোচনাত মগ্ন হ'ল। তেখেতসকলৰ মাজত আলোচনাৰ বিষয় হৈছিল— ধ্বংসাৱশেষবোৰ কোনো মন্দিৰৰ নে ৰাজভৱনৰ। বৰঠাকুৰৰ মত আছিল যে ই নিশ্চয় শিৱমন্দিৰ আছিল। গোহাঞিবৰুৱাৰ মনেৰে ই মন্দিৰ নহয় বাণ ৰজাৰ কন্যা উষাৰ হাউলি। এই লৈ দুয়ো নিজ নিজ মতৰ হৈ যুক্তি দৰ্শাইছিল। যুক্তিবোৰ মনত নাই। মাজতে আমাক পৰ্বতৰ কেউফালে পিয়াপি দি পদ্মাসনত বহি থকা কোনো মূৰ্তি আছে নে চাবলৈ পঠালে। পদ্মাসনত কেনেকৈ বহে দেখুৱাই দিছিল আৰু তেনেকৈ বহি থকা মূৰ্তি পালেই আমাক জনাবলৈ কৈছিল। সেই নিচিনা মূৰ্তি বুদ্ধমূৰ্তি হব পাৰে আৰু তেনে বুদ্ধ মূৰ্তি পালে মন্দিৰৰ কাল নিৰ্ণয় কৰাত সুবিধা হব। গোটেই পৰ্বত পিতপিতকৈ বিচাৰিও ভগা চিগা অৱশেষবোৰৰ মাজত তেনে পদ্মাসনস্থ মূৰ্তি আমি নেদেখিলোঁ। দুই সাহিত্যিক আৰু বুৰঞ্জীপ্ৰেমী কি সিদ্ধান্তত উপনীত হ'ল নাজানো কিন্তু আমাৰ অন্তৰত পুৰাতত্ত্ব আৰু মূৰ্তি-তত্ত্ব সম্বন্ধে অজ্ঞাতে অনুসন্ধিৎসাৰ বীজ উপ্ত হৈছিল।

তেজপুৰত আমি স্কুলত পঢ়া দিনত উষা ছাত্ৰসভা নামৰ এটি অনুষ্ঠান চলি আছিল। আজিকালি সেই সভাৰ নাম গোন্ধ আছে নে নাই নাজানো। এই সভাৰ প্ৰতি দেওবাৰে বাণ-মঞ্চৰ প্ৰেক্ষাভৱনত একোখন আলোচনা সভা হৈছিল। তাৰ ছাত্ৰ-সদস্যবিলাকে এটা বিশেষ বিষয়ত ৰচনা পাঠ, কবিতা পাঠ আৰু বক্তৃতা কৰিছিল। এই সভাৰ স্থায়ী সভাপতি আছিল কলীবাবাৰ স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মা বি. এল.। তেতিয়া তেখেত চৰকাৰী উকীল হোৱা নাছিল। প্ৰতি দেওবাৰে তেখেতৰ মুখৰপৰা একোটা বিষয়ত মূল্যবান আলোচনা আৰু উপদেশ শুনিবলৈ পাইছিলোঁ। ছাত্ৰবিলাকৰ উপকাৰৰ কাৰণে দেওবাৰ দুপৰীয়া হেন জিৰণিৰ সময়কণ নষ্ট কৰি তেখেত উষা ছাত্ৰ সভাত প্ৰতি বৈঠকতে উপস্থিত হৈছিল। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ তেজপুৰলৈ অহাৰ পিছত তেখেতেও মাজে মাজে এই সভাত যোগ দি ছাত্ৰসকলক উৎসাহিত কৰিছিল। তেখেত তেজপুৰলৈ অহা বছৰ ১৯২০ চনত উষা ছাত্ৰ সভাৰ উদ্যোগত জয়মতী উৎসৱ উপলক্ষে যি বিপুল সমাৰোহ হৈছিল তাৰ কাৰ্য সূচীত "ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ উক্তি" বুলি এটা বিশেষ বিষয় আছিল। সেই বক্তৃতাত তেখেতে ৰাজপুত বীৰাংগনাসকলৰ দৃষ্টান্ত দি জয়মতীৰ আত্ম-

ত্যাগৰ তুলনামূলক উদ্দীপনাময়ী এটি ভাষণ দিছিল আৰু ৰাজপুতসকলৰ নিচিনাকৈ জয়মতী উৎসৱৰ দিনা অসমীয়া ভাই-ভনীয়েও ৰাখীবন্ধনৰ নিয়ম প্ৰৱৰ্তন কৰিব লাগে বুলি এটি সূচনা আগবঢ়াইছিল। বক্তৃতাৰ শেষত ৰাখী-বন্ধন প্ৰৱৰ্তন কৰি এটি সৰুসুৰা অনুষ্ঠান হৈ গ'ল আৰু পোন প্ৰথমে এজনী সৰু ছোৱালীয়ে তেখেতক ৰাখী-বান্ধি দিছিল। এই বক্তৃতাৰ এটা বিশেষ প্ৰভাৱ পৰিছিল আৰু তেজপুৰীয়া ৰাইজে মুখে মুখে বৰঠাকুৰৰ গুণ-গৰিমা গাইছিল। তেজপুৰৰ স্কুলীয়া জীৱনত দুজন বক্তাৰ মুখত অসমীয়া ভাষাত উচ্চ-কোটিক ভাষণ শুনাৰ সৌভাগ্য ঘটিছিল, এজন স্বৰ্গীয় মহাদেৱ শৰ্মা আৰু আনজন ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। অসমীয়া ভাষাত ভাষণ দিয়া সম্পৰ্কত দুয়োজনেই আমাৰ প্ৰেৰণাৰ স্থল আছিল। আজি সেই কথা সুঁৱৰিও আনন্দ পাওঁ।

১৯১৮ চনত তেজপুৰত হোৱা ছাত্ৰ সম্মিলনত গোৱা গানৰ ভিতৰত দুটা গানৰ কথা মনত আছে, এটা আৰম্ভণী গীত আৰু আনটো সামৰণী গীত। আৰম্ভণী গীতটিৰ ৰচনা আৰু সুৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ। গীতটি আজিও সৰবৰহী হৈ আছে, তাৰ প্ৰথম শাৰী হৈছে—"কোন কোন আহিছ আইক পূজিবলৈ, আইৰ পূজাৰ বেলি হ'ল।" জ্যোতিপ্ৰসাদ সেই সময়ত ফ্ৰান্সৰ পেৰি চহৰত আছিল হব পায। তাৰপৰাই গানটো ৰচনা আৰু সুৰ সংযোজনা কৰি স্বৰলিপি সহ ভায়েক কমলাপ্ৰসাদ আগৰৱালালৈ পঠাই দিছিল। সামৰণী গীতটি আছিল বেজবৰুৱাৰ 'অ' মোৰ আপোনাৰ দেশ'। এই গীতটি তেতিয়াও অসমৰ জাতীয় সংগীতৰূপে যি গৃহীত হোৱা নাছিলেই এনেয়ে জাতীয় ভাবাত্মক গীত হিচাপেও প্ৰধান হৈ উঠা যেন মনত নপৰে। সম্মিলনৰ সামৰণী গীত হিচাপে গাবলৈ বেজবৰুৱাৰ কদমকলিত থকা এই গীত-কবিতা কেই ফাকি বাছি দিছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰে। বৰঠাকুৰেই তাৰ সুৰ এটা সংযোজনা কৰি ল'ৰাহঁতক শিকাইছিল। পিছে শেহলৈকে বৰঠাকুৰে লগাই দিয়া সুৰটো সম্পূৰ্ণ তেনেকৈয়ে নাথাকিল। সেইটো সুৰৰ অ'ত ত'ত অলপ ডি. এল. ৰায়ৰ গানৰ সুৰৰ ছিটিকনি থকা যেন পাই কমলাপ্ৰসাদ আগৰৱালা আৰু বিষ্ণুপ্ৰসাদ ৰাভাই সামান্য ইফাল সিফাল কৰি দিলে। আজিলৈকে প্ৰায় সেই সুৰেই প্ৰবৰ্তিত হৈ আছে। অসমৰ জাতীয় সংগীত ৰূপে 'অ'মোৰ আপোনাৰ দেশ' গীতটো বাছি উলিওৱা, সুৰ দিয়া আৰু প্ৰৱৰ্তন কৰাৰ গুৰিতে যশস্যা গাব

লাগিব ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ। এই কথা আজি কোনেও নাজানে, কিন্তু তেজপুৰৰ কমলাপ্ৰসাদ আগৰৱালা, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী প্ৰভৃতি বন্ধুবৰ্গই ইয়াৰ সাক্ষ্য দিব পাৰিব। তেজপুৰ ছাত্ৰ সম্মিলনত গাওঁতে গীতটোৰ শেহৰ 'ৰাতাতা তাতাতা' অংশও গোৱা হৈছিল। পিছত জাতীয় সংগীত হোৱাত এই অংশ বাদ পৰিল।

তেজপুৰ এসময়ত শীৰ্ষ স্থানীয় সাহিত্যিকসকলৰ সংগমস্থল হোৱাদি হৈ পৰিছিল। সাহিত্য কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱাকে প্ৰমুখ্য কৰি দণ্ডিনাথ কলিতা, বসন্ত বৰুৱা, বেণুধৰ দাস, লম্বোদৰ কলিতা, লক্ষ্মীকান্ত মিশ্ৰভাগৱতী, লক্ষ্মীধৰ শৰ্মা, জ্যোতিপ্ৰসাদ আগৰৱালা আৰু ছাত্ৰসকলৰ ভিতৰতো বিজয় ভাগৱতী, বিষ্ণুপ্ৰসাদ ৰাভা, কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী, সুৰেন্দ্ৰনাথ বৰুৱা, শৰৎচন্দ্ৰ কাকতি আদি বহুত সাহিত্যিক আৰু সাহিত্যানুৰাগী প্ৰায়ে একোটা উপলক্ষে সমবেত হৈছিল। এনে সময়তে ইন্দ্ৰেশ্বৰ বৰঠাকুৰ তেজপুৰৰ এই সাহিত্যিক মণ্ডলত সভা-শুৱনি হৈ বহিলহি, তেজপুৰ সাহিত্যিক গোষ্ঠীৰ সৌষ্ঠৱ দুগুণে বৃদ্ধি হ'ল। তেজপুৰ হাইস্কুলৰ ছাত্ৰসকলৰ সৌভাগ্য যে দণ্ডিনাথ কলিতা, বেণুধৰ দাস, বসন্ত বৰুৱা আৰু লক্ষ্মীকান্ত মিশ্ৰভাগৱতী আৰু পিছত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ এটাই কেউগৰাকী এই স্কুলৰে শিক্ষক আছিল। এনে সাহিত্যিক ভৰা শিক্ষক গোষ্ঠী খুব কম স্কুলৰ ভাগ্যতহে ঘটিছিল। এইসকলৰ কিতাপ বা প্ৰবন্ধ ওলালেই আমাৰ সাহিত্যানুৰাগী ছাত্ৰবিলাকৰ মাজত উৎসাহৰ ঢল উঠে। দণ্ডিনাথ কলিতাৰ সাধনা উপন্যাস আৰু দীপ্তি, বসন্ত বৰুৱাৰ বুকাৰ ওৱাচিংটনৰ জীৱনী, ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ শ্ৰীবৎস-চিন্তা নাটক এই সময়তে ছপা হৈ ওলাইছিল। শ্ৰীবৎস চিন্তাৰ ৰচনা-কাল ১৯২০/২১ মান হব। এই নাটকৰ অভিনয়ো তেনে সময়তে কেইবাবাৰো যোৰহাট ৰংগমঞ্চত হৈ গৈছিল। ছপা হৈ ওলাওঁতে ১৯২৮ চন পালেগৈ। এই নাটকৰ অভিনয় তেজপুৰৰ বাণষ্টেজতো হৈছিল, তাতো বৰঠাকুৰে শ্ৰীবৎসৰ ভাও লৈছিল। ছপা হৈ ওলোৱা নাটকখন পঢ়িবলৈ পাই আমাৰ বৰ ভাল লাগিছিল। তেখেতে মোক এখন উপহাৰ দিছিল। সেইখনকে লৈ পিছত কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া এম. এ. শ্ৰেণীত পাঠ্যৰূপে পঢ়াব লগা হওঁতে ব্যৱহাৰ কৰিছিলোঁ। দুৰ্ভাগ্য যে সেইখন আজি মোৰ হাতত নাই, কি হ'ল, কোনে নিলে বা ক'ত হেৰুৱালোঁ কব নোৱাৰোঁ। শ্ৰীবৎস-চিন্তা এম. এত

নাটকৰ পাঠ্যৰ কাৰণে নিৰূপিত হৈছিল। ড° বিৰিঞ্চিকুমাৰ বৰুৱাই সলনি কৰি নতুনকৈ নিৰূপিত কৰা পাঠ্য পুথি কেইখন ভাল হোৱা নাই বুলি সমালোচনা কৰি মোলৈ চিঠি দিছিল কিন্তু শ্ৰীবৎস-চিন্তাক অন্তৰ্ভুক্ত কৰা উচিত হোৱা বুলিয়েই তেখেতে লিখিছিল। তেখেতে লিখিছিল, "শ্ৰীবৎস-চিন্তা নাটকত্ এটা Claasical touch আছে আৰু সাহিত্যৰ ফালৰপৰা সেই সময়ত ৰচনা কৰা নাটকৰ ভিতৰত এখন উৎকৃষ্ট নাটক।"

বৰঠাকুৰে লিখা আন এখন নাটক 'সতী' বাণ ৰংগমঞ্চত অভিনীত হৈছিল। নাটকৰ বিষয়বস্তু আছিল দক্ষযজ্ঞ আৰু সতীৰদেহত্যাগ। বৰঠাকুৰে নিজে নন্দীৰ ভাও লৈছিল। এই নাটকতো বৰঠাকুৰৰ আন পৌৰাণিক নাটকৰ দৰেই কাহিনীৰ অন্তৰালত থকা এটা আদৰ্শক উজ্জ্বল কৰিবলৈ চেষ্টা কৰা হৈছে। সিংহাসন নাটকতো তেনে এটা সাৰ্থক চেষ্টা বৰ্তমান। "শ্ৰীবৎস-চিন্তা অলপ ব্যতিক্ৰম যদিও একোটা আদৰ্শময় চৰিত্ৰ চিত্ৰণ কৰাত নাট্যকাৰৰ নিপুণতা প্ৰকাশ পাইছে।

নাটক সম্বন্ধে বৰঠাকুৰে এলানি প্ৰবন্ধ লিখিছিল ১৯৪০/৪২ চন মানত। প্ৰবন্ধৰ নাম আছিল পঞ্চপ্ৰদীপ আৰু নাটক সম্বন্ধে লিখা ছোৱাৰ 'নাটৰ হৈ এগছী' বুলি উপ-শিৰোনামা দিছিল। এই প্ৰবন্ধটোয়ে তেখেতৰ চিন্তাশীল মন আৰু অধ্যয়নপ্ৰাপ্ত বিপুল সম্ভাৰৰ সৌষ্ঠৱ বহন কৰিছিল।

চৰকাৰী শিক্ষকতাৰপৰা অবসৰ লৈ বৰঠাকুৰে দুই এখন সাহায্য-প্ৰাপ্ত আৰু নকৈ প্ৰতিষ্ঠিত স্কুলৰ প্ৰধান শিক্ষকৰূপে নিজৰ অভিজ্ঞতা আৰু দক্ষতাৰ সুপ্ৰয়োগ কৰিছিল। সম্পূৰ্ণ জিৱনি লৈ সাহিত্যচৰ্চা কৰাৰ সুযোগ তেখেতে নাপালেই বুলিব লাগে। সাংসাৰিক আৰু বৈষয়িক ক্ষেত্ৰত তেখেত বৰ মনোযোগী নাছিল। আমি ঘৰুৱাভাৱে শুনিছিলোঁ যে তেখেত গান-বাজনা, অভিনয় আদিত মগ্ন থকা অৱস্থাত সংসাৰ চলাৰ ব্যৱস্থা কি আছে খবৰ লবলৈকে সময় বা মন এটাও নাছিল। খৰিৰ অভাৱত তেখেতৰ পৰিবাৰে হেনো চকোৱা ভাঙি ভাত ৰন্ধাৰ দিহাও কেতিয়াবা কৰিব লগা হৈছিল। এনেবোৰ কাৰণতেই হব পায় সঞ্চিত ধন নাছিল, তাতে পৰিয়ালটোও সৰু নাছিল। বাধ্য হৈ অৱসৰ লৈয়ো ঠায়ে ঠায়ে প্ৰধান শিক্ষকতাৰ ভাৰ লব লগা হৈছিল। হলেও এই সময়খিনি চাকৰি কৰিয়ে কটোৱা নাছিল। তেখেতৰ

'চন্দ্ৰমল্লিকাৰ' সৰহ ভাগ কবিতা অৱসৰ প্ৰাপ্ত কালত লিখা। কলিকতা বিশ্ববিদ্যালয়ত কাম কৰোঁতে গৰমৰ বন্ধত মই প্ৰায়ে ঘৰলৈ গৈ যোৰহাটত থাকোঁ। সেই সময়ত তেখেত চোলাধৰাত আমাৰ ঘৰৰ ওচৰতে ভাড়া ঘৰ এটাত আছিল। আবেলি আবেলি গৈ সেই কবিতাবিলাক মই শুনিব লগা হৈছিল আৰু শুনি একোটা মন্তব্য দিবলৈকো মোক তেখেতে বাধ্য কৰিছিল। চন্দ্ৰমল্লিকাৰ কিছুমান কবিতাই অসমীয়া কবিতাৰ উৎকৃষ্ট শ্ৰেণীৰ ভিতৰতে স্থান পাব তাত সন্দেহ নাই। এই সময়তে ঘটোৎকচ আৰু ভগদত্তৰ কুৰুক্ষেত্ৰ যুদ্ধলৈ যাত্ৰা কৰাৰ বৰ্ণনাৰে এখন কাব্য আৰম্ভ কৰি মোক শুনাইছিল।

এই সৰ্বগুণী পুৰুষজনে জীৱদ্দশাত ৰাইজৰপৰা যিমানখিনি শ্ৰদ্ধাৰ অৰ্ঘ্য পাব লাগিছিল সিমান নাপালে যেন অনুভৱ হয়। মৃত্যুৰ পিছত বৰ্তমান চামৰ সাহিত্যিকসকলে নামটোহে কেৱল শুনিছে। তেখেতৰ সাহিত্য-কৃতিৰ আলোচনা-বিলোচনা হব লাগে, কিন্তু হোৱা নাই।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰ এজন বিখ্যাত অভিনেতাৰূপেই আজি অসমীয়া মানসত তিষ্ঠি আছে। পিছে বৰঠাকুৰৰ অভিনয়-যুগ কেতিয়াবাই পাৰ হ'ল। অভিনেতাৰ যশস্যাৰ কাল পৰিধি স্বভাৱতে অলপীয়া। সৰ্বগুণী হবলৈ যোৱাৰ বিপদো আছে, সৰ্বগুণী মানুহৰ সংখ্যা সমাজত বিৰল। পিছে তেনে মানুহৰ কীৰ্তিভাগ্য পোন নহয়। বহু বিষয়ত কৃতিত্ব দেখুৱাজনৰ প্ৰতি সমাজ মুগ্ধ হয় কিন্তু পিছত লেখ লওঁতে কোনো বিষয়তে শীৰ্ষস্থানত তেনেজনৰ নাম নুঠে। অকল নাট্যকাৰ হৈ থকাহেঁতেন আৰু নাট সাহিত্যত নিজ প্ৰতিভা নিয়োগ কৰাহেঁতেন কি জানি আজি অসমীয়া সাহিত্যৰ নাট্য বুৰঞ্জীত ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ নাম স্বৰ্ণোজ্জ্বল হৈ থাকিলহেঁতেন আৰু সৰ্বাগ্ৰগণ্য নাট্যকাৰ বুলি খ্যাতি থাকিলহেঁতেন। এতিয়া তেখেতৰ অন্যান্য গুণাৱলীৰ কথা সুঁৱৰিবলৈ যাওঁতে সাহিত্যৰ প্ৰতি অবদানৰ কথা তল পৰি যোৱাৰ দৰে হয়। তেখেত সংগীতজ্ঞ আছিল, অভিনেতা আছিল, তবলা-বাদক আছিল, চিত্ৰকৰ আছিল, খনিকৰ আছিল, প্ৰথিত-যশা শিক্ষক আছিল যদিও আজি সেইবোৰ গুণৰ চাক্ষুষ চিন-মোকাম নাই—আছে নাটক কবিতা বা প্ৰবন্ধাৱলী। সেইবোৰৰ চৰ্চা হওক, অপ্ৰকাশিত গ্ৰন্থকেইখনো ৰাইজে হাতত লৈ পঢ়িব পৰাৰ দিহা হওক এই কামনাৰেই মোৰ জীৱনৰ বহুসংগমৰ বৰঠাকুৰ প্ৰসংগ সামৰণি মাৰিলোঁ।□

# বুৰঞ্জীপ্ৰাণ বেণুধৰ শৰ্মা

পঢ়াশলীয়া পুথিৰ চৌৰ্সামা পাৰ হৈ অসমীয়া সাহিত্যৰ মুকলি পথাৰলৈ ওলাবলৈ মোক পোন পহিলতে বাট পোনাই দিছিল শ্ৰদ্ধেয় বেণু দাইটিয়ে। পঢ়া দিনত কলিকতাৰপৰা চাৰিঙৰ ঘৰলৈ যাওঁতে কেতিয়াবা পোন-ছাটেই আমাৰ যোৰহাটৰ ঘৰত কেইদিনমান আলহী থাকি গৈছিল। এবেলি লগত লৈ আহিছিল তপতে-তপতে ছপা হৈ ওলোবা 'ৰবিঞ্চন ক্ৰুচ'ৰ তেখেতে কৰা অসমীয়া ভাঙনীখন। মই তেতিয়া পাঠশালা স্কুলৰ তৃতীয়মানৰ ছাত্ৰ আছিলোঁ কি, নাছিলোঁ। বেণু দাইটিয়ে তাৰে এখন কিতাপ মোৰ হাতত দি পঢ়িবলৈ কৈছিল। মইও কিতাপখন পায়ে পূৰ্ণ উদ্যমে পঢ়িবলৈ লাগি গৈছিলোঁ। পঢ়োঁতে ৰবিঞ্চন ক্ৰুচ' নুবুলি ক্ৰুচ্ বুলি পঢ়া মোৰ মনত আছে। নাপিতে তেখেতৰ চুলি কাটি আছিল এনেতে মোৰ পঢ়াৰ শব্দৰ ঢৌ তেখেতৰ কাণত পৰিল। চুলি কটাৰপৰাই তেখেতে—হেৰ', ক্ৰুচ্ নহয়, ক্ৰুচ' বুলি শুধৰাই দিয়া আজিও মোৰ মনত আছে।

আজি যিমানখিনিলৈকে মনে ঠাকুটীয়াই পায়, ৰবিঞ্চন ক্ৰুচ'ৰ অসমীয়া ভাঙনীখনেই মোৰ অসমীয়া সাহিত্যৰ অধ্যয়নৰ দীক্ষা-পুথি বুলি সোঁৱৰণ হয়। তাৰ আগেয়ে 'বাহিৰা কিতাপ' বোলা কিবা পঢ়িছিলোঁ নে নাই মনত নপৰে। সেই কেইদিন মন পুতি ৰবিঞ্চন ক্ৰুচ'ৰ নিৰ্জন দ্বীপত বিচৰণ কৰাৰ ফলত বেণু দাইটি আৰু ৰবিঞ্চন ক্ৰুচ' মোৰ মানত একেটা মানুহ যেন হৈ পৰিছিল। প্ৰায় অৰ্ধশতাব্দীতকৈও অধিক কাল উকলি যোৱাৰ পিছত সেই সাত-বছৰীয়া মনৰ ৰিজনিটো পাকে প্ৰকাৰে যথাযথ আছিল বুলিয়েই আজি ধাৰণা হৈছে। আজিৰ বুৰঞ্জীবিদ্ আৰু উৎকৃষ্ট মোহনীয় গদ্যকাৰ বুলি



*বুৰঞ্জীপ্ৰাণ বেণুধৰ শৰ্মা*

মহতী প্ৰতিষ্ঠাৰ গৰাকী বেণুধৰ শৰ্মা, ভাবি চালে, একালত চাৰিং দ্বীপকল্পৰ ৰবিঞ্চন ক্ৰুচ'ই আছিল।

কালৰ বোল আৰু চেকা দুয়োটা বুকুত লৈ থকা বুৰঞ্জী প্ৰসিদ্ধ ঠাই চাৰিং। সমৃদ্ধি আৰু সুখৰ কালৰ পুৰণি কথা কবলৈ গ্ৰামবৃদ্ধসকলৰ অভাৱ নাছিল। অসম মুলুকৰ একালৰ ঐৰাৱত সদৃশ পুৰুষ মণিৰাম বৰভাণ্ডাৰ বৰুৱাও এই চাৰিঙতে উপজিছিল আৰু বিৰাজ কৰিছিল। আজিৰ দিনৰ কেইবাজনো লব্ধপ্ৰতিষ্ঠ সাহিত্যিক বা লেখকসকলৰ পূৰ্বজসকলৰ ওপজা-ঠাই এই চাৰিঙেই। বাগ্মীবৰ নীলমণি ফুকন, কবি যতীন দুৱৰা, কবি আৰু শিক্ষাবিদ পদ্মধৰ চলিহা, নাট্যকাৰ নকুল ভূঞা প্ৰভৃতি বহুতৰ আদি-গাঁও বুলি চাৰিঙে মান-যহ পাব। পিছে, হলে কি হব, বেণুধৰ শৰ্মা ডাঙৰীয়াৰ ল'ৰাকালত চাৰিঙৰ অৱস্থা 'তে হি নো দিবসা গতাঃ', চাৰিং ৰিঙা হৈ পৰিছিল। হাইস্কুল-কলেজৰ নাম-গোন্ধ যি নাছিলেই নে, পাঠশালা স্কুলখনো আজিৰ নিচিনাকৈ ৰিং মাৰিলে শুনা ঠাইতে নাছিল। এপালি পেলুৰ দৰব

আনিবলৈকে জাঁজী গড়মূৰৰ দেৱাইখানালৈ ছয় মাইলকৈ বাটকুৰি বাই যাব লগা হৈছিল। ডাক্তৰ লগোৱাৰ কথা বস্তুতৰ কাৰণে সপোনৰো আগোচৰ। ওচৰ চুবুৰীয়াৰ ঘৰত ৰাতি সাতহাল বোৱা জুহাল আছিল, কাণীয়া-খোলাত ফেদেলী পুৰাণৰ কথকতা চলিছিল, বিয়া-সবাহ আৰু ভাৱনাও তিথিয়ে-পৰবে হৈছিল, কিন্তু সভা-সমিতিৰ মানুহে নামকে শুনা নাছিল। আলিবাটৰ নামত পুৰণিকলীয়া নগা আলিটোৱেই। বাৰিষা কালত সিও ঠায়ে ঠায়ে আঁঠুৱনীয়া বোকাৰ ভেৰ হৈছিল। চাৰিঙৰ মোমাইৰ ঘৰলৈ পোনছাটেই বোকা ধুবলৈ বেগ লোৱাৰ কথা আজিও মনত আছে। চাৰিঙৰ ভব্য-গব্য ঘৰৰ বহুতেই আগ সুযোগতে দিহিঙে-দিপাঙে গৈ বাস কৰিবলৈ ললে। যিবা আছিল তেওঁবিলাকৰো সৰহ ভাগে আগৰ গঁহখিনি মাথোন সাবটি ধৰি কালক নিন্দি দিন যাপন কৰিছিল। এয়েই আছিল বুৰঞ্জীবিদ্ সাহিত্যিক-শিৰোমণিজঁনৰ শৈশৱৰ লীলাভূমি।

আজি সেই চাৰিং ঘোঁকোটে গুচি সদৰমুখা হ'ল, বাটপথে পোৱালি মেলিলে, চাৰি-চকৰীয়া গাড়ী লৈ ঘৰৰ চোতালত শিঙা বজাওঁ বুলিলেও বজাব পৰা হ'ল। দুই তিনিখন হাইস্কুল আৰু মণিৰাম দেৱান কলেজৰ ল'ৰা-ছোৱালীৰ উৰুমিয়ে গোটেইখন গমগমীয়াকৈ থয়। কলেজীয়া ল'ৰাই গধূলি চুঙা-পটলুং পিন্ধি গা ঘেলায়। বাৰ মাহত তেৰখন সভা-সম্মিলনৰ দলাদোপ লাগিয়েই আছে। স্বয়ং ৰাজ্যপাল হেন পুৰুষৰ তাত পদার্পণ হয়। সভাপতিৰ আসনৰপৰা একোজন দিগ্‌গজ লোকে চাৰিং ভূমিৰ পঞ্চমুখে গুণ গান কৰে। হয় ৰবিঞ্চন ক্ৰুচ'ৰ দ্বীপ হেন চাৰিঙেও চিনিব নোৱাৰাকৈ মোট সলালে।

পিছে আগৰ চাৰিঙৰ মুচুকুন্দ নিদ্ৰা কোনে ভাঙিলে? গা জোকাৰি থিয় হবলৈ চাৰিঙক কোনে হেচুকি জগালে? অকণো কেৰঘেঁহ নকৰাকৈ কব পাৰি—কংগ্ৰেছৰ কাঁচিয়ালি ৰ'দৰ উম পাই, মহাত্মাজীৰ অসহযোগ শংখনিনাদত জাগ্ৰত প্ৰাপ্য হৈ 'অমৃতা অভূম' বুলি ৰণচালি দিয়া এজন, 'গাঁৱত ধৰাগৈ' মন্ত্ৰক সাৰোগত কৰি পাওঁ পাওঁ হোৱা ডিগ্ৰীকো নেওচি অহা-সকলৰ অন্যতম সেই তীক্ষ্ণ ধাৰ বুদ্ধিৰ কৰ্মকুশল থাউকাল মানুহজনে। তেখেতেই গোটেই অসম মুলুকত বুৰঞ্জীবিদ বুলি পৰিচিত, নাম কলেই

আবালবৃদ্ধবনিতাই সাউত কৰে চিনি পোৱা সাহিত্যিক-প্ৰবৰ শ্ৰদ্ধেয় বেণুধৰ শৰ্মা।

ৰবিঞ্চন ক্ৰুচ'ই নৰ-মনিচ নোহোৱা দ্বীপটোত শুদা হাতেৰে জীৱন প্ৰবৰ্তাবৰ লাগতিয়াল সামগ্ৰী-বুধি খটাই যতনাই লৈ শেহত এখন সৰু-সুৰা সংসাৰকে গঢ়ি লগে। সেইদৰে চাৰিঙতো সামাজিক কাম আৰম্ভ কৰিব লগা হৈছিল একো নোহোৱাৰ নিচিনা অৱস্থাৰপৰা। চিঠি এখন দিবলৈ, কাৰ্ড বা লেফাফা এটা কিনিবলৈ এটা কণাকুঁজা ডাকঘৰো নাছিল। অকল নাছিল হে নে, ডাকঘৰ এটা যে লাগে সেই কথাটোকে বিভাগীয় মুখ্যজনক পতিয়ন নিয়াব পৰা নগৈছিল। মাখি মাৰিবলৈ বৰটোপ টোৱাব লগা হৈছিল। চাৰিঙৰ ডাকঘৰৰ কাৰণে বিভাগক কৈ গাই ত্যক্তলাগি এই শৰ্মা ডাঙৰীয়া দেশভক্ত তৰুণৰাম ফুকনৰ ওচৰ চাপিছিল। ফুকন তেতিয়া দিল্লীৰ সংসদৰ সদস্য ( তেতিয়া এচেম্বলি )। ফুকনৰ এখন চিঠি পায়ে বিভাগীয় বৰমুৰীয়াই তৎক্ষণাৎ বুজিলে যে চাৰিঙত এটা ডাকঘৰ লাগে হয়। এনেকৈয়ে সকলো কাম কৰিব লগা হৈছিল -কেতিয়াবা ডাবি-ধমকিৰে কেতিয়াবা ভাৱ-ভক্তিৰে, আকৌ একো একো সময়ত সন্ধিৰ বাঁহ বুধিৰে কাটি। মেল-মিটিং বুলিলে সেইদিনত এচাম মানুহে ছাঁটোকে বাঘটো যেন দেখিছিল। গান্ধীৰ ভলন্টিয়াৰ বুলিলে আৰু কথাই নাই। কংসৰায়ৰ সভাত "দেখে দশ-প্ৰকাৰে কৃষ্ণক সিবেলাত" বোলা কীৰ্তনৰ কথাষাৰ সেই দিনৰ গান্ধীৰ ভলন্টিয়াৰৰ বেলিকাও ভালকৈ খটুৱাব পাৰি। কানীয়াৰ মানত ভলন্টিয়াৰ দক্ষিণ দুৱাৰৰপৰা মহা সমদূত, পুলিচৰ মানত চোৰ ডকাইতৰ লগৰীয়া, হাকিম আমোলা, মৌজাদাৰ আদি ইংৰাজ ৰজাৰ চাউলখোৱাসকলে ভাবিছিল এইবিলাক কামবন নোহোৱা কেলেহুৱা। প্ৰাচীনপন্থী বুঢ়াসকলে কীৰ্তনৰ পদ মাতি শাস্ত্ৰৰ সত্য প্ৰতিপন্ন কৰিছিল—"কলিৰ শেষত হৈব কল্কি অৱতাৰ।" কেৱল স্কুলীয়া ল'ৰাইহে ভলন্টিয়াৰ দেখিলে তৱধ মানি চাইছিল আৰু লগতে উজান দিছিল 'মহাত্মা গান্ধীকী জয়'। কলেজ এৰি আহি এনে এজন মায়াপী-জীৱ গান্ধীৰ ভলন্টিয়াৰৰ শাৰীত নাম লেখাই আমাৰ আজিৰ বুৰঞ্জীবিদ, সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু সাহিত্য আকাডেমীৰ মাননি খোৱা শ্ৰদ্ধেয় বেণুধৰ শৰ্মাই থিত দিছিলগৈ। মায়াপী ভলন্টিয়াৰ হৈ মেঘনাদৰ দৰে মেঘৰ আঁৰৰপৰাও চাৰিং

আৰু লগতে গোটেই দেশৰ কল্যাৰস্তত ভাগ লব লগা হৈছিল। জেলৰ ভাত খোৱা বেণু হিচাপে চাৰিঙৰ নিকপকপীয়া প্ৰাচীন-পন্থীলোকে মাজে মাজে আসোঁৱাহ খোচৰাৰ কথাও শুনা যেন ৰিণিকি ৰিণিকি আজি মনত পৰিছে। তেতিয়াৰ দিনত দেশসেৱকৰ পথত দুবৰি বনৰ দলিচা পাতি থোৱা নাছিল। আজিও নাই, কিন্তু তাৰ ৰকমটো বেলেগ।

ফাটেকৰপৰা ওলোৱাৰ পিছত অসহযোগ শাম কাটিলেও শৰ্মা ডাঙৰীয়াৰ মনৰ পোৰণি শাম কটা নাছিল। চাৰিওফালৰ মানুহৰ ঠেৰেহা মৰা মনটো-ইঁতক যাগ দি হলেও সাহ আৰু দেশ প্ৰেমৰ বোধেৰে পক ধৰাবলৈ তেখেতে উপায় গুণিবলৈ ধৰিলে। তাকে গান্ধীজীৰ উপদিষ্ট 'স্বদেশীভাৱনাৰ' ভেটিত কেনেকৈ কৰা যায় সিও এক চিন্তাৰ বিষয়ৰূপে সম্মুখত উপস্থিত হ'ল। চাৰিং বা ওচৰৰ মানুহক উদ্বুদ্ধ কৰিবলৈ দূৰদূৰণিৰ বীৰ-বীৰাংগণাৰ আদৰ্শ দাঙি ধৰাতকৈ ঘৰৰ ভিতৰৰে পুৰণি-স্মৃতিৰে উজ্জ্বল হৈ থকা এজন পুৰুষৰ চানেকিয়ে বেছিকৈ প্ৰভাৱ পেলাব পাৰিব। শৰ্মা ডাঙৰীয়াই ভাবি-গুণি মণিৰাম দেৱানক বিচাৰি পালে। মণিৰাম দেৱান চাৰিঙৰে, ইংৰাজ ৰাজত্বৰ মাৰ চিস্তিবলৈ গৈ আপোনাকে উৎসৰ্গ কৰা সেইকালৰ এজন দিগ্-গজ পুৰুষ। দেৱানৰ কথাই যদি অসমীয়া মানুহক বীৰভদ্ৰ হবলৈ উদগনি দিব নোৱাৰে তেনেহলে আৰু দিব কিহে? যথাপূৰ্বমকল্পয়ৎ—শৰ্মা ডাঙৰীয়া উঠি পৰি লাগিল মণিৰাম দেৱানৰ তিথি উৎসৱ পাতিবলৈ, তাকো মহা পয়োভৰেৰে "ন ভূতো ন ভবিষ্যতি" ৰূপে। কংগ্ৰেছ কৰ্মী বেণু শৰ্মা কিছুদিনৰ কাৰণে মণিৰাম দেৱানময় হৈ পৰিল।

মণিৰাম দেৱানৰ প্ৰথম তিথি-উৎসৱ হৈ গ'ল। চাৰিং, জাঁজী, গৌৰীসাগৰ সকলো ঠাইৰ মানুহে ধইন্ ধইম্ বুলিলে। একবাক্যে সকলোৱে বুলিলে, হয় এনে উৎসৱ "ন ভূতো ন ভবিষ্যতি" যি সঁচাই। পিছে তাৰ কাৰণে শৰ্মা ডাঙৰীয়া কিমান ৰ'দত শুকাল, কিমান বৰষুণত তিতিল, কিমান ঘৰৰ নঙলাই নঙলাই 'অমুকা আছানে' বুলি উকি মাৰি মাৰি ফুৰিলে, কিমান বাগিচাৰ চাহাবৰ লগত মিতিৰালি পাতিলে, অথবা কজিয়া কৰিলে তাৰ ইয়ত্তা পোৱা মানুহ আজি কেইজন আছেগৈ নাজানো। এইদৰে বেণুধৰ শৰ্মা নামত মানুহজন আজি যদি নাজিৰাত, কাইলৈ শিমলুগুৰিত, আৰু পৰহিলৈ আমগুৰি

বাগিচাত। তাৰ পিছ দিনা শুনিবা যোৰহাট পালেগৈ। পাৰোতে নো চাৰিওৰ মানুহে কৈছিল নে—'বেণুটো এটা চৰাই'।

'গোষ্পদে নভোমণ্ডলম্' গৰুৰ খোজৰ পানীডোঙাতে গোটেই আকাশখন প্ৰতিবিম্বিত হয়। জাতীয় চেতনাৰ উপলব্ধিত এই কথাষাৰ শৰ্মা ডাঙৰীয়াৰ জীৱনত বাঢ়িয়াকৈ লগাই দেখুৱাব পাৰি। সকলো লোকৰ জাতীয় চেতনাই ধীৰে ধীৰে ৰূপ লয়। নিজৰ গাঁও বা অঞ্চলটোক কণীৰ কুসুমৰ দৰে কেন্দ্ৰ কৰি। সেয়ে যেনিবা কাৰোবাৰ বেলিকা পূৰঠ নহৈ অকালতে থেৰেগা মাৰে, আৰু বাহিৰৰ সূক্ষ্ম প্ৰভাৱ গ্ৰহণক্ষম হৃদয়াধাৰ থকাজনৰ ক্ষেত্ৰত সি আকাৰ লয় আৰু তাত চেতনাৰ সঞ্চাৰ হয়। শৰ্মা ডাঙৰীয়াকো চাৰিওফালেই অসমক আৰু অন্ততো গত্বা' ভাৰতবৰ্ষক বুজিবলৈ গোষ্পদতে আকাশখন মেলি ধৰিলে। অসমৰ আৰু সেই লগতে ভাৰতবৰ্ষৰ প্ৰতিও অক্ষয় প্ৰেমৰ পূৰ্বৰাগ জন্মাই দিলে। চাৰিওৰ প্ৰতি জোপা গছ, প্ৰতিটি আলি-পদূলি, প্ৰতিটো পৰিয়াল, আনকি পথাৰৰ মূঢ়া কিটায়ো শৰ্মা ডাঙৰীয়াক স্বৰগৰ বতৰা দিছিল। আজি কিজানি দুশ মাইল দূৰত গুৱাহাটীৰ নিজৰ পকীঘৰৰ এমূৰীয়া খোঁটালিটোত বহিও সেই সৰগৰ বতৰা শুনে। নহলে নো দিন-খেন নুগুণাকৈ, কাকো ওঁ তৎসৎ একো ফুটকে নিদিয়াকৈ ঘপহ কৰি আজিও চাৰিওলৈ লৰ ধৰে কিহৰ টানত ?

নিজৰ পুৰণি ওপজা ঠাইকণলৈ এনে আন্তৰিয়ে পোৱা মোহ কেইজনৰ থাকে ? শিক্ষাৰ ওপৰ মহলাত উঠা বহুতৰে নিজৰ গাঁওখনৰ পৰিচয় ওচৰৰ নগৰখনৰ বুকুত জাহ যায়। ঢেকিয়ালত ঘৰ হলে গোলাঘাট বুলি কোৱা চামতাত ঘৰ হলে নলবাৰী বুলি মুখ লুকোৱা, মেলেং হলেই যোৰহাট হোৱা মানুহ লগ পাবলৈ ঢপলিয়াই ফুৰিব নালাগে। চাকৰি লৈ বিয়া-বাৰু কৰাই গাঁৱৰ ঘৰৰ লগত, পুৰণি গঞাকুটুম্বৰ লগত পাহৰণিৰ চোকা কটাৰীৰে সম্বন্ধ ছিঙা-দৃষ্টান্ত পাক এটা মাৰিলেই বহুত লেখা দিব পৰা হব। অলপ টুকুৰিয়াই বজাই চাব, দেখিব সেইবোৰ মানুহৰ অন্তৰত দেশপ্ৰেমৰ জুইহে নালাগে ফিৰিঙটি এটাও নাই। শৰ্মা ডাঙৰীয়াই বুৰঞ্জীবিদ হওঁ বুলি পুথি ভঁৰাল আৰু ধোঁৱাচাংবোৰ চলাথ কৰা নাছিল। অসমক প্ৰতিষ্ঠিত কৰিবলৈ জানিবলৈ আৰু তাৰ হকে গৌৰৱ কৰিবলৈহে ঘৰ-সংসাৰলৈকো পিঠি দি বন চৰাইৰ

দৰে উৰি ফুৰিছিল। কলিকতাত পঢ়ি থকা কালত এজন বঙালী অধ্যাপকৰ মুখে অসমীয়া জাতি সম্পৰ্কে এষাৰ কটুবাক্যই তেখেতৰ ভিতৰত উমাই জ্বলি থকা চাৰিঙীয়া বুৰঞ্জীবিদৰ জুইকুৰা কেনেকৈ ফুমাৰি জলাই দিলে তাৰ কথা তেখেতে নিজে ক'ৰবাত লিখিছে। সেইদিনাৰপৰাই কলিকতীয়া বৰ বৰ পুথিভঁৰালবোৰলৈ তাত-বাতি কৰিবলৈ ধৰিলে সেই কথাৰো তেখেতৰ নিজৰ লেখনীতে সম্ভেদ পোৱা যায়। আমি যে বনৰীয়া চৰাইৰ পটন্তৰ দি তেখেত উৰি ফুৰিছিল বুলিছো, সেই বনৰীয়া চৰাই যেই সেই চৰাই নহয়— দেওৰাজহাঁহ। দেওৰাজহাঁহ আকাশত উৰি ফুৰে, ঘূৰি ঘূৰি গৈ বোলে মানস সৰোবৰত হে মৃণাল উভঞ্জে। অসমৰ পুৰাবৃত্তই শৰ্মা ডাঙৰীয়াৰ মানস সৰোবৰ।

শৰ্মা ডাঙৰীয়াৰ অন্তৰত বুৰঞ্জীপ্ৰেমে কোঁহ মেলিবলৈ পালে চাৰিঙৰ পুৰণি কথাৰ মাদকতা থকা সোৱঁৰণবোৰৰ বা-বতাহ পাই। এই বুৰঞ্জীক আকৌ সাহিত্য-ৰঞ্জিত কৰিবলৈ শব্দাৰ্থ আৰু ৰসৰ পুঙৰো সন্ধান দিলে চাৰিঙেই। একোজন সাহিত্যিকক এখন ঠাইৰ মহিমাই কেনেকৈ মুহি থয় আৰু তাৰ উজ্জ্বল পোহৰ কেনেকৈ সাহিত্যত প্ৰতিফলিত হয় তাৰ চানেকি কবলৈ মণিৰাম দেৱান আৰু 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' এই বিখ্যাত গ্ৰন্থ দুখনৰ প্ৰমাণেই যথেষ্ট হব। একেষাৰতে কব লাগিলে বেণুধৰ শৰ্মাৰ সাহিত্য-সাধনাত চাৰিঙেই অখণ্ডমণ্ডলাকাৰ গুৰু। চেক্সপীয়েৰৰ নাটকবোৰত 'England is the Hero' বুলি কোৱাৰ দৰে বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ সকলো গ্ৰন্থতে লুকাই চুবকৈ হলেও চাৰিঙেই নায়কৰূপে অলক্ষিতে ভূমিকা গ্ৰহণ কৰি আছে—এই বুলিও ক'ব পাৰি।

অসমীয়া সাহিত্যৰ ইতিহাসত এনে ধৰণৰ স্থানমাহাত্ম্য প্ৰকট হোৱা দৃষ্টান্ত অতি বিৰল। পৃথিৱীৰ অন্য সাহিত্যত সাহিত্যকৰ্মৰ মূলাধাৰৰূপে প্ৰকট হোৱা স্থানীয় সম্বল আৰু সৰ্বতোবিসাৰী প্ৰভাৱৰ বহুত দৃষ্টান্ত আছে। কিন্তু অসমীয়া সাহিত্যত বেজবৰুৱা আৰু বেণুধৰ এই দুজনৰ সাহিত্যিকৰ্মতহে এই বৈভৱ আপোন মহিমাৰে সমুজ্জ্বল হৈ আছে।□

# ভাষাৰ যাদুকৰ বেণুধৰ শৰ্মা

থাওকালকৈ মানুহজন, মুখত একোছা ভোবোৰা ডাড়ি, কোট চোলা পিন্ধা বান্ধালি শৰীৰটো আৰু হাতত এডাল লাখুটি এয়েই বেণুধৰ শৰ্মা বোলা ভৌতিক দেহাটো।

এই দেহাটোৰ ভিতৰত যি এটা ব্যক্তিত্বই বিকাশ লভিছিল সেইটো ইমান তেজস্বী আৰু বিৰাট যে, তাক উপলব্ধি কৰিবলৈ এদিনৰ সান্নিধ্যই যথেষ্ট, কাৰণ এই ব্যক্তিত্বৰ মাজত কোনো প্ৰকাৰ কৌটিল্য বা পেঁচ আৰু বাহিৰা আবৰণৰ চাকচিক্য নাছিল। ভিতৰ-বাহিৰ একাকাৰ হৈ স্বীয় উজ্জ্বলতাৰ প্ৰখৰতাৰে এটা উভহা-সৌন্দৰ্যই এই ব্যক্তিত্বৰ বিশেষ মহিমা আছিল। আজি সেই ভৌতিক দেহাটো অগ্নিয়ে সামৰি ললে কিন্তু সেই বিশাল ব্যক্তিত্বৰ যাদু-গন্ধ প্ৰতিজন অসমীয়াৰ হৃদয়ৰ কোঁহে মলমলাই আছে।

শিৱসাগৰ জিলাৰ চাৰিং নামৰ এখন পুৰণি ঠাইত বেণুধৰ শৰ্মাই জন্ম গ্ৰহণ কৰিছিল। চাৰিং এখন গাঁও নহয় এটা এলাকা, বুৰঞ্জী-প্ৰসিদ্ধ এখন ডুতি ৰাজধানীও বুলিব পাৰি। ডুতি ৰাজধানী ৰূপে আহোম যুগৰ শেষ মোহনী ৰেঙণি এটাই ঠাইখনক আকৰ্ষণীয় বিভূতি আধান কৰিছিল। এনেহেন এখন ঠাইত উপজি তাৰ চৌপাশত ডাঙৰ-দীঘল হৈ "পুৰণি কাহিনী বাহিনী ৰাগিণী'ৰ মিঠা-মোহত শৰ্মা ডাঙৰীয়াৰ মনপ্ৰাণ সতেজ জীপাল হৈছিল। সেই মিঠা-মোহেই শেহন্তত তেখেতক এজন বুৰঞ্জীবিদ কৰিলে। চাৰিঙীয়া বুৰঞ্জীবিদ গৈ থৈ অসম বুৰঞ্জীবিদ হ'ল। প্ৰকৃততে চাৰিঙেই তেখেতক অসমখন চিনালে, অসমক ভাল পোৱালে। অসমৰ চৈতন্যমূৰ্তিৰ থাপনা চাৰিঙৰ সিংহাসনতে পাতিছিল যদিও বেণুধৰ শৰ্মাৰ 'কংগ্ৰেছৰ কাঁচিয়ালি ৰ'দত'

নামৰ গ্ৰন্থই দেখুৱালে যে ভাৰতবৰ্ষৰ আকাশখন জকাইচুকৰ গাঁওবোৰ কেনেকৈ নিজ মহিমাৰে প্ৰতিবিম্বিত হয়। ভাৰতৰ এমূৰত অসহযোগৰ শিঙা বাজিল, অসমৰ গাঁও-ভূঞে, পৰ্বতে পৰ্বতে সি ৰিং মাৰিলে। বেণুধৰ শৰ্মাৰ কাঁচয়লি ৰ'দে তাক 'ইদং সৰ্বম্' যেনেকৈ চাৰিঙৰ পটভূমিত বেকত কৰিলে। ই সৰুসুৰা ক্ষমতাৰ কথা নহয় দেই।

ইন্দ্ৰিয়বিলাকৰ বোধৰ মাজেদিয়ে আত্মাৰ অস্তিত্বৰ উমান পাব পাৰি বুলি উপনিষদৰ ঋষিসকলে কৈ গৈছে। এটা জাতিৰো এটা স্বৰূপ বা আত্মা আছে। সেই জাতীয় আত্মাৰ উমান পাব পাৰি সেই জাতিৰ ভাষাৰ ভিতৰত। ভাষাতেই, তাৰ শব্দৰাশিত, তাৰ প্ৰকাশ-ঠাঁচ, খণ্ড বাক্য, পটন্তৰত জাতি একোটাৰ ফল্গুধাৰা সদৃশ বৈ থকা প্ৰাণস্ফূৰ্তিৰ গম ধৰিব পাৰি। যি নিজৰ ভাষাটো তন্ন তন্নকৈ জানে, যি শব্দবোৰৰ মহিমা পায় কথা প্ৰকাশৰ স্বকীয়া ঠাঁচবোৰৰ গূঢ়তত্ত্ব বুজে তেওঁহে জাতিটোৰ প্ৰাণবস্তুৰ আভাস পায়। বেণুধৰ শৰ্মা বৰ্তমান যুগৰ লেখকসকলৰ সবাতোপৰি এজন সাহিত্য পুৰুষ যি অসমীয়া ভাষাৰ কালিকাটো মৰ্মে মৰ্মে চিনিছিল। চিনিছিল বাবেই মামৰে ধৰা শব্দ একোটাৰ হাড়তো তেখেতে সঞ্জীবনীৰ সঞ্চাৰ কৰিব পাৰিছিল। গাঁৱলীয়া জীৱনত সদা-সৰ্বদায় চলি থকা হজুৱা প্ৰয়োগ একোটাকো বজ্ৰময় শক্তি দান কৰিছিল। হেৰাই যোৱা বা মৃতপ্ৰায় শব্দ আৰু খণ্ডবাক্যকো চৈতন্য আধান কৰি ভাষাক শক্তিশালীনী কৰি তুলিছিল। মিহমিহীয়া আৰু নিশকতীয়া যেন লগা একোটা খণ্ডবাক্যই বেণু শৰ্মাৰ হাতৰ বুলনি পাই মদগজ হাতীৰ বল দেখুৱাই ভাষাক উৰ্জ্জস্বল কৰিব পৰা ক্ষমতা অৰ্জন কৰিছিল। একাষাৰতে কবলৈ গ'লে বেণুধৰ শৰ্মা অসমীয়া ভাষাৰ এজন নিৰ্মাণদক্ষ সুজান শিল্পী, অসমীয়া শব্দাৱলীৰ কালিকা বুজা এজন যাদুকৰ।

পিছে এই নিৰ্মাণ দক্ষতাৰ গুৰি ক'ত তাক বিচাৰ কৰি চালে আমি তেখেতৰ নিজৰ কথালৈকে মন কৰিব লাগিব। তেখেতৰ আলমাৰিত পৰি থকা 'টোকোৰা বাঁহৰ কুটা' বোলা কাগজ-পত্ৰৰ মাজত কেতিয়াবা কিবা জালত লিখি থোৱা আধা পৃষ্ঠামান কথা আছে। তাত তেখেতে লিখিছে, "মই গাঁৱলীয়া, গাঁৱত উপজি ডাঙৰ হৈছোঁ, সেইবাবে মই গৌৰৱহে কৰো·· মই সৰু নহওঁ" ইত্যাদি। সেই কথাকেইষাৰ হুবহু তুলি দিব নোৱাৰিলোঁ।

পঢ়ি চাওঁতে মনত থকা কেইশাৰী মানহে তুলি দিলো। এই কথা কেইশাৰীত তেখেতৰ স্যহিত্যৰ উৎস ক'ত তাৰ সন্ধেদ পাব পাৰি। অসম গাঁৱৰ দেশ আছিল। আন ঠাইত নগৰ বুলিলে মানুহে যি বুজে অসমত সেইটো নহয়। প্ৰকৃত পক্ষে নগৰ শব্দটোৱেই অসমত আচহুৱা আছিল বুলিলে অপলাপ কৰা নহয়। মানুহে ৰংপুৰ চহৰ বুলিহে কৈছিল, ৰংপুৰ নগৰ বুলি আগেয়ে নকৈছিল। ৰংপুৰ চহৰেই হওক বা গুৱাহাটী চহৰেই হওক এই শতিকাৰ আৰম্ভণীৰ কালছোৱালৈকে সেইবোৰ একোখন উন্নত গাঁও যেনহে আছিল। স্কুল-কাছাৰীৰ বাহিৰে মানুহৰ চলন-কৰণ, খোৱা-বোৱা, থকা-মেলাৰ ধৰণ সকলোতে গাঁৱৰ মানুহৰ লগত অমিল নাছিল। সেই দেখি গাঁৱতহে অসমীয়া ভাষাই গঢ় লৈছিল, পোহ পাইছিল আৰু গাঁৱৰপৰা নিজৰ সৌষ্ঠৱ আহৰণ কৰিছিল। গাঁৱলীয়া জীৱনৰ জীয়া সুঁতিটোৱে এই ভাষাৰ পুষ্টিৰসৰ অবিচ্ছিন্ন যোগান বহন কৰিছিল। গতিকে গাঁৱৰ লগত যাৰ লগন-গাঁঠি নাই তেওঁ অসমীয়া ভাষাৰ মহিমা পূৰ্ণৰূপে পাব নোৱাৰে। পিছে গাঁৱত ওপজা আৰু ডাঙৰ-দীঘল হোৱা মানুহ অসম জুৰি আছে। সেই সকলোৱেই অসমীয়া ভাষাৰ কাৰিকৰ হব পৰা নাই, বেণুধৰ শৰ্মাৰ নিচিনা দুই-চাৰিজনেহে পাৰিছে। তাৰ মূলতে হৈছে গাঁৱৰ প্ৰতি থকা অহৈতুকী প্ৰীতি। প্ৰেমেহে আপোন কৰে, প্ৰেম থকা বাবেই বেণু শৰ্মাই অসমীয়া গাঁৱৰ ভাষাটোত সঞ্চিত থকা অমৃত ভাণ্ডাৰৰ সন্ধান পাইছিল। তেখেতৰ লগত কথা পাতোঁতেও কেতিয়াবা যদি নিচেই ঘৰুৱা অথচ অৰ্থদ্যোতক শব্দ একোটা মুখত ওলায় তেখেতে ৰস পোৱাদি পাইছিল। সিদিনা মৃত্যুৰ কেইদিনমান আগতে তেখেতৰ গুৰিলৈ গৈছিলোঁ। তেখেতে তেতিয়া শেহাই শেহাইহে কথা পাতিছিল। কথা বতৰাৰ মাজত কেতিয়াবা লাগ-বান্ধো অলপ ঢিলা হৈছিল। মোক কৈছিল "জকাইচুকৰ কোমল চাউল, দৈ গাখীৰ আৰু গুৰেৰে জুতি লগাই জলপান এটা তোমালোক কেইজন মানৰ সৈতে বহি খাবৰ মন গৈছে। যোগাব নোৱাৰা নে? মই উত্তৰত কৈছিলোঁ, "জকাইচুক পথাৰৰ কোমল চাউল বিচাৰ-খোচাৰ কৰিলে ওলাব কিন্তু সেই দৈ গাখীৰ আজি দেখিবলৈকে নাই। আমাৰ গাঁওবোৰ টকম্বৰি হ'ল।" কোমল চাউল আৰু দৈ গাখীৰৰ কথা তল পৰিল। মোৰ মুখত ওলোৱা 'টকম্বৰী' শব্দটোৰ

সোৱাদহে বেছিকৈ পালে, নিজেই শব্দটো দোহাৰি উচ্চাৰণ কৰি ক'লে, 'টকম্বৰি, ঠিকেই কৈছা। অসমীয়া কোমল — চাউল দৈ গাখীৰৰ জলপানটোলৈ যি মোহ আছিল সেইদৰে অসমীয়া শব্দ, প্ৰকাশ-ভংগীবোৰো তেখেতৰ মানত জলপান যেন সোৱাদ আছিল। বেণুধৰ শৰ্মাৰ ভাষা আৰু শৈলীৰ ইন্দ্ৰজালৰ মূলতে এই প্ৰেম।

পুৰণি বুৰঞ্জীবোৰৰ তথ্যৰ কথা এৰিও সেইদিনৰ গদ্যৰ ঠাঁচটো পঢ়ি তেখেতে বৰ সোৱাদ পাইছিল। বুৰঞ্জীৰ গদ্যত কৃত্ৰিমতাৰ নাম-গোন্ধেই নাই—তথাপি ৰসাল। তাৰ ঠাঁচটোত এটা তেজস্বীতাৰ দীপ্তিও আছে। বেণুধৰ শৰ্মাই আগছোৱা কালত এই বুৰঞ্জীবোৰ পাত পাতকৈ পঢ়িছিল আৰু পঢ়ি ভোল গৈছিল। তেখেতৰ কাপ-কাঠীয়েও অজ্ঞাতে বুৰঞ্জীৰ গদ্যৰ এই দীপ্তিৰ মহিমা ফেৰা গাত সানি লৈছিল। বুৰঞ্জীৰ গদ্যই বাট পোনাই দিলেও শৰ্মাৰ বুদ্ধি-দীপ্তিত তেখেতৰ গদ্য-ঠাচ 'স্বে মহিম্নি' প্ৰোজ্জ্বল হৈ উঠিছিল। সেইবাবেই শৰ্মাৰ গদ্য সৰ্বতিকাল অননুকৰণীয় হৈ থাকিব।

বেণুধৰ শৰ্মা বুৰঞ্জীবিদ বুলি মুখে মুখে জনাজাত। পিছে তেখেতৰ সেৱাৰ থলি বুৰঞ্জী বিদ্যাৰ এটা বিশেষত্ব আছিল। তেখেতৰ বুৰঞ্জীৰ অনুধাবন সৰ্বতোবিসাৰী আছিল ই গজহস্তীৰপৰা বালিচাহীলৈকে সামৰিছিল। আহোম স্বৰ্গদেউসকলৰ কীৰ্তি-কলাপ, ডা-ডাঙৰীয়াসকলৰ কথা-কাণ্ড অথবা সেনা-সেনাপতিসকলৰ গৌৰৱ গাঁথাৰ প্ৰতি তেখেতৰ যেনে অনুসন্ধিৎসা আছিল সৰু-সুৰা ঠাইৰ নাম, এটা পৰিয়াল বা পুৰণিকলীয়া এজন লোকৰ আঁতিগুৰি বিচাৰিও তেখেতে গোটেইখন চলাথ কৰিছিল। ক'ত কামৰূপৰ টোকবাদিয়া বুলি এখন গাঁও আছে তাৰে এটি ব্ৰাহ্মণ পৰিয়াল শিৱসাগৰ জিলাৰ ম'ৰাবজাৰ মৌজাৰ জৰাধৰা গাঁৱত গৈ বসতি কৰিছিল আৰু সেইবাবে সেই ঘৰখন টোকোৰাপৰীয়াৰ ঘৰ বুলি জনাজাত হ'ল ইত্যাদি কথাবোৰো উৰাদিহ উলিয়াই শৰ্মাই ৰং পাইছিল। জাঁজীৰপৰা চেউনী আলিয়েদি জৰাধৰা গাঁৱলৈ যোৱা বাটত এজোপা বিৰাট বড় গছ আছিল, সম্ভৱত এতিয়াও আছে। সেই বড় গছজোপাৰ নাম পিটিকাখোৱা বড়। এই গছজোপাৰ নাম নো পিটিকাখোৱা কেলৈ হ'ল যেয়ে সেয়ে কব নোৱাৰে।

বেণুধৰ শৰ্মাক সোধা, টপৰাই কৈ দিব কোন পিটিকা খোৱা নামৰ বুঢ়া এজনে কি অৰ্থে কেতিয়া এই গছজোপা ৰুইছিল। হিৰণ্যকশিপুৱে ভ্ৰাতৃবৈৰী মাধৱক স্বৰ্গ-মৰ্ত্য চলাথ কৰি "পাতালতো বিচাৰিলা পাত পাত কৰি" ফুৰাৰ দৰে বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই গড়গাঁৱৰ পিছল বাটৰপৰা খালৈ-ঘোগৰা গাঁৱলৈকে য'ত যি পুৰণি কথাৰ ভেদ পাইছিল তাৰ উহ বিচাৰি ফুৰিছিল। বুৰঞ্জীবিদ-ৰূপে বেণুধৰ শৰ্মাই স্বৰ্গ-মৰ্ত্যতো বিচৰণ কৰে, পাতালতো সন্ধান কৰে। অসমৰ সকলো পুৰণি কথা যাৰ নখদৰ্পণত আছিল সেই বিশ্বকোষ স্বৰূপ পুৰুষজন আজি নাই। কিমান কথা দি গ'ল তাক পাইছোঁ, কিন্তু কিমান অমৃতসমান পুৰণি কথা লগতে গ'ল তাৰ খতিয়ান আজি কোনে দিব। অসম আৰু অসমীয়াত্বক চোলা জেপত লৈ ফুৰা মানুহ এজনে সতকাই ক'ত ওলাব ?

বেণুধৰ শৰ্মা এজন নিলিপ্ত পুৰুষ আছিল। ঘৰুৱা জীৱনৰ লগত তেখেতৰ সম্বন্ধ আছিল ৰাজহাঁহৰ পিঠিৰ পানীৰ নিচিনা। পানীত থাকোঁতে হাঁহৰ পিঠিত পানী লাগিলেও পাৰলৈ উঠিলে এটোপালো নাথাকে। শৰ্মা ডাঙৰীয়াও ঘৰত থাকে মানেহে গৃহস্থী, ঘৰ এৰিলেই বৈৰাগী। ডেকাকালৰ পৰাই দিহিঙে দিপাঙে কিবা একোটা টায়নত ঘূৰি ফুৰাই তেখেতৰ পৰকিতি আছিল। উজনি অসমৰ চাহ বাগিচা এখনো নাই য'লৈ তেখেত যোৱা নাই। কিমান বাগিচাৰ চাহাবৰ লগত প্ৰীতি কৰিলে, কিমানৰ লগত খকা-খুন্দা লাগিল সেইবোৰ কথা ৰ লাগি শুনি থাকিব পাৰি। সদিয়াৰপৰা ধুবুড়ীলৈকে এনে এখন ঠাই নাই য'লৈ তেখেত যোৱা নাই। কিবা নহয় কিবা এখন সভা হ'লেই গাঁথিৰ ধন ভাঙি হ'লেও নোযোৱা ঠাইলৈকো গৈছিল। আমিও সভা-সমিতি গাই গাঁৱে ভূঞে ফুৰিছো। আমি সভা শেষ হলেই ঘৰলৈ উভতি লৰ ধৰো। শৰ্মা ডাঙৰীয়াই হ'লে সেই ছেগতে সেই ঠাইত দুদিন সৰহীয়াকৈ থাকি আহিব। কাৰ ঘৰত কি পুথি আছে, কোন পুখুৰীটো কোনে খনালে, ঠাইখনৰ নামেই বা ক'বপৰা হ'ল, এইবোৰ উৰহী গছৰ ওৰ লৈহে কেইদিনমানৰ পিছত তেখেত ঘৰ ওলাবহি। চাৰিঙত থকা কালতো তেখেতক বিচাৰি গ'লে সতকাই পোৱা টান। চাৰিঙলৈ মোৰ মোমাইৰ ঘৰলৈ গৈছিলোঁ। পিছ দিনা পুৱা মোমাইক ক'লো বেণুদাইটিৰ

তাৰপৰা আহোঁগৈ। মোমাইটিয়ে ক'লে, "হেৰ, বেণুক তই ক'ত লগ পাবি হবলা, সি এটা চৰাই।" মোমাইটিয়ে কথাৰ মূৰতে কথাষাৰ ঘপহ্ কৰে কৈছিল যদিও কথাষাৰত বেণু চৰিত্ৰৰ এটি বিশেষ দিশৰ পোহৰ চাবলৈ জ্বলঙা পোৱা যায়। বেণু শৰ্মা চৰাইৰ দৰে মুকলিমূৰীয়া, সদায় সুখীয়া প্ৰকৃতিৰ লোক আছিল। পিছে এটা চৰাই বৃত্তিয়ে তেখেতৰ সাহিত্য কৰ্মত বিস্তৰ উপাদান চপাই মেলি লবলৈ সহায় কৰিছিল। তেখেত আৰামী চকীত বহি হোকা খোৱা বুৰঞ্জী লেখক নাছিল। বুৰঞ্জী আছিল তেখেতৰ মানত এটা জীৱন্ত অভিজ্ঞতা। সাহিত্যও অভিজ্ঞতাৰে ৰূপান্তৰ। ভ্ৰাম্যমান জীৱনত পাচিয়ে পাচিয়ে অৰ্জা অভিজ্ঞতাই তেখেতৰ সাহিত্যক সমৃদ্ধ আৰু সুন্দৰ কৰিছে। সেই কাপ আজি থৰ লাগিল লগে লগে অসমীয়া সাহিত্যৰ এটা যুগেও থমক ললে।□

# লোকপ্ৰাণ অমিয় কুমাৰ দাস

ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত অসমে লোৱা ভাগ সম্বন্ধে যেতিয়া আমি চিন্তা কৰিবলৈ লওঁ, দুজন পুৰুষৰ কথা আমাৰ তৎক্ষণাৎ মনলৈ আহে – ফুকন আৰু বৰদলৈ। পিছে এই কথা ঘাইকৈ ১৯২১ চনৰ অসহযোগ আন্দোলনৰ বেলিকাহে। ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ গুৰি পোৱাৰ লগে লগে দুজন দুৰ্দ্ধৰ্ষ সেনাপতিৰ ছবি সমুজ্জ্বল হৈ পৰে। ত্যাগবীৰ হেম বৰুৱা আৰু লোকপ্ৰাণ অমিয় কুমাৰ দাস। ১৯৩০ চনৰ আন্দোলন সমগ্ৰ ভাৰতত যেতিয়া বিয়পি পৰিল, অসম তেতিয়াও গুণাগথঁাতে আছিল। ফুকন-বৰদলৈ তেতিয়া অৱসন্ন নহলেও বীৰদৰ্প হৈ থকা নাছিল, আগবাঢ়ি আহি নেতৃত্বৰ প্ৰেৰণা দিবলৈ যিমান মানসিক উত্তেজনা আৰু উত্তাপৰ প্ৰয়োজন সিমানখিনি উত্তাপ-উত্তেজনা হয়তো তেখেত দুজনে অনুভৱ কৰিলেও গুৰুভাৰ বহন কৰাৰ উৎসাহ আহৰণ কৰিব পৰা নাছিল। অথচ অসমৰ ৰাইজে তেখেতসকল দুজনৰ মুখলৈকে চাই আছিল। এনে এটা অৱস্থা অসমৰ ডেকা চামৰ পক্ষে অসহনীয় হৈ উঠিল। তেওঁবিলাকে স্থিৰ কৰিলে প্ৰবীণসকলৰ নেতৃত্বলৈ বাট চাই কাল হানি কৰাৰ ফল নাই ; ওলোৱাবহে কথা। এই ডেকা দলটোৰ নেতৃত্ব লৈ ওলাই আহিল তেজপুৰৰ হেম বৰুৱা আৰু অমিয় দাস – বুকুত অসীম সাহস লৈ। এই দুজন সৰ্বস্ব-ত্যাগী যুৱনেতা আগৰণুৱা হৈ ডেকা-কৰ্মী আৰু ছাত্ৰসকলক উদগাই নিদিয়াহেঁতেন অসমৰ আইন অমান্য আন্দোলন সেই বেলি কিমান কি হ'লহেঁতেন, তাক উমান কৰা টান। গৰমৰ বন্ধৰ পিছত কলেজ খোলাৰ লগে লগে এদল ছাত্ৰই কলেজ এৰি আন্দোলনত যোগ দিয়াৰ ইচ্ছা কৰিছিল। সেই দলটোৰ

প্ৰেৰণাৰ গুৰিতে আছিল আমাৰ এই আলোচনাৰ উপজীৱ্য পুৰুষ অমিয় দাস। উজানবজাৰৰ অসম আৰ্হিৰ এটা টিনৰ ঘৰত হেম বৰুৱা আৰু অমিয় দাস দুইজনে কাম কৰা ল'ৰা এটাৰে সৈতে আছিল। সেই ঘৰটো আন্দোলনৰ প্ৰাণকেন্দ্ৰ হোৱাদি হৈছিল আৰু বিপ্লৱমুখী ডেকাদলৰ তীৰ্থস্থান স্বৰূপ আছিল। তাৰপৰাই অসমত আইন অমান্য আন্দোলনৰ সূত্ৰপাত হয় বুলি কলে একো বঢ়াই কোৱা নহয়।

অমিয় দাস আৰু হেম বৰুৱাই ১৯২১ চনৰ অসহযোগ আন্দোলনতে কলেজ ত্যাগ কৰি আন্দোলনত যোগ দিছিল। সেইদৰে অসংখ্য ছাত্ৰই আন্দোলনত জঁাপ দি পৰিছিল। বহুতো উকীল মুক্তিয়াৰে ওকালতি ব্যৱসায় সাময়িকভাৱে হলেও এৰা দি অসহযোগৰ কাৰ্যক্ৰমত অৰিহণা যোগাইছিল, কিন্তু প্ৰায় দহ বছৰৰ পিছত হোৱা আইন অমান্য আন্দোলনৰ সময়ত সেই সকল সাংসাৰিক জীৱনৰ লেঠাত পৰি হতোৎসাহ হৈ পৰিছিল। বহুতৰ অসহযোগৰ দিনৰ অন্তৰৰ উত্তাপখিনি চেঁচেৰা পৰি গৈছিল। গাঁও অঞ্চলবিলাকতো অৱস্থা প্ৰায় তথৈবচ। তাৰ বহুতে এৰা দিছিল আৰু অলপ সংখ্যক লোকে অন্তৰালত থাকি যি পাৰে সহায়তা কৰিছিল। প্ৰকাশ্যে সক্ৰিয়ভাৱে যোগ দিবলৈ আগবাঢ়ি অহা লোকৰ সংখ্যা তেনেই তাকৰীয়া আছিল। এনে এটা দয়নীয় দৃশ্য চকুৰ আগত দেখিও হতাশাক এধানমানো লাই নিদিয়াকৈ পূৰ্ণ উদ্যমেৰে ওলাই আহি নেতৃত্ব দিছিল অমিয় দাস আৰু হেম বৰুৱাই। গুৱাহাটীৰ উজানবজাৰ আছিল প্ৰথম থলি পোতাৰ সুচল ঠাই। তাতে সিদ্ধিনাথ শৰ্মা, বিষ্ণুৰাম মেধি, ডাঃ ভুবনেশ্বৰ বৰুৱাকে প্ৰমুখ্য কৰি কেইজনমান সাজু হৈ আছিল। নবীন বৰদলৈ পোনতে আগবঢ়া নাছিল যদিও, বুদ্ধি পৰামৰ্শ আৰু আন প্ৰকাৰেও সহায় সাৰথি আছিল। ইয়াৰ উপৰিও অনেক সহানুভূতিশীল পৰিবাৰ আছিল যিবিলাকে লেজুত ধৰি হলেও বল দিছিল। এনে এটা পৰিবেশ গইনা লৈ আইন অমান্য আন্দোলনৰ সূত্ৰপাত হৈছিল কটন কলেজৰ সমুখত পিকেটিঙেৰে। কলেজ ত্যাগী ছাত্ৰদলটোক সমুখত লৈ এইদৰেই অসমত আইন অমান্য আন্দোলনৰ ফিৰিঙতি উফৰি পৰিল অলপ দিনৰ ভিতৰতে খাণ্ডৱ দাহৰ মূৰ্তি ধৰিলে। কাৰো প্ৰতি অন্যায় নকৰাকৈ, কাকো লঘু নোবোলাকৈ বিনা



*লোকপ্ৰাণ অমিয় কুমাৰ দাস*

দ্বিধাই কব পাৰি এই খাণ্ডৱ দাহৰ প্ৰথম অগ্নি সংযোগ কৰিছিল হেম-অমিয়ই।

স্বাধীনতা যুঁজৰ সামৰণি তেতিয়াও পৰা নাছিল, কিন্তু তাৰ আগতে অসমত প্ৰথম কংগ্ৰেছী মন্ত্ৰীসভাই যেতিয়া শাসনৰ ভাৰ লৈছিল তেতিয়া মন্ত্ৰীত্ব লৈ খোৱা কামোৰা হোৱা নাছিল সঁচা, কিন্তু মন্ত্ৰীত্ব গ্ৰহণ কৰিবলৈ অনিচ্ছুক বা উদাসীন আছিল কেৱল এজন লোক। সেইজন আছিল অমিয় দাস। বহুত অনুৰোধ উপৰোধৰ পিছত মাদ্ৰক-দ্ৰব্য নিবাৰণী আয়ুক্ত পদটো গ্ৰহণ কৰিছিল, সিও গঠনমূলক কামৰ সুযোগ এটা বুলি, পদবী বা ক্ষমতাৰ মোহত নহয়। এই এটা দৃষ্টান্তই মানুহজনৰ অনন্য সাধাৰণ সাত্বিক ব্যক্তিত্বৰ শুদ্ধোজ্জ্বল মহিমাৰ পৰিচয় দিয়ে। পিছত স্বাধীনোওৰ কংগ্ৰেছী মন্ত্ৰীসভাৰ সদস্য হৈছিল, কিন্তু সিও লগৰ বিলাকৰ একান্ত হতস্পৃহ হৈছিল। কিন্তু জনহিতকৰ ৰচনাত্মক কৰ্মৰ প্ৰতি অতি সস্পৃহ হৈ পৰিছিল। এনেকুৱা নিৰ্মোহ-নিস্পৃহ ব্যক্তি ৰাজনীতিৰ ক্ষেত্ৰত বিৰল। অথচ মহাত্মা গান্ধীৰ আদৰ্শ আছিল সেইটোৱেই।

অসমত ৰাজনীতিৰ ক্ষেত্ৰত যিসকল মতলীয়া হৈ থাকে, সাহিত্যৰ ফালে মনকাণ দিবলৈ তেওঁবিলাকৰ সময় আৰু ৰুচি এটাও নোহোৱা হয়। আজিকালি ৰাজনীতিৰ খেলা চিত্ত বিক্ষোপকাৰী হৈ পৰাত ৰাজনীতি আৰু সাহিত্যৰ সম্বন্ধ নলেগলে লগা হৈ থকা নাই। এই বিচ্ছেদটো স্বৰাজোত্তৰ ভাৰতৰ সকলো ভাষাতে পৰিলক্ষিত হয়। অমিয় দাসৰ দিনত সাহিত্যিকসকল ৰাজনীতিৰ বেছুত ৰৰকৈ সোমোৱা নাছিল যদিও ৰাজনীতিৰ নায়কসকলে সাহিত্যলৈ পিঠি দিয়া নাছিল। তৰুণ ফুকন, নবীন বৰদলৈকে আৰম্ভ কৰি বহুত ৰাজনীতি যুঁজাৰুৱে এসময়ত অলপ নহয় অলপ সাহিত্য চৰ্চা কৰিছিল আৰু লিখিছিল। কিন্তু লোকনায়ক দাস একালে যেনেকৈ স্বৰাজ সংগ্ৰামৰ অধিনায়ক, আনফালে সাহিত্য ক্ষেত্ৰৰো মহাৰথী। সাহিত্যিক জীৱন ছাত্ৰ অৱস্থাতে আৰম্ভ হৈছিল যদিও তৃতীয় দশকৰ ৰাজনৈতিক আন্দোলনৰ আপেক্ষিকভাৱে সাময়িক স্থবিৰতাৰ কালছোৱাত বাঁহীৰ সম্পাদনাৰ ভাৰ লয়। অসমীয়া মাহেকীয়া কাকতৰ গতানুগতিক ৰূপটোৰপৰা আঁতৰি সাহিত্যলৈ এটা নতুন ধাৰাৰ পাৰ ভাঙি দিবলৈ দাস সমৰ্থ হৈছিল। সেই ধাৰাটো আছিল দেশ বিদেশৰ সাহিত্যৰ লগত যোগাযোগ স্থাপন আৰু ভাৰতৰ বিভিন্ন সমস্যাৰ বিষয়ে সজাগতা। দাস সম্পাদিত বাঁহীত বিদেশী সাহিত্যৰ বিখ্যাত গ্ৰন্থৰ ভাঙনি ধাৰাবাহিকভাৱে প্ৰকাশিত হৈছিল, আৰু সেইবোৰ বিষয়ে আলোচনাও হৈছিল। পিছৰ চাম সাহিত্যিকৰ চকু মোকল খালে আৰু ইংৰাজীৰ বাহিৰেও বিশেষকৈ ৰুছ সাহিত্য চৰ্চাও বিশেষভাৱে আগুৱাবলৈ ধৰিলে। ত্যাগবীৰ হেম বৰুৱাৰ উদাত্ত গদ্য-ৰীতিত লিখা প্ৰবন্ধবোৰ এই বাঁহীৰ এটা আকৰ্ষণীয় অৱদান আছিল। নানা ফালে চকু দিব লগা হোৱাত, বিশেষকৈ কংগ্ৰেছত কামত ব্যস্ত থাকিব লগাত এই বাঁহী স্বৰ্গীয় মাধৱ বেজবৰুৱাক গতাই দিলে যদিও, কম সময়তে দাসৰ সম্পাদিত বাঁহীয়ে অসমীয়া মাহেকীয়া কাকতৰ সম্পাদনাৰ নতুন দিশ এটালৈ আঙুলিয়াই দি গ'ল। পাছৰ কাকতবিলাকৰ ডেকা সম্পাদকসকলে সেই কথা নিশ্চয় কৃতজ্ঞতাৰে সুঁৱৰিব। সুখৰ বিষয় 'বাঁহীৰ প্ৰতিধ্বনি' নামৰ দুই খণ্ড গ্ৰন্থত সেই বাঁহীত ওলোৱা বাছকবনীয়া প্ৰবন্ধৰ সংকলন এটা তেখেতে নিজেই প্ৰকাশ কৰি থৈ গৈছে।

অমিয় কুমাৰ দাসৰ জীৱনৰ সবাতোকৈ উজ্জ্বল দিশ হ'ল তেখেতৰ জন-

সেৱাৰ দীঘলীয়া কাহিনী। প্ৰকৃততে জনসেৱাৰ গঠনমূলক কামহে তেখেতৰ অধিক প্ৰিয় আছিল। অসমৰ বহুত প্ৰতিষ্ঠানৰ তেখেতে গুৰি ধৰিছিল আৰু বহুত প্ৰতিষ্ঠানৰ স্থাপন কৰ্তা তেখেতেই। সেৱাৰ মাজেদি বিমল আনন্দৰ সোৱাদ পাইছিল বাবেই তেখেতে চহৰৰ জাকজমক আৰু হুলস্থুলীয়া পৰিবেশ বৰ্জন কৰি ঢেকিয়াজুলিৰ এক নিভৃত চুকত সাধন নীড় স্বৰূপ এটি সৰু ঘৰত থাকিবলৈ লৈছিল। তেখেতৰ সেৱা সাধনাত সহধৰ্মিণী পুষ্পলতা দাস শক্তি স্বৰূপা হৈ থিয় দিছিল। এনে এক মণিকাঞ্চন যোগ দাম্পত্য জীৱন উজ্জ্বল নিদেৰ্শন।

অমিয় দাসে বহুত দিনলৈ অবিবাহিত হৈ স্বাধীনতা যুদ্ধৰ নিজচকুৱা সৈনিক হৈ কটাইছিল। আগছে'ৱাত বোলে বিবাহৰ প্ৰতি অনিচ্ছা প্ৰকাশ কৰিছিল। কবি যতীন্দ্ৰনাথ দুৱৰা তেখেততকৈ বয়সে অলপ ডাঙৰ হলেও দুয়োৰে মাজত বন্ধুত্ব আছিল আৰু সেই বন্ধুত্বৰ অন্যান্য গুণৰ লগতে অকলশৰীয়া জীৱনযাপন কৰাও এক যোগসূত্ৰ বুলি অণুমান হয়। দুৱৰাই যেতিয়া অমিয় দাসৰ এখন চিঠিত বিয়াৰ খবৰটো পাইছিল সেই চিঠিখন পঢ়োতে এই লিখকো সেই সময়ত দুৱৰাৰ বহাতে আছিল। চিঠি পঢ়ি অতাই লিখকৰ ফালে চাই কৈছিল—"হেৰা, আমিয়েই ফাঁকি দিলো।" তাৎপৰ্য হ'ল—দুয়ো বিবাহ বন্ধনত নোসোমোৱাকৈ আছিল আৰু লগ আছিল; এতিয়া অমিয় দাসে লগ এৰা দি ফাঁকি দিলে। পিছত আন এদিন এই প্ৰসংগ ওলোৱাত কবি দুৱৰাই এই লিখকক আকৌ কৈছিল "বুইছা, মই জীৱনক ফাঁকি দিলোঁ, অমিয়ই আমাক দিলে কিন্তু জীৱনক ফাঁকি নিদিলে।" কবিজনৰ এই স্বীকাৰোক্তি আষাৰ তেখেতৰ জীৱনৰ মৰ্ম কথা—আজিও মাজে মাজে মনত পৰে। পিছে দাসৰ সংকল্প ভংগৰ মূলতে সংসাৰ সুখৰ স্পৃহাতকৈও সেৱাময় জীৱনৰ বলাধানকাৰিণীৰ প্ৰয়োজনৰ অনুভৱহে।

যেতিয়া নিজৰ আদৰ্শ আৰু নীতিৰ কথা উঠিব, তেতিয়া তেখেত বজ্ৰতকৈও কঠোৰ। হেজাৰ বিঘিনিয়ে আগুৰি নধৰক লাগে, নিজৰ আদৰ্শৰপৰা চুলি এডালমানো বিচ্যুত নহৈছিল। ৰাজনীতিৰ ক্ষেত্ৰত কেতিয়াবা দেশৰ উচ্চতম নেতাৰ লগতো খকা-খুন্দা লাগিছিল। তেতিয়া স্পষ্ট ভাষাৰে সেইসকলক নিজৰ অবিচলিত মত ব্যক্ত কৰিবলৈ অকণো কেৰো-ঘেঁহো নকৰিছিল।

অভাৱ, শাৰীৰিক স্বাচ্ছন্দ্যহীনতা, এইবিলাক কোনো কালেও মানুহজনক দোৱাব যে নোৱাৰিছিলেই, কিজানি অধিক দৃঢ়তা আৰু বলৰহে সঞ্চাৰ কৰিছিল। আনপিনে এই মানুহজনেই বাটত যাওঁতে কাৰবাৰ জুই লগা ঘৰৰ জুইৰ বেহুত সোমাই, মুমুৱাবলৈ লৰ ধৰিছিল আৰু ভাগি পৰা ঘৰৰ আঘাত লাগি গালে মুখে তেজ বোৱাই ওলাই আহিছিল। মোৰ নিজৰ কথা এটাই প্ৰায়ে মনত পৰে। তেখেতৰ কোমল মনৰ মৰমৰ চিন অকণমান মচিব নোৱাৰাকৈ এতিয়াও হৃদয় তলিত সোমাই আছে।

১৯৩০ চনৰ আইন অমান্য আন্দোলনত কলেজ এৰি হোষ্টেলৰপৰা ওলাই আহিছিলোঁ প্ৰায় একেবস্ত্রে বুলিয়ে ক'ব পাৰি। কাপোৰ-কানি, লামলাকতু যি অলপ আছিল, তাকো বন্ধু এজনৰ লগত ঘৰলৈ পঠাই দিলোঁ। লগত কেৱল পিন্ধা চোলা-চুৰিয়া আৰু মুৰিয়াই হাতত লব পৰাকৈ বিছনাৰ নাম এটা আছিল। আন্দোলনৰ কামতে গাঁৱে-ভূঞে ঘূৰি ফুৰোঁতে মোৰ একমাত্র পাঞ্জাবী চোলাটোৰ পিঠিৰ ফাল উৰঁলি গৈছিল আৰু তাৰেই ঘূৰি ফুৰিছিলোঁ। এদিন বৰিগোগ নামৰ গাঁও এখনৰ আন্দোলন সম্পৰ্কীয় সভাত দাস ডাঙৰীয়াও উপস্থিত আছিল, মই সেই ঠাইত আগতে উপস্থিত আছিলোঁ। তেখেতে মোক মাথো ইয়াকেই ক'লে—"ইয়ে তোমাৰ চোলাটোৰ দেখোন একোৱেই নাই!" সভাৰ পিছত গুৱাহাটীলৈ উভতি আহিলোঁ। পিছ দিনাই তেখেতে মোক "এই ফালৰপৰা আহোঁচোন ব'লা" বুলি আমি ভলন্টিয়াৰবিলাক থকা উজান বজাৰৰ ঘৰটোৰপৰা লৈ গ'ল আৰু দৰ্জিৰ দোকান এখনত সোমাই দৰ্জিক মোৰ গাৰ জোখ লবলৈ ক'লে। দৰ্জিয়ে খাদৰৰ এখন কাগজৰ মুৰা এটাৰপৰা উলিয়াই মোৰ গাৰ জোখ ল'লে। এই খাদৰৰ কাপোৰ ডোখৰ আগতেই কিনি তেখেতে দৰ্জিৰ দোকানত থৈ গৈছিল। মোক ক'লে, তোমাৰ চোলা নোহোৱা হৈছে, কেনেকৈ ফুৰিবা?" এনেকুৱা মৰম পালে মানুহৰ চকুপানী ওলায়—মোৰো সেইদিনা তেনে দশাই হৈছিল। এইজন মানুহ যদি কুসুমাদপি কোমল নহয়, কোন হ'ব?

আচলতে মন্ত্রীত্বই তেখেতক মুগুজিছিল ; সেৱাই হে তেখেতৰ প্ৰকৃতিক শুজিছিল। মন্ত্রীত্বও এক প্ৰকাৰ সেৱাই ; পিছে সেই পদত সেৱাৰ পৰিৱেশ আৰু আত্ম সন্তুষ্টিৰ পূৰ্ণতা ধীৰে ধীৰে নোহোৱা হৈ আহিছিল। অমিয় দাসৰ

দেশসেৱা এক বিশেষ গণ্ডীতে আৱদ্ধ নাছিল—সমাজত বিভিন্ন দিশত য'তে ৰিক্ততা আছিল, সেইখিনিকে পূৰাবলৈ তেখেতে হেঁপাহ কৰিছিল, আঁচনি লৈছিল আৰু সেইমতে কামত আগ বাঢ়িছিল। সেই কাৰণেই শিক্ষা বিস্তাৰ, গ্ৰাম উন্নয়ন, বনুৱা কল্যাণ, কুষ্ঠ প্ৰতিষ্ঠান, মদ নিবাৰণী, সাহিত্য চৰ্চা, কোনো এবিধ সেৱাই তেখেতৰ জীৱনত বাদ পৰা নাছিল। আমাৰ দেশত ৰাজনীতিত অতিকৈ ব্যস্ত থাকিব লগা লোকে সাহিত্য চৰ্চাত মন পুতি লাগিবলৈ সময় নাপায়। ব্যতিক্ৰম ৰূপে যিসকলৰ নাম ল'ব পাৰি অমিয় দাসে তাৰে এজন। বাঁহীৰ সম্পাদনা, গান্ধীজীৰ আত্মজীৱনীৰ অনুবাদ, বাঁহীৰ প্ৰতিধ্বনি আদি তেখেতৰ সাহিত্য কৃতী। তেখেতেৰ গদ্য-ৰচনা এটা বিশিষ্ট ভংগী আছিল। সেই ভংগীত মানুহজনৰ বলিষ্ঠ আৰু দৃঢ়-চৰিত্ৰৰ প্ৰতিচ্ছবি এটা ভাষাৰ মাজেদি পৰিস্ফুট হৈছিল। দেশ কৰ্মীসকলৰ ভিতৰত অমিয় দাস এজন সব্যসাচী।

অসমৰ আগৰ কেউখন মন্ত্ৰীসভাৰ সদস্যসকলৰ প্ৰায় ভাগৰ লগতে অলপ অচৰপ পৰিচয় আছিল। তাৰে কাৰো কাৰো লগত সেই পৰিচয় ঘনিষ্ঠ আৰু সৌহাদ্যপূৰ্ণ হৈছিল। মন্ত্ৰী হৈও মন্ত্ৰী পদৰ কাৰণে অকণো মোহ নথকা মন্ত্ৰী মই কেৱল মন্ত্ৰী অমিয় দাসকহে জানো। মই নজনাত কোনোবা দুই এজন আৰু থাকিবও পাৰে। সেইসকলৰ প্ৰতি মই অন্যায কৰিব খোজা নাই। অমিয় দাসৰ গাত মন্ত্ৰীত্বৰ পদটো অভিনয়ত পিন্ধা সাজৰ নিচিনা আছিল। যেতিয়াই প্ৰয়োজন, তাক খুলি পেলাই তেখেতে গাটো পাতল পাতল যেনহে পাইছিল। এই যে প্ৰতিষ্ঠা, প্ৰতিপত্তিক গাৰ মলি হেন দেখা স্বভাৱ, সি সিদ্ধ পুৰুষৰহে লক্ষণ। আধ্যাত্মিক অৰ্থত সিদ্ধ পুৰুষ বুলিলে আমি যি বুজোঁ, সেই অৰ্থত তেখেত সিদ্ধপুৰুষ আছিল নে নাই, সেই কথা বিচাৰ্য নহয়, কিন্তু সেই নিৰ্মোহ লক্ষণটো কোনো কোনো পুৰুষৰ গাত স্বভাৱতে থাকে। লোকপ্ৰাণ অমিয় দাসৰ গাতো সেই গুণটো স্বভাৱতে কেনেবাকৈ আছিল।□

# জ্ঞানতপস্বী কৃষ্ণকান্ত সন্দিকৈ

সৰুতেই এটা কথা শুনা যেন মনত পৰে। তাৰ সত্যাসত্য সম্বন্ধে একো ন দি ক'ব নোৱাৰোঁ। যোৰহাটৰ চৰকাৰী উচ্চ বিদ্যালয়ৰ সংস্কৃত শিক্ষকজনৰ মুখখন চোকা আছিল, স্বভাৱটোও অলপ বোলে নিন্দাপ্রিয় আছিল। কৃষ্ণকান্ত সন্দিকৈ নামৰ এজন ল'ৰাক বোলে সংস্কৃতত কিবা বিষয়ত অলপ নূন্যতা দেখি কৰ্কথনা কৰিছিল, সি জাতৰ কথা উজাৰি। পিছত যেতিয়া সেই কৃষ্ণকান্ত বোলাজন সংস্কৃতৰ পৰীক্ষাত অতি সুখ্যাতিজনক নম্বৰ পাই মেট্রিকুলেশ্যন পৰীক্ষাত উত্তীর্ণ হ'ল—শিক্ষকজনে কৃষ্ণকান্তৰ কৃতিত্বৰ কাৰণে গৌৰৱৰ ভাগ লৈ কৈছিল, "মই এদিন এনেকৈ কোৱাতহে কৃষ্ণকান্ত সংস্কৃতত মন পুতি লাগিল।" এই বুলি কৈ আশীর্বাদ দিছিল ডাঙৰ পণ্ডিত হ'বলৈ। সেই শিক্ষকজনৰ এদিনৰ এষাৰ কথাৰপৰাই কৃষ্ণকান্ত নামৰ সেই ছাত্রজনৰ জিদ চৰিল বুলি ইয়ে সিয়ে কোৱা কুই কৰা সৰুতে শুনিছিলোঁ।

সংস্কৃত বিষয়ত উচ্চ নম্বৰ পাই উত্তীর্ণ হৈছিল জিদ পূৰাবলৈ এনেকথা সঁচা হোৱাষাৰত আচৰিত হ'বলগীয়া একো নাই। সেই জিদেই হয়তো শেষত ৰাপত পৰিণত হ'ল। বহুত ডাঙৰ লোকৰ জীৱনীত এনে একোটি সৰু ঘটনা বা একোষাৰ বাক্যই জীৱনৰ বাট সলাই দিয়াৰ কাহিনী পঢ়িবলৈ পাওঁ। সেইদিনা হয়তো মনত আঘাত পাই সংস্কৃত বিষয়ত উন্নতি কৰিমেই বুলি কৃষ্ণকান্ত সন্দিকৈ বদ্ধপ্রতিজ্ঞ হৈছিল, পিছে সি জিদ গুচি ৰাপ হ'ব, ৰাপ গৈ সাধনাত পৰিসমাপ্ত হৈছিল।

সংস্কৃত জ্ঞানে গ্রীক ভাষালৈ তেখেতৰ ধাউতি উপজালে। বিলাতত পঢ়িবলৈ গ্রীক ভাষাও আয়ত্ত কৰি ফৰাচী ভাষালৈকো আগ্রহ উপজিল :



জ্ঞানতপস্বী কৃষ্ণকান্ত সন্দিকৈ

কাৰণ সেই সময়ত ফৰাচী ভাষাতো সংস্কৃতৰ পঠন-পাঠন আৰু চৰ্চা দিনক দিনে বাঢ়িছিল আৰু ইতিপূৰ্বে বহুত গৱেষণামূলক গ্ৰন্থও প্ৰকাশিত হৈছিল। এইদৰে য়ুৰোপৰ কেবাটাও ভাষাৰ জ্ঞান তেখেতে আহৰণ কৰিছিল। সেই-বোৰে পিছলৈকো তেখেতৰ লগ এৰা দিয়া নাছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপকুলপতি হৈ থকা কালত এদিন কিবা কাৰণত তেখেতক দেখা কৰিবলৈ যাওঁতে ফৰাচী ভাষাৰ কিতাপ দুখনমান তেখেতৰ মেজত দেখিবলৈ পাইছিলোঁ। তেখেতৰ অসমীয়া প্ৰবন্ধ দুই-এটাতো গ্ৰীক সাহিত্য আৰু স্পেনীয় সাহিত্যৰ জিলিঙনি একোটা পাইছিলোঁ। ইয়াৰে এটা আলম লৈ 'বকুলবনৰ'ৰ কবি আনন্দ চন্দ্ৰ বৰুৱাই এখন নাটকো লেখিছিল।

য়ুৰোপৰ খ্যাতনামা বিশ্ববিদ্যালয়ত পঢ়া কালতে সন্দিকৈয়ে আধুনিক গৱেষণা আৰু সমালোচনাৰ ধাৰাটো নিয়াৰিকৈ আয়ত্ত কৰিছিল। তাৰ ফলতে তেখেতৰ সম্পাদিত অনূদিত আৰু সমালোচিত নৈষধচৰিত,

যশস্তিলক প্ৰভৃতি গ্ৰন্থই বিশ্বৰ সুধীসমাজ সংস্কৃত বিশাৰদসকলৰ অকুণ্ঠ প্ৰশংসা লাভ কৰিছিল। এই গ্ৰন্থকেইখনত সন্দিকৈৰ অক্লান্ত পৰিশ্ৰম, গভীৰ অধ্যয়ন, সূক্ষ্ম আলোচনা আৰু বিস্তৃত পাণ্ডিত্যৰ পৰিচয় পাওঁ। অসমৰ এচুকত থাকিও বিশ্ববৰেণ্য পণ্ডিতসকলৰ লগত তেখেতৰ যোগাযোগ শেষ কাললৈকে আছিল।

সন্দিকৈ ডাঙৰীয়াৰ কলমৰপৰা খনে খনে গ্ৰন্থ ওলাই থকা নাছিল। তেখেতৰ গ্ৰন্থ-সংখ্যাও তাকৰীয়া - এই কথা সঁচা। পিছে যিসকল লেখকে নিখুঁতভাৱে লেখিব খোজে, উত্তম বস্তু প্ৰণয়নৰ লক্ষ্য আগত ৰাখে, সেই সকলৰ কলমৰ গতি লেহেম হয়। জগতত এখন গ্ৰন্থ লেখিও বিশ্ববিখ্যাত হোৱা লেখক আছে। অধ্যয়ন পিপাসু লোকৰ গ্ৰন্থ প্ৰণয়নলৈ সময়ৰ নাটনি পৰে। তেখেতৰ বিশাল পুস্তকাগাৰ যিয়ে দেখিছে সেয়ে এই কথা উপলব্ধি কৰিব। সমুখৰ ঘাঁহনিত পদাচাৰ কৰি থাকোঁতেও হাতত কিতাপ লৈ পঢ়ি থকা এটা নিয়মীয়া দৃশ্য। তথাপি তেখেতে যি কেইখন সংস্কৃত গ্ৰন্থৰ ওপৰত আলোকপাত কৰি সংস্কৃত জগত সমৃদ্ধ কৰিলে আৰু অসমীয়া লোকৰ পাণ্ডিত্যৰ নমুনা দেখুৱালে তাৰ কথা আমি চিৰকাল সুঁৱৰিব লাগিব।

অসমীয়া সাহিত্যলৈ সন্দিকৈয়ে পিঠি দিয়া বুলি কোনোৱে কেতিয়াবা দুখ কৰিছিল—এই কথা মাজে মাজে কাণত পৰিছিল। এইষাৰ সঁচা যে তেখেতে অসমীয়া সাহিত্যৰ ভঁৰাললৈ পাচিয়ে পাচিয়ে গ্ৰন্থসম্ভাৰ দান কৰা নাই। তাৰ কাৰণ গভীৰ বিষয়ৰ পুথি লিখাত ব্যস্ত হৈ থকাত আন কামলৈ সময়কে উলিয়াব নোৱাৰিলে। নানা ঠাইত সিঁচৰতি হৈ থকা প্ৰবন্ধবিলাক সম্পাদিত কৰি উলিয়াবলৈ কোনো কোনোৱে অনুৰোধ কৰিছিল। তেখেতেও সেই কাম কৰিবলৈ গাত লৈছিল, কিন্তু সম্পূৰ্ণ হৈ নুঠিল। সেইবুলি অসমীয়া সাহিত্যলৈ তেখেতে পিঠি দিছিল, এনে কথা সম্পূৰ্ণ অমূলক। সন্দিকৈয়ে ছাত্ৰকালৰপৰাই অসমীয়াত প্ৰবন্ধ লেখিছিল। ডিব্ৰুগড়ৰপৰা ওলোৱা 'আলোচনী' নামৰ কাকতত তেখেতে ধাৰাবাহিক প্ৰবন্ধ লেখিছিল। তেখেতৰ এলানি প্ৰবন্ধ আছিল 'সাংখ্যদৰ্শন'। তাক গোটাই ছপা কৰিলেও এখন সৰু কিতাপেই হ'ব। তেখেতে গীত ৰচনাও কৰিছিল। এটা গীত আছিল 'অয়ি ভুবনমন মোহিনী' ইত্যাদি ৰবীন্দ্ৰনাথ ঠাকুৰৰ গীত এটাৰ সুৰত গাব পৰাকৈ লেখা।

তেতিয়াৰ দিনত বঙলা গীত এটাৰ উল্লেখ কৰি তাৰ সুৰত গাবলৈ নির্দেশ দিয়া অসমীয়া গীত লেখা এটা কিছুদিন চলিছিল। 'আৱাহন' কাকততো তেখেতৰ প্ৰবন্ধ দুটামান ওলাইছিল। সেইবোৰ অসমীয়াত সমালোচনা-প্ৰবন্ধৰ উৎকৃষ্ট নিদর্শন আছিল। ছাত্রাৱস্থাত কটন কলেজৰ ছাত্রাবাসত থাকোঁতে সন্দিকৈয়ে অসমীয়া কিতাপ ওলালেই কিনি আনি পঢ়িছিল আৰু পঢ়ি অঁতাই বাকচত ভৰাই থৈ দিছিল। সেই কিতাপ আনক পঢ়িবলৈ ধাৰলৈকো নিদিছিল। তাৰ কাৰণ স্বৰূপে তেখেতে হেনো কৈছিল বোলে এজনে কিনিব দহজনে পঢ়িব এই নিয়ম ভাল নহয়, এনেয়ে অসমীয়া কিতাপৰ বিক্ৰী নিচেই কম, তাতে যদি এজনৰ কিতাপ দহজনে পঢ়ে তেনেহলে অসমীয়া কিতাপ বিক্ৰী হব কেনেকৈ ? এই কথাই অসমীয়া সাহিত্য উন্নতিৰ অৰ্থে ছাত্ৰ কালৰপৰা সকলো দিশৰপৰা তেখেতে কেনেকৈ চিন্তা কৰিছিল তাৰ এটি আভাস দিয়ে। সকলো কথা আৰু কামতে তেখেতৰ স্বকীয় নীতি আৰু চিন্তাধাৰা আছিল। সেইবোৰৰপৰা কেতিয়াও ফালৰি কাটি নগৈছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাৰ লৈয়ে সন্দিকৈয়ে অসমীযা বিভাগৰ স্নাতকোত্তৰ শ্ৰেণী আৰম্ভ কৰাৰ দিহা কৰিবলৈ লাগি গ'ল। সেই সময়ৰ মুখ্যমন্ত্ৰী আৰু শিক্ষামন্ত্ৰী স্বৰ্গীয গোপীনাথ বৰদলৈ ডাঙৰীয়াই বিশ্ববিদ্যালয়ৰ খৰচৰ বোজা কমোৱাৰ উদ্দেশ্য কেইটামান বিষয়ৰ স্নাতকোত্তৰ কটন কলেজতে খুলিবৰ মনস্থ কৰি বিজ্ঞাপন দিছে। এই কথাত সন্দিকৈ ডাঙৰীয়াই দুৰ্ঘোৰ আপত্তি কৰিলে। শেহত চৰকাৰে উদ্যম হেৰুৱালে আৰু বিজ্ঞাপন প্ৰত্যাহাৰ কৰিলে। লগে লগে সন্দিকৈৰ নেতৃত্বত গুৱাহাটী বিশ্ববিদ্যালয়ে অসমীয়া এম এ শ্ৰেণী আৰম্ভ কৰিলে। সন্দিকৈৰ বুজনিতে ড° বাণীকান্ত কাকতি, ড° বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰভৃতি অসমৰ মুকুটমণি সদৃশ জ্ঞান সাধকে চৰকাৰী চাকৰি বাদ দি বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ অসমীয়া বিভাগত যোগ দিলে। এম এ শ্ৰেণীৰ অসমীয়া পাঠ্যক্ৰমৰো পৰিবৰ্তন কৰি উন্নত কৰিলে। এই অসমীয়া বিভাগটোৰ প্ৰতি তেখেতৰ সস্নেহ দৃষ্টি আছিল। বস্তুতে মনে মনে ভাবিছিল সন্দিকৈ সংস্কৃতৰ এম. এ. শ্ৰেণী খোলাত প্ৰথম মনোযোগ দিব কিন্তু সেইটো তেতিয়া নকৰি অসমীয়া বিভাগ খোলাহে তেখেতে প্ৰথম কৰণীয় বুলি ভাবিছিল। অসমীয়াত নিজে

সৰহীয়াকৈ নিলিখিলেও নতুন লেখকসকলক সদায় উৎসাহ আৰু দিহাৰ পৰামৰ্শ দিছিল। সময়ৰ নাটনি বুলি পিছ-হোঁহোকা নামাৰি কোনো অসমীয়া গ্ৰন্থৰ পাতনিও সানন্দে লেখি দিছিল। অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ তেখেতে দিয়া পৰামৰ্শবোৰে এতিয়াও তাৰ কাৰ্যকাৰিতা হেৰুওৱা নাই। যোৰহাটৰ ঘৰতে বহি থাকিও অসমীয়া সাহিত্যিকসকলৰ সন্দিকৈ প্ৰেৰণাৰ উৎস আছিল। তদুপৰি চন্দ্ৰকান্ত অভিধানৰ সংবৰ্ধিত সংস্কৰণ, অসম সাহিত্য সভাৰ চৌহদত ৰাধাকান্ত সন্দিকৈ ভৱনত তেখেতৰ অকাতৰ অৰ্থদানৰ কথা কোনে পাহৰিব পাৰে? নিভৃত কোণত বহি জ্ঞান—সাধনাত অবিৰাম ব্যস্ত থাকিও অসম সাহিত্য সভা আৰু অসমীয়া সাহিত্যৰ ডাঁৰৰ বাতৰি ডাঁৰে লৈ আছিল। আমি বাহিৰত ফুৰিও যি কথাৰ সম্ভেদ নাপাওঁ তেনে কথাও তেখেতৰ নখদৰ্পণত আছিল। ইও এটা সন্দিকৈৰ ব্যক্তিত্বৰ বিশেষত্ব।

জ্ঞান-তপস্যাত ব্ৰতী হৈ নিজৰ পাঠাগাৰত অসংখ্য গ্ৰন্থৰ মাজত সোমাই থকা এই মানুহজন, বাহিৰৰ লোকহে নালাগে নিজৰ ওচৰ সম্বন্ধীয়াৰ লগতো যাৰ আহ-যাহ কম, সভাই-সমিতিয়ে বক্তৃতা দি ফুৰাৰ কথা যাৰ নীতিত দূৰতে বিদূৰ, সম্বৰ্ধনা লোৱাৰ যি নামকে নুশুনে, সামাজিক কামত যাৰ দেখাত স্পৃহা নাই, সেই মানুহজন যে এজন বিচক্ষণ কৰ্মক্ষম লোক সেই কথা ওপৰে ওপৰে চালে চকুত নপৰে, ধাৰণা কৰা কঠিন। যোৰহাট জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষৰ ভাৰ তেখেতৰ গাত থাকোঁতেই কলেজখন দোপত-দোপে আগবাঢ়ি গ'ল। তেখেতে নিজে যে কলেজৰ কামত টাকুৰি ঘূৰাদি ঘূৰি ফুৰিছিল, সেই কথা মুঠেই নহয় কিন্তু তেখেতৰ অধ্যক্ষত্বই কলেজখনৰ স্বকীয়া গাম্ভীৰ্য, লোক-বিশ্বাস, আৰু কৰ্মমুখৰতা দান কৰিছিল। দুটা-এটা শ্ৰেণীত পঢ়াইছিলো। যোৰহাট জগন্নাথ বৰুৱা কলেজৰ প্ৰথম ছাত্ৰসকলৰ মুখে তেখেতৰ পাঠ-দানৰ সুৰভিত স্মৃতিকথা আজিও শুনিবলৈ পাওঁ।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপকুলপতিত্ব গ্ৰহণ কৰি তেখেতে প্ৰাৰম্ভিক শক্তি এটাৰ সঞ্চাৰ কৰিলে। চৰকাৰী বাসগৃহত থাকি বিশ্ববিদ্যালয়ৰ কামো তাৰপৰাই চলাইছিল, পাক একোটা মাৰিও কোনে কি কাম কৰিছে তাক চাবলৈ ওলাই নগৈছিল, তথাপি সকলো বিষয় আৰু সমস্যা তেখেতৰ

'কৰতলামলকবৎ' আছিল। তেখেতৰ দিনত বিশ্ববিদ্যালয়ৰ সকলো কাম নিয়াৰিকৈ চলিছিল, ভ্ৰষ্টাচাৰ, স্বজন-প্ৰিয়তাই লুকায়ো ভুমুকি মাৰিব নোৱাৰিছিল। তেখেত বহি থাকে চৰকাৰী বঙলাত কিন্তু তেখেতৰ ভাবমূৰ্তি বিৰাজ কৰিছিল বিশ্ববিদ্যালয়ৰ প্ৰকোষ্ঠে প্ৰকোষ্ঠে, গোটেই অসমৰ কলেজে কলেজে। পৰীক্ষাত অসজ বৃত্তিয়ে তেখেতৰ দিনত সমূলি লাই পাব নোৱাৰিছিল। তেখেতে বিশ্ববিদ্যালয় এৰি যোৱাৰ পিছতো কিছু দিনলৈ এই শুদ্ধ পৰম্পৰা চলি আছিল। এতিয়া সেই পৰম্পৰা নাই, কালস্য কুটিলাগতিঃ।

এইদৰে বিচক্ষণতাৰে বিশ্ববিদ্যালয়ৰ গতি নিৰ্দেশ কৰে তিনিটা কাৰ্যকাল মূৰ্দ্ধণ্যস্বৰূপে থাকি তেখেতে দেখুৱাই গ'ল যে জ্ঞান-তপস্যাৰ নিভৃতবাস আৰু কৰ্ম-বিচক্ষণতা দুয়োটা নলে-গলে লগা হৈ থাকিব পাৰে, আৰু থাকি সমাজৰ হিতকৰ্ম সমৃদ্ধ কৰিব পাৰে।

সন্দিকৈৰ ব্যক্তিত্বৰ এটা দিক্ হৈছে ন্যায়নিষ্ঠা। যিটো ন্যায় বুলি ভাবিছিল, নিজৰ ল'ৰা-ছোৱালীৰ সম্বন্ধে কিবা কৰিব লগীয়া হ'লেও তাৰপৰা বিন্দুমাত্ৰ বিচলিত নহৈছিল। সেই ন্যায়নিষ্ঠা আৰু ন্যায়পালন তেখেতৰ স্বভাৱতে একাকাৰ হৈ আছিল। 'ধৰাধৰি কৰা' বুলি এষাৰ কথা আজিকালি ভাত-মাছৰ নিচিনা হৈ পৰিছে। সেইটো কি বস্তু সকলোৱে জানে, ইয়াত বহলাই কোৱাৰ সকাম নাই। এই 'ধৰাধৰি' নামক ব্যাপক-ব্যাধিয়ে সন্দিকৈ ডাঙৰীয়াৰ নখাগ্ৰও স্পৰ্শ কৰিব নোৱাৰিছিল। বহুত কথাত তেখেতৰ এই গুণটোৰ পোহৰ দেখা পাইছিলোঁ। প্ৰাগ্‌জ্যোতিষ কলেজ স্থাপনৰ বেলিকাই দেখিছিলোঁ। সকলো চৰ্ত পূৰণ কৰি দেখুৱাব নোৱাৰালৈকে, তাকো পূৰাকৈ, তেখেতে কলেজ খোলাৰ অনুমতিকে দিবলৈ অমান্তি হৈছিল। দুইচাৰিজন গণ্যমান্য ব্যক্তিয়ে ঘৰত গৈ অনুনয় কৰিও লৰাব নোৱাৰিলে। তাৰ এটা চৰ্ত আছিল অধ্যাপকে নিয়মিত দৰমহা পাব লাগিব। নতুনকৈ আৰম্ভ কৰা কলেজত দুই-এজন অবৈতনিক অধ্যাপকো থাকে। তেখেতে অবৈতনিক ব্যৱস্থাৰ ওপৰত বিশ্বাস নকৰিছিল। তেখেতে কৈছিল, "আজিকালি দৰমহা দিলেও মানুহে মন দি কাম নকৰে, তাতে দৰমহা নোলোৱাকৈ কাম কৰিব নে?" —তেখেতৰ এইষাৰ কথা যে বহুমূলীয়া আৰু দূৰদৰ্শিতামূলক তাৰ মৰ্ম পিছত

ভালকৈ বুজি পাইছিলোঁ। অবৈতনিক অধ্যাপকৰ সংখ্যা প্ৰায় নোহোৱা কৰাত প্ৰাগ্‌জ্যোতিষ কলেজ খোলাৰ অনুমতি পোৱা গ'ল। এইদৰে তেতিয়া উন্নত হোৱা সকলো কলেজেই অনুমতি পাওঁতে একৰকম হাৰাশাস্তিয়ে হ'ব লগাত পৰিছিল। বিশ্ববিদ্যালয়ৰ সকলো কামতে এই ন্যায়নিষ্ঠা আৰু নীতিপৰায়ণতাৰ প্ৰভাৱ পৰিছিল। তেখেতৰ ব্যক্তিগত জীৱনতো এই গৰিষ্ঠ নিয়ম অবিচ্যুতভাৱে পালন কৰি চলিছিল।

কঠোৰ ন্যায়নিষ্ঠাই তেখেতৰ মনৰ বিশাল উদাৰতাক মোলান পেলাব পৰা নাছিল। স্বজনপ্ৰীতি, ব্যক্তিগত ভাল পোৱা বেয়া পোৱাই তেখেতৰ মনটো ঠেকাব নোৱাৰিছিল। চাকৰি-বাকৰি দিয়াত বা আন কোনো বিষয়তে তেখেতে নিজৰ সমাজ বা সম্প্ৰদায়ক বিশেষ সুবিধা দিছিল বুলি তেখেতৰ ঘোৰ শত্ৰুৱেও ক'ব নোৱাৰে। তেখেতৰ প্ৰতি জানি-নাজানি অপৰাধ কৰাজনৰ প্ৰতিও দ্বেষ্যভাব নাৰাখিছিল। এই কথা এই লেখকে নিজৰ এটা ঘটনাৰপৰাই জলজলকৈ দেখা পাইছিল। এই লেখকে এজন ভদ্ৰলোকক কথাই কথাই কৈছিল কলিকতা বিশ্ববিদ্যালয়ত সন্দিকৈৰ 'নৈষধচৰিত'খন নাছিল, লেখকে গ্ৰন্থাধ্যক্ষক কৈ অনাই পঢ়িছিল। ভদ্ৰলোকজনে এই কথা বুজাতে ভুল কৰিলে নে, নাই বুজিও একক দহ কৰি বুজালেগৈ নাজানো। ভদ্ৰলোকজনে বুজালে যে সন্দিকৈৰ 'নৈষধচৰিত'খন কলিকতা বিশ্ববিদ্যালয়ে নগণ্য গ্ৰন্থ বুলি ৰখাই নাছিল—মইহে কৈ অনাইছিলোঁ ইত্যাদি। এই কথা মই কোৱা বুলি ভাবি সন্দিকৈ যে বৰ বেজাৰ পাইছিলে; তাকে এদিন অধ্যাপক প্ৰফুল্লপ্ৰাণ চাংকাকতীক দুখ কৰি কৈছিল। সেই সত্ত্বেও মোৰ প্ৰতি অন্যায় কৰা নাছিল। প্ৰাগজ্যোতিষ কলেজৰ অধ্যক্ষ বুলি মোৰ নাম যোৱাত তেখেতে কোনো আপত্তিকে কৰা নাছিল, আনকি জীয়েকৰ মুখে কলেজৰ বা-বাতৰি লৈহে আছিল।

সন্দিকৈ সম্বন্ধে বহুত কথাই লোকোক্তিত পৰিণত হৈছিল। তেখেতৰ কিছুমান নীতি আনৰ লগত নিমিলিব পাৰে। ৰাজহুৱা সমাগম আৰু ৰাইজীয়া কামৰ নেতৃত্ব লবলৈ তেখেতে ভাল নাপাইছিল। কেতিয়াবা বহুত লোক হেঁচা মাৰি তেখেতক এনে কামলৈ অনুৰোধ কৰি বিফল মনোৰথ হৈছিল। তেখেতে সকলো প্ৰকাৰে সহায় কৰিবলৈ গাত লৈছিল কিন্তু বাব

নলৈছিল। জ্ঞান তপস্বীৰ পক্ষে এইটো লোভনীয় গুণ। এনেকুৱা বহু গুণসম্পন্ন অনন্যসাধাৰণ ব্যক্তি দেশত সদায় নোপোজে। সন্দিকৈতকৈও বেছি খ্যাতি অৰ্জিব পৰা পণ্ডিত যে, ৰত্ন প্ৰসবিনী অসমত আগলৈ নোলাব এনে কথা নহয়। হয়তো ওলাব, আমিও তাকে আশা কৰোঁ। পিছে সন্দিকৈৰ যে এটা স্বকীয়া প্ৰোজ্জ্বল ব্যক্তি মহিমা আছিল, সি হ'লে দুৰ্লভ।□

# কবিতিলক ডিম্বেশ্বৰ নেওগ

ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াৰ নলে-গলে লগা বন্ধু আছিলো বুলি মই দাবী কৰিব নোৱাৰোঁ। আমি বন্ধু বুলিলে সাধাৰণ অৰ্থত যি বুজোঁ তেনে ধৰণৰ বন্ধু তেখেতৰ খুব কমেইহে আছিল। অৱশ্যে তেখেতৰ সকলোৰে প্ৰতি সদ্‌ভাৱ আছিল। আমি মাজে সময়ে লগ পাইছিলোঁ আৰু সাহিত্য বিষয়ক আলোচনাই আমাৰ মাজত প্ৰাধান্য লাভ কৰিছিল। কেতিয়াবা তেখেতে তেখেতৰ সান্নিধ্যলৈ অহা সাহিত্যিক আৰু ব্যক্তিসকলৰ বিষয়ে ৰসাল আখ্যান বৰ্ণনা কৰিছিল। বাক্‌চাতুৰ্য আৰু হাস্য-ৰসসিক্ত তেখেতৰ এনে বৰ্ণনাই সঁচাকৈয়ে মুগ্ধ কৰিছিল। তেখেত মানুহজন খোলা হোৱাৰ কাৰণে এই বৰ্ণনাবোৰ আৰু বেছি ৰসাল হৈ পৰিছিল। আচলতে এইজনা সাহিত্যিকৰ লগত কিছুসময় কটাবলৈ পোৱাটো বৰ আনন্দদায়ক আছিল। তাৰ উপৰি এনে ধৰণৰ আলোচনাৰ জৰিয়তে তেখেতৰ বাহ্যিক কঠোৰতাৰ আৱৰণে সংগোপন কৰি থোৱা ভিতৰৰ ৰঙিয়াল আৰু বাক চতুৰ মানুহজনক চোৱাৰ সুবিধা হৈছিল।

১৯২৮ চনত অসম ছাত্ৰ সন্মিলনৰ অধিবেশন হৈছিল তেজপুৰত। মই তেতিয়া দশম শ্ৰেণীৰ ছাত্ৰ। এই সন্মিলনতে নেওগ ডাঙৰীয়াক দেখাৰ সৌভাগ্য মোৰ ঘটিল। আচৰিত হ'লোঁ, আচৰিত হোৱাৰেই কথা। পিন্ধন-উৰণত জধলা এজন মানুহ। দেখনতো কোনো ৰূপেই এইজন মানুহক মোহনীয় বুলি কব নোৱাৰি। অথচ আমি পঢ়া ইমানবোৰ মনোমহা কবিতা ৰচনা কৰিছে এইজন মানুহেই।

সেই সময়ত উদীয়মান কবি হিচাপে নেওগে সুখ্যাতি অৰ্জন কৰিছিল।



*কবিতিলক ডিম্বেশ্বৰ নেওগ*

'বাহী' আলোচনীৰ প্ৰথম পৃষ্ঠাৰ শোভা বৰ্ধন কৰা বহুত কবিতা আমি পঢ়িছিলোঁ। তেতিয়া তেখেতে নিজেই সেই আলোচনীৰ নিনাও সম্পাদক আছিল। তেখেতৰ কবিতাবিলাকত সঘনে ব্যৱহৃত হোৱা 'প্ৰিয়া' শব্দটোৰ অৰ্থ উলিয়াবলৈ আমি চেষ্টা কৰিছিলোঁ। কিন্তু মানুহজন দেখি আমি বিশ্বাস কৰিবলৈ টান পাইছিলোঁ যে এইজন মানুহেই ইমান সুন্দৰ আৰু সংগীত ধৰ্মী কবিতা ৰচনা কৰিব পাৰে। আনহে নেলাগে আমাৰ ভিতৰৰে এজনে কোৱা মনত পাৰে যে সেইজন কোনোবা অন্য ডিম্বেশ্বৰ নেওগহে, কবি ডিম্বেশ্বৰ নহয়।

বাহিৰা আবৰণে অন্তৰৰ মানুহজনক সংগোপন কৰি ৰখা এই কবি ডিম্বেশ্বৰ নেওগক অধ্যয়ন কৰাটো অছিল অতি জটিল কাম। আজি সৌ-শৰীৰে তেখেত আমাৰ মাজত নাই। কিন্তু তেখেত প্ৰকৃত মানুহজন আৰু কবি, সমালোচক, বুৰঞ্জীবিদ আৰু শিক্ষাবিদজন আমাৰ মনত উজ্জ্বল হৈ উঠিছে।

১৯৪৩ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰীক্ষক সমিতিত যোগ দিবলৈ আৰু

পৰীক্ষাৰ প্ৰশ্নোত্তৰৰ বহী আনিবৰ কাৰণে নেওগ ডাঙৰীয়া কলিকতালৈ গৈছিল। সেই সংক্ৰান্তত তেখেতক ঘনিষ্ঠভাৱে জনাৰ মই এটা সুযোগ পাইছিলোঁ। যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক ৺লক্ষেশ্বৰ শৰ্মা বৰুৱাও তেখেতৰ লগত গৈছিল। তেখেতসকল কেইদিনমান মোৰ ঘৰতে আলহী আছিল। ৺শৰ্মা বৰুৱা এজন কবি আছিল আৰু তেখেতৰ কবিতা সংগ্ৰহ 'কুঁহি' ১৯২২ চনত প্ৰকাশ পাইছিল। তেওঁলোক দুয়ো বৰ বন্ধু আছিল যদিও অনেক ক্ষেত্ৰত তেওঁলোকৰ মতৰ অমিল আছিল। ৺শৰ্মা বৰুৱাই নিত্যনৈমিত্তিক পূজা পাতল কৰিছিল। নেওগে সেইবোৰ একো নকৰিছিল। অৱশ্যে সেই কেইদিনৰ ভিতৰত মই তেখেতক ধৰ্মৰ প্ৰতিকূলে কিবা আচৰণ কৰা একোকে দেখা নাছিলোঁ। এদিন ভাত খাওঁতে মই সুধিলো, নেওগ কোন সত্ৰৰ সেৱক। সেৱক শব্দটোৱে তেখেতক অলপ বিতুষ্ট কৰা যেন দেখা গ'ল। তেখেতে উত্তৰ দিলে "সত্য আৰু মানৱতাৰ বাহিৰে মই একোৰে সেৱক নহয়। কথাষাৰ শুনি শৰ্মা বৰুৱাই হাঁহি মাৰি ক'লে নেওগ কোনো সত্ৰৰ সেৱক নহয়, তেওঁ তেওঁৰ সহধৰ্মিণীৰ সেৱক।" "প্ৰতি মানুহেই তেওঁৰ নিজৰ তিৰোতাৰ সেৱক আৰু তেনে হোৱাটো একো দোষৰ কথা নহয়"—নেওগে উত্তৰ দিছিল।

এইষাৰ কথা ধেমালিতহে কোৱা হৈছিল। তথাপি নেওগৰ জীৱনৰ এটা অধ্যায় প্ৰকাশ কৰিবৰ কাৰণে এয়ে যথেষ্ট আছিল। আউনিআটিৰে সেৱক এটা ধৰ্মপ্ৰাণ বৈষ্ণৱ পৰিয়ালত নেওগৰ জন্ম হৈছিল। নেওগে নিজৰ পৰিয়াল বা সমাজক ধৰ্ম বিষয়ক বিতুষ্ট কৰা নাছিল যদিও সেই বিষয়ত তেখেত অন্ধ-বিশ্বাসীও নাছিল। ধৰ্মবস্তুটো আনুষ্ঠানিক আবৰণ আৰু পৰম্পৰ সেৱাৰ মাজতহে লুকাই থাকে এনে কথা মানি লবলৈ স্বভাৱতে নেওগ অপাৰগ আছিল—তেনে ভাবে চলাও নাছিল; ধৰ্মজীৱন আৰু ধৰ্ম সম্পৰ্কে তেখেতৰ ধাৰণা আছিল। জীৱনৰ সকলো ক্ষেত্ৰতে নিজৰ আদৰ্শক লৈ জীয়াই থকা কিছুমান খ্যাতিমন্ত লোক আছে। সামাজিক গতানুগতিকতাৰ লগত নিজকে খাপ খুৱাবলৈ তেওঁবিলাকে ইচ্ছা নকৰে। নেওগ আছিল এনে এজন লোক। তেখেতৰ স্বকীয় বিচাৰ-নীতি আছিল। শব্দ ব্যৱহাৰৰ ক্ষেত্ৰতেই হওক অথবা জীৱনৰ আন কোনো গভীৰ বিষয়ৰ ক্ষেত্ৰতেই হওক তেখেতে দৃঢ়ভাৱে সেই

বিচাৰ-নীতি বা জোখ মাৰিহে ব্যৱহাৰ কৰিছিল। জীৱনৰ প্ৰতি এই দৃষ্টিভংগী আৰু স্বকীয়তাই তেখেতৰ ৰচনাক বিশেষকৈ গদ্য-ৰচনাকো প্ৰভাৱান্বিত কৰিছিল। নেওগৰ সাহিত্যৰাজিত বিদ্ৰোহৰ এটি অন্তৰ্নিহিত সুৰ কাণ পাতিলেই শুনা যায়।

ডিম্বেশ্বৰ নেওগে কেতিয়াও তেখেতৰ গুণমুগ্ধ লোকসকলৰ এটা গোষ্ঠী গঠন কৰিবলৈ চেষ্টা কৰা নাছিল। ডেকা সাহিত্যানুৰাগীসকলে কেতিয়াবা ইটো সিটো অনুৰোধ লৈ তেখেতৰ কাষ চাপে। নেওগে সেইসকলক উপদেশ দিয়ে আৰু উৎসাহিত কৰে, কিন্তু উদ্গনি যোগোৱাৰ উদ্দেশ্যে এনেয়ে কেতিয়াও তেওঁবিলাকৰ ৰচনাৰ প্ৰশংসা নকৰে। নিজে বিশ্বাস নকৰা কোনো কথাকেই তেখেতে প্ৰকাশ কৰিবলৈ ভাল নাপাইছিল। সেইকাৰণে তেখেতৰ ওচৰত প্ৰশংসাকাৰীয়েও প্ৰশ্ৰয় নাপাইছিল। আনহাতে কবি যতীন্দ্ৰ নাথ দুৱৰা এই ক্ষেত্ৰত নেওগৰ সম্পূৰ্ণ বিপৰীত আছিল। দুৱৰাক মই ভালকৈ জানিছিলোঁ। কোনোবা উদীয়মান লিখকে নিজৰ সাহিত্যিক নমুনা লৈ দুৱৰাৰ কাষ চাপিলে দুৱৰাই তেওঁক উৎসাহিত কৰিবলৈ কুণ্ঠাবোধ নকৰিছিল। এবাৰ তেখেতে যোৰহাটৰ কলেজৰ ছাত্ৰ এজনলৈ লিখা চিঠি এখন মোক পঢ়ি শুনাইছিল। চকু ফুৰাই দিবৰ কাৰণে ছাত্ৰজনে দুৱৰালৈ কেইটামান কবিতা লিখি পঠাইছিল। দুৱৰাই কবিতা কেইটা বিশেষভাৱে প্ৰশংসা কৰি ছাত্ৰজনলৈ চিঠি লিখিছে। কবিতা কেইটা দুৱৰাই যেনেভাৱে প্ৰশংসা কৰিছে তেনেভাৱে প্ৰশংসা পাবৰ যোগ্য নহয়। দুৱৰাই মোক ক'লে— "তীৰ্থ, মই জানো যে কবিতা কেইটা উচ্চমানবিশিষ্ট হোৱা নাই। কিন্তু মোৰ দুআষাৰ কথাই যদি ল'ৰাজনৰ অন্তৰত বল দিব পাৰে অথবা তেওঁৰ সাহিত্য সৃষ্টিত উদ্গনি যোগাব পাৰে, তেন্তে সেই ক্ষেত্ৰত মই কিয় কাৰ্পণ্য কৰিম। প্ৰশংসাসূচক দু-আষাৰ কথাৰ বাহিৰে মোৰ দিবলৈ একো নাই সেইকাৰণে মই কাৰ্পণ্য কৰা নাই।" ইয়াৰপৰাই বুজা যায় যে কেনেকৈ দুৱৰাই জীৱনৰ বিয়লি বেলালৈকে তেখেতৰ গুণমুগ্ধ আৰু তেখেতৰদ্বাৰা প্ৰভাৱান্বিত এদল ডেকা সাহিত্যিকক আকৰ্ষণ কৰিব পাৰিছিল।

দুৱৰাই বৈৰাগ্য জীৱন যাপন কৰিছিল আৰু নেওগেও আছুতীয়াকৈ থাকিবলৈ ভাল পাইছিল। দুৱৰাই সামাজিক সম্পৰ্ক ছেদ কৰা নাছিল আৰু

জীৱনৰ প্ৰয়োজনীয় সাধাৰণ উপভোগৰপৰা নিজক বঞ্চিত কৰা নাছিল। নেওগে জীৱনৰ শেষকালত নিজৰ ব্যৱহাৰৰ কাৰণে এখন গাড়ী কিনিছিল যদিও মহানগৰৰ জনপূৰ্ণ অঞ্চলৰপৰা আঁতৰৰ দিছপুৰত সংসাৰী জীৱনৰ পৰিবৰ্তে সন্যাস জীৱনহে যাপণ কৰিছিল। তেখেতৰ মৃত্যুও বৈশিষ্ট্যপূৰ্ণ। মাইকেল মধুসূদন দত্তৰ দৰে তেখেতে চিকিৎসালয়ত মৃত্যু বৰণ কৰিছিল। তেখেতে নিশ্চয়কৈ জানিছিল যে যেতিয়া গুৱাহাটী এৰি ডিবৰুলৈ গুলাইছে জীৱনৰ দিন শেষ হৈ আহিছে। তেখেতৰ মৃতদেহ বহন কৰি অনা গাড়ীখনো ধৰমতুলৰ ওচৰত গছৰ সেউজীয়া চন্দ্ৰতাপৰ তলত বিকল হৈ পৰিল। এই ঘটনাৰ মাজত অসমীয়া মানুহে হয়তো দাৰ্শনিক সত্য বিচাৰি পাব।

সেইবুলি আমি ভাবিব নালাগিব যে, নেওগ মানুহজন প্ৰকৃতিগতভাৱেই নৈৰাশ্যবাদী আছিল। তেখেতৰ অধিকাংশ কবিতা আৰু এখন নে দুখন নাটক তুলনামূলকভাৱে কম বয়সৰ ৰচনা। এইবিলাক ৰচনাত তেখেতৰ সবল আৰু জাগ্ৰত আশাবাদ প্ৰকাশ পাইছে। তেওঁ মুখ্যতে যৌৱন আৰু সৌন্দৰ্যৰ কবি। অনন্ত প্ৰেমৰ প্ৰতীক নৃত্যৰতা কালিন্দীৰ লয়লাসত প্ৰকাশিত যৌৱনৰ জাগৰণৰ গীত গাইছিল। (যৌৱন যিদিনা জাগে সৌন্দৰ্যৰ কালিন্দী তীৰত)। তেখেতৰ স্বদেশ প্ৰেমমূলক কবিতাসমূহে এজন সাহসী যোদ্ধাৰ বীৰত্বপূৰ্ণ ব্যক্তিত্ব প্ৰকাশ কৰিছে। কিছুমান কবিতা সময়ৰ বাছনিত উত্তীৰ্ণ হৈ কুৰি শতিকাৰ অসমীয়া কবিতাৰ 'সোণালী সংগ্ৰহ'ত উচ্চস্থান অধিকাৰ কৰি থাকিব।

এইটো কথা অৱশ্যে উল্লেখযোগ্য যে তেখেতৰ কাব্য-সৃষ্টিয়ে উপযুক্ত সমীক্ষাৰদ্বাৰা প্ৰকৃত মূল্যাংকনৰ বাবে বাট চাই আছে। কাব্য-সৃষ্টিৰ অনাধিক্য সত্বেও অসমৰ কিছুমান কবিয়ে সমীক্ষকৰ বিশেষ মনোযোগ লাভ কৰিছে। এজন লিখকে বা কবিয়ে তেওঁৰ জীৱন কালতেই সকলোখিনি শলাগ পাব লাগে এনে কোনো নিয়ম হব নোৱাৰে। উপযুক্ত পৰি-প্ৰেক্ষিততহে সাহিত্যৰ মূল্যাংকন সম্ভৱ আৰু বাঞ্ছনীয় হয়, বিশেষকৈ যেতিয়া সাহিত্যিকজন আমাৰ মাজত নাথাকে। এইখিনি কথা ভাবি চাই কোনোবা উদীয়মান সাহিত্যিকে ডিম্বেশ্বৰ নেওগক কবি, সমালোচক আৰু সাহিত্যৰ বুৰঞ্জী প্ৰণেতা হিচাপে অধ্যয়ন কৰা কাৰ্য হাতত লব পাৰে। এই ক্ষেত্ৰত

ডিম্বেশ্বৰ নেওগে নিজেই নিজৰ জীৱনী লিখক আৰু সমীক্ষকসকলৈ যথেষ্ট সম্বল এৰি থৈ গৈছে। স্ব-নির্বাচিত কবিতা সংগ্রহ, আত্ম-জীৱনীমূলক লিখনি আৰু বন্ধুবর্গ আৰু পূর্ববর্তী লোকসকলৰ সাহিত্য-সৃষ্টিৰ বিষয়ে লিখা প্রবন্ধৰাশিৰ মাজত তেখেতে আত্ম প্রকাশ কৰিছে।

কেইমাহমানৰ আগতে তেখেতে নিজে শ্রেষ্ঠ বুলি বিবেচনা কৰা নিজৰ কবিতাবিলাকৰ তালিকা এখন মোক চাবলৈ অনুৰোধ কৰিছিল। সেইখন তেখেতে অনতিপলমে প্রকাশ কৰাৰ ইচ্ছা কৰিছিল। তেতিয়া মই বুজা নাছিলো কিয় তেখেতে অনাহকতে ইমান খৰখেদা লগাইছে। তেখেতৰ আকস্মিক আৰু অপ্রত্যাশিত মৃত্যুৱে সেই কথা পৰিষ্কাৰ কৰি দিলে।

ডিম্বেশ্বৰ নেওগ অসম আৰু অসমীয়া সংস্কৃতিৰ পবিত্রতা আৰু সংহতিৰ কাৰণে জীয়াই আছিল। বৈশিষ্ট্যপূর্ণ শিৰোনামাৰে তেখেতৰ স্বদেশ প্রেম-মূলক কবিতা সংগ্রহ 'অসমৰ' কথা এই সংক্রান্তত উল্লেখযোগ্য। ইয়াৰ বুকুত প্রতিফলিত হৈছিল তেখেতৰ সপোনৰ সমৃদ্ধিশালী আৰু অপৰাজেয় অসমখন। ক্রান্তদর্শী কবি হিচাপে তেখেতে অসমৰ স্বৰূপ প্রকাশ কৰিব পাৰিছিল নে নাই সেইটো নির্ণয় কৰা বা সেই বিষয়ে চিন্তা কৰা কাম পৰবর্তী সাহিত্যকসকলৰ উত্তৰদায়িত্ব।□

# প্ৰতিভাধৰ শিক্ষাব্ৰতী হৰেন্দ্ৰনাথ শৰ্মা

অসমৰ গাঁওবিলাকত অলেখ প্ৰতিভাশালী ছাত্ৰৰ উদয় হৈছিল আৰু আগলৈকো হবও। পিছে হলে কি হব? ৰূপৱতী আৰু গুণৱতী জিয়ৰী ছোৱালী ডাঙৰ হৈ পতিগৃহলৈ জীৱনলৈ গুলাই যোৱাৰ নিচিনাকৈ এনে প্ৰতিভাশালী ছাত্ৰবিলাক পঢ়িশুনি ডাঙৰ মানুহ হৈ গাঁৱৰ ল'ৰা গাঁওলৈ নাহে, নগৰবাসী হয়। গাঁওলৈ পিঠি দি নগৰীয়া হৈ নগৰৰ সুখ-সুবিধাৰ কোলাত বাকীছোৱা কাল আৰামী জীৱন কটায়। দুই চাৰিয়ে গাঁওখনৰ লগত সম্বন্ধটো ৰাখিবলৈ হেলা নকৰে, কিছুমানে ৰাজনীতিৰ মোহজালত পৰি ভোট গোটাবলৈ আহ-যাহ কৰে। অনন্যসাধাৰণ প্ৰতিভাৰ গৰাকী হৈয়ো, বিদ্যাই বুদ্ধিয়ে হেজাৰজনক চেৰ পেলাব পৰা যোগ্যতা থকাতো উচ্চ পদবি আৰু ধন-দৌলতৰ আশাময় জীৱনলৈ কেৰেপ নকৰি নিজৰ চাবেক; ওপজা গাঁও অঞ্চলটোক সৰ্বতোভাৱে বঢ়া কৰিবলৈ প্ৰাণোৎসৰ্গ কৰা আদৰ্শবান পুৰুষৰ সংখ্যা লেখত তেনেই তাকৰ। সেই তাকৰীয়া লোক কেইজনৰ ভিতৰত পাটাছাৰকুছি উচ্চ-মাধ্যমিক বিদ্যালয়ৰ বিগত অধ্যক্ষ, প্ৰতিভাধৰ শিক্ষাব্ৰতী আৰু সমাজ-পৰায়ণ পুৰুষ হৰেন্দ্ৰনাথ শৰ্মা এজন। এনে জীৱন কেৱল জিজ্ঞাসাৰ পোহ দিবৰ নিমিত্তেই অনুধাবনীয় নহয়, এনে লোকৰ জীৱনবৃত্তান্তই পঢ়োঁতা শুনোতাৰ মনটোহঁতকো উৰ্ধলৈ উধাৱ হবলৈ হেচোক দিয়ে।

বৰপেটা মহকুমাৰ বজালী অঞ্চলৰ পূবমূৰীয়া প্ৰসিদ্ধ ঠাই পাটাছাৰকুছিৰ ওচৰত বামুণকুছি নামৰ এখন গাঁও। তাত বামুণৰ সংখ্যাই সৰহ, মাত্ৰ এটা চুবুৰীত ডেকা উপাধিৰ সম্পন্ন পৰিয়াল কেইঘৰমান আছিল। বামুণকুছি এটি প্ৰাথমিক পাঠশালাই সেই ঠাইখিনিৰ একমাত্ৰ শিক্ষানুষ্ঠান। ১৯১৪ চনত



*প্ৰতিভাধৰ শিক্ষাব্ৰতী হৰেন্দ্ৰনাথ শৰ্মা*

আঁঠুমূৰীয়াকৈ চুৰিয়া পিন্ধা, চোলাৰ পৰিবৰ্তে গাত এখন ছাটি মাৰি লোৱা কপাহী কাপোৰেৰে সৈতে সাত আঠ বছৰীয়া ল'ৰা এটি এই পাঠশালাত ভৰ্তি হৈছিল। চেহেৰাই পাতিয়ে গাঁৱৰ আনবোৰতকৈ চকুত লগা বিশেষত্ব একো নাছিল। পিছৰ কালত দেখুৱা প্ৰখৰ বুদ্ধিৰ দীপ্তিও মুখত জিলিকি থকা নাছিল। অলপ দিন যোৱাৰ লগে লগে শিক্ষকে বুজি পালে যে এই ল'ৰাটি উলামুলা নহয়, যি পঢ়াই বা যি সোধে টপৰাই উত্তৰ দিয়ে। শিক্ষা বিভাগৰ পৰিদৰ্শকেও পৰীক্ষা কৰিবলৈ যিমান প্ৰশ্ন সোধে তাৰ কোনোবা এটাৰ উত্তৰ দিব নোৱাৰিলে বুলি কবলৈ থল নাপাইছিল। এই ল'ৰাটিৰ নাম আছিল হৰেন্দ্ৰ নাথ শৰ্মা। এই নামটো জগত-জোৰা অসমৰ গাঁৱে ভূঞে, নগৰে চহৰে 'হৰেন্দ্ৰনাথ শৰ্মা' নামৰ খ্যাত অল্পখ্যাত অখ্যাত কিমান মানুহ আছে তাৰ লেখ-জোখ নাই। কিন্তু আজি হৰেন শৰ্মা বুলি ক'লে, বিশেষকৈ শিক্ষা-সংস্কৃতিৰ প্ৰসংগত, পাটাছাৰকুছি উচ্চতৰ-মাধ্যমিক স্কুলত বিখ্যাত অধ্যক্ষজনৰ কথাহে মনলৈ আহে। ১৯১৮ চনৰ প্ৰাথমিক স্কুলৰ বৃত্তি পৰীক্ষাত অসমৰ ভিতৰতে সৰ্বোচ্চ মুঠ নম্বৰ পাই উত্তীৰ্ণ হৈছিল। বামুণকুছি পাঠশালা স্কুলৰ সেইবাৰৰ পৰীক্ষা ফল জয়জয় ময়ময়, তিনিজন ছাত্ৰই বৃত্তি লাভ কৰিছিল। এই পাঠশালাৰপৰা উত্তীৰ্ণ হৈ উচ্চশিক্ষা লাভ কৰা বহুত ছাত্ৰ আজি সমাজৰ-গণ্যমান্য লোক। পাটাৰছাৰকুছি মাইনৰ স্কুলখন তেতিয়া

লোকেলবোৰ্ডে পৰিচালনা কৰিছিল—সমগ্ৰ অসমতে এইখন অন্যতম প্ৰসিদ্ধ স্কুল আছিল। সৰুক্ষেত্ৰি অঞ্চলৰ আৰু বজালীৰ বিভিন্ন ঠাইৰ মেধাৱী ছাত্ৰসকলে এই স্কুলত পঢ়িবলৈ আহিছিল। স্বৰ্গীয় ন্যায়াধীশ হৰিৰাম ডেকাও এই স্কুলতে পঢ়ি ১৯১৪ চনত ইয়াৰপৰাই মাইনৰৰ বৃত্তি পাইছিল। পিছৰ এটা সময়ত ডেকা ডাঙৰীয়াৰ লগত হৰেন শৰ্মাৰ এটা ঘনিষ্ঠ প্ৰীতিৰ সম্পৰ্ক হৈছিল। হৰেন শৰ্মাই এই স্কুলৰপৰা প্ৰথম হৈ বৃত্তি পায় আৰু প্ৰথম হোৱা বাবে তেতিয়া চৰকাৰে বছৰি দিয়া "খগেন্দ্ৰনাৰায়ণ ৰৌপ্য পদক" লাভ কৰে।

তেতিয়া ওচৰত হাইস্কুল স্থাপিত হোৱা নাছিল। ওচৰৰ হাইস্কুল বুলিবলৈ নলবাৰী গৰ্ডন হাইস্কুল আৰু বৰপেটাৰ চৰকাৰী হাইস্কুলখন। সেই দুই ঠাইৰ এঠাইতো ৩ টকীয়া বৃত্তিৰ বলতে থকা খোৱা আৰু কিতাপ পত্ৰৰ সংগ্ৰহ কৰাৰ সুবিধা নাছিল। গতিকে চিন্তাৰ কথা হৈ পৰিছিল। এনে এজন ছাত্ৰৰ বিদ্যাৰ্জন পৰ্বৰ সিমানতে আধ্যা পৰিব এনে এটা কথা ভাবিবলৈ বন্ধু-বান্ধৱ আৰু শুভানুধ্যায়ীসকলে টান পালে আৰু চিন্তিত হৈ পৰিল। সেই সময়ত গৌৰীপুৰ ৰজাৰ পৃষ্ঠপোষকতাত চলি থকা গৌৰীপুৰ হাইস্কুল কামৰূপৰ বহুত অধ্যায়ন অনুৰাগী ছাত্ৰৰ পক্ষে অগতিৰ গতি হৈছিল। ইয়াৰ মূলতে হেনো পীতাম্বৰ চক্ৰবৰ্তী নামৰ অসমীয়া পঢ়োৱা শিক্ষকজনৰ ব্যক্তিগত প্ৰচেষ্টাৰ কথাও সুৰঁৰিবলগীয়া। গৌৰীপুৰৰ স্কুলত অসমীয়া পঢ়োৱাৰ ব্যৱস্থা অলপ কাল পিছতহে হৈছিল। স্থানীয় ছাত্ৰবিলাকেও বঙলা পঢ়িছিল। পিছত দুই চাৰিজন অসমীয়া পঢ়িব খোজা ছাত্ৰ গোট খোৱাত ৰজাবাহাদুৰে পীতাম্বৰ চক্ৰৱৰ্তীক অসমীয়াৰ শিক্ষকৰূপে নিযুক্তি দিলে। চক্ৰৱৰ্তীদেৱৰ এটা প্ৰধান লক্ষ্য হ'ল অসমীয়া পঢ়া ছাত্ৰ যাতে সৰহ হয়। সেই উদ্দেশ্য সমুখত লৈ কামৰূপৰ উপযুক্ত অথচ যোত্ৰহীন ছাত্ৰক উদগাই গৌৰীপুৰলৈ লৈ গৈছিল। ৰাজ অনুগ্ৰহ পাই বহুত ছাত্ৰই চক্ৰৱৰ্তীৰ দিহা মতে তাত গৈ পঢ়িছিল।

'আৱাহন' খ্যাতিৰ ডাঃ দীননাথ শৰ্মাৰ ঘৰ আছিল বামুণকুছিতে। তেখেত কি সূত্ৰে চিড়্লি ৰাজপৰিয়ালৰ অতিশয় প্ৰিয়পাত্ৰ হৈ পৰিছিল তাক জনা নাযায়। আৰ তাৰ মুখে শুনা কথাৰ জোৰা দিলে কিবা এটা অনুমান কৰিব

পাৰি কিন্তু ঠাৰৰকৈ কব নোৱাৰি। তেখেতৰ জীৱনৰ সেই অধ্যায়ে আমাৰ বৰ্তমান চৰিতৰ একো পোষকতা নকৰে, গতিকে অলমিতি। দীন শৰ্মাও ছাত্ৰই আছিল আৰু ৰজাৰ চিকাৰ আদি ব্যসনৰ লগৰীয়াও। পঢ়াশুনাত একাণপতীয়া আৰু এহাশুধীয়া হবলৈ সুযোগ নাপাইছিল, সেইদেখি পঢ়াৰ গতি লেহেম আছিল বুলি শুনা যায়। পঢ়াৰ গতি তীব্ৰ নহলেও ব্যৱহাৰ পটুতা, কাৰ্যৰ ভাও বুজি ব্যৱস্থা লোৱাৰ বিচক্ষণতা, আগবঢ়াৰ সাহসিকতা আদি গুণবোৰ ছাত্ৰ-জীৱনতে আহৰণ কৰিছিল। ৰাজপৰিয়ালৰ লগত হলিগলি কৰিও নিজৰ গাঁওখনলৈ পাহৰা নাছিল। গাঁৱৰ উঠি অহা ছাত্ৰ কেইজনমান ৰাজবৃত্তি আৰু থকা মেলাৰ দিহা কৰি দিয়াত শৰ্মাই বহুতখিনি আগ-পাছ-কৰি দিছিল। সেই সুযোগতে হৰেন শৰ্মাই গৌৰীপুৰ হাইস্কুলত নাম লগাবলৈ সুবিধা পালে। গৌৰীপুৰৰ ওচৰৰে ক্ষুদীয়াপুৰ নামৰ গাঁওখনত থকা-খোৱাৰ ব্যৱস্থা হৈছিল। বৃত্তি পোৱা ছাত্ৰই মাসিক মাছুল দিবই নালাগিছিল। তাতে গৌৰীপুৰ হাইস্কুলত মাছুল দি পঢ়া ছাত্ৰ আছিল কি নাছিলেই।

হাইস্কুলৰ বছেৰেকীয়া বা আন পৰীক্ষাবোৰতো হৰেন শৰ্মা কোনো বাৰেই দ্বিতীয় বা তৃতীয় হৈ নাপালে, সদায় প্ৰথম স্থানটো একচেটিয়া হৈ আছিল। সেই বুলি পাঠ্য পুথিৰ ঠেক সীমাতে আবদ্ধ হৈ আছিল এনে নহয়। ৯ম মান শ্ৰেণীত থাকোঁতেই 'কামাল পাছা' নামৰ কামাল আতা তুৰ্কৰ জীৱনীখন লিখি উলিয়াইছিল। স্কুলীয়া ল'ৰাই লিখা কিতাপ হলেও তেতিয়াই উচ্চ মানৰ কিশোৰ সাহিত্যৰূপে পৰিগণিত হৈছিল। তেতিয়ালৈকে শিশু বা কিশোৰ সাহিত্য বুলিলে সাধু কথাই একমাত্ৰ উপজীব্য বিষয় আছিল। পুৰাণ, ৰামায়ণ, মহাভাৰত আৰু মৌখিক বুঢ়িয়াই ককাদেউতাই কোৱা সাধুবোৰেই ল'ৰা-ছোৱালীৰ কাৰণে যুগুত কৰা কিতাপবোৰৰ একমাত্ৰ উপযুক্ত বিষয় বুলি তেতিয়াৰ লেখকসকলে বিবেচনা কৰিছিল। শিশুসাহিত্যৰ সেই ঐতিহ্যটোৰ পৰা ফালৰি কাটি হৰেন শৰ্মাই অন্য দেশৰ কৰিতকৰ্মা আৰু ইতিহাসস্ৰষ্টা পুৰুষৰ জীৱনী আমাৰ ল'ৰা-ছোৱালীৰ হাতত তুলি ধৰিলে। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাই লিখা 'বিদ্যাসাগৰ' আৰু ড° সূৰ্যকুমাৰ ভূঞাৰ 'মহামতি গোখেলৰ' কথা মনলৈ আহে, কিন্তু বিদেশৰ বুৰঞ্জীলৈ দৃষ্টি আকৰ্ষণ কৰোঁতা শিশু-সাহিত্যক বুলিলে হৰেন শৰ্মাৰ কথাই মনত পৰে। অলপ দিন পিছত

তেখেতৰ ৰচিত 'জোৱান ডাৰ্ক' নামৰ পুথিখনেও ফৰাচী বীৰাংগনা গৰাকীৰ চমকময় কাহিনীৰে অসমীয়া ল'ৰা ছোৱালীৰ মন তোলপাৰ কৰিছিল। হাইস্কুলৰ ছাত্ৰাৱস্থাতে অসমীয়া সাহিত্যৰ এটা বিশেষ অংগৰ পুষ্টি সাধনৰ প্ৰয়োজনীয়তা হৰেন শৰ্মাই উপলব্ধি কৰিছিল আৰু সেই বিষয়ে এটা নতুন দিনৰ সন্ধান দিবলৈকো সক্ষম হৈছিল। অসমীয়া কিশোৰ-সাহিত্যত হৰেন শৰ্মাৰ কাম'ল পাছা, জোৱান ডাৰ্ক, শিৱাজী, অশোক, সত্য সন্ধৰ প্ৰথম খোজ, সময় বালিৰ খোজবোৰ প্ৰভৃতি গ্ৰন্থৰ জেউতি মোলানি পৰা নাই। অসমীয়া গ্ৰন্থকাৰৰ দশা এতিয়াতকৈ তেতিয়া আৰু দয়নীয়। কামাল পাছা কিবা উপায়ে ছপাই শৰ্মাই ঘৰে ঘৰে লৈ ফুৰি বিক্ৰী কৰিছিল। নিজৰ ব্যক্তিগত চেষ্টাত ছপোৱা কিতাপৰ বুজন অংশৰ বিক্ৰয় সম্ভৱ হৈছিল। সেই বিক্ৰীলব্ধ ধনে অভাবে সংকুচিত কৰা ছাত্ৰ এজনক কিছু সকাহ দিছিল বুলি সমনীয়া বন্ধুবৰ্গই কোৱা শুনিছো।

১৯২৩ চনৰ মেট্ৰিকুলেচনৰ ফলাফল গৌৰীপুৰ হাইস্কুলৰ বুৰঞ্জীত এটা গৌৰৱোজ্জ্বল বছৰ। কেবাজনো ছাত্ৰই বৃত্তি ধৰিব পৰাকৈ উত্তীৰ্ণ যি হৈছিলেই, হৰেন শৰ্মা গোটেই অসমতে প্ৰথম হৈছিল আৰু কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰতো আগশাৰীৰ পৰীক্ষোত্তীৰ্ণ ছাত্ৰ কেইজনৰ মাজত আছিল। এটাই-বোৰ বিষয়তে 'লেটাৰ' যি পাইছিলেই নটা সোণৰ মেডেলৰো অধিকাৰ হৈ সকলোকে চমক লগাছিল মেট্ৰিকুলেচন পৰীক্ষাত এনে সোণাময় কৃতিত্ব দেখুৱাব পৰা অসমীয়া ছাত্ৰৰ লেখত হৰেন্দ্ৰনাথ শৰ্মা এতিয়াও অনন্য। এইটো যে আকস্মিক ভাগ্যোদয় মাত্ৰ নাছিল—পাছত দিয়া বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ ফলেই তাৰ প্ৰমাণ দিয়ে।

অসম চৰকাৰৰ উচ্চ খাপৰ কুৰিটকীয়া বৃত্তি লাভ কৰি হৰেন শৰ্মাই কটন কলেজৰ আই-এ শ্ৰেণীত নাম লগালে। ছাত্ৰাবাসৰ তৃতীয় মেছৰ চতুৰ্থ ব্লকত থাকিবলৈ স্থান পালে। তেতিয়াৰ দিনত বৰপেটা মহকুমাৰ ছাত্ৰবিলাক চতুৰ্থ ব্লক আৰু প্ৰথম মেছত-গোট খাইছিল। ছাত্ৰাবাসবোৰত স্থান লোৱা সম্পৰ্কে এটা পৰম্পৰাই ক্ৰিয়া কৰিছিল যেনে যোৰহাট উত্তৰ লক্ষীমপুৰ দ্বিতীয় ব্লকত, তেজপুৰ গোৱালপাৰা তৃতীয় ব্লকত, শিৱসাগৰ-ডিব্ৰুগড় পঞ্চম ব্লকত এই অনুক্ৰমে। হৰেন শৰ্মাই এই পৰম্পৰাতে চতুৰ্থ ব্লকৰ এটা কোঠাত ছাত্ৰবাসা

পতাৰ অনুমতি পালে। আই. এ. শ্ৰেণীত ইংৰাজী আৰু মাতৃভাষাৰ উপৰি আৰু তিনিটা বিষয় অৱশ্যে লবলগীয়া আছিল। ভাল ছাত্ৰবিলাকে চতুৰ্থ বিকল্প বা ঐচ্ছিক বিষয় এটা লওঁ বুলিলে লব পাৰিছিল কিন্তু সেইবিষয়টোৰ পৰীক্ষাত লব্ধ মুঠ নম্বৰৰপৰা ৩০ বাদ বাকীখিনি সৰ্বমুঠত যোগ হৈছিল। এইদৰে পোৱা অধিকা নম্বৰখিনিয়ে বিশ্ববিদ্যালয়ত পোৱা স্থান আগুৱাই দিয়ে। হৰেন শৰ্মাই এই চতুৰ্থ ঐচ্ছিক বিষয়ৰ পৰীক্ষা দিয়া নাছিল, নিদিও অৱশ্য বিষয় কিটাত পোৱা নম্বৰেৰেই ১৯২৮ চনৰ আই এ, পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ত চতুৰ্থ স্থান লাভ কৰিছিল। ঐচ্ছিক বিষয় নোলোৱাকৈ বিশ্ববিদ্যালয়ৰ পৰীক্ষাত প্ৰথম দহজনৰ ভিতৰত স্থান পোৱা সচৰাচৰ দেখা নাযায়। ঐচ্ছিক বিষয় এটা থকাহেঁতেন কিজানি প্ৰথমেই হ'লহেঁতেন কিন্তু কিয় নললে ইয়াৰ সমিধান পাবলৈ নাই। অনুমান হয়, ইয়াৰ মূলতো শৰ্মাৰ জীৱন-গতিৰ কেইবাবাৰো দিক সলনি হোৱাৰ বাবে দায়ী সেই স্বভাৱজাত জিদ্। ঐচ্ছিক বিষয় নোলোৱাকৈও যে বিশ্ববিদ্যালয়ত স্থান লাভ কৰিব পাৰি তাক দেখুৱাবলৈ তেখেত কৃতসংকল্প হৈছিল। এই ধৰণৰ সংকল্পৰো গুৰিতে আছিল মনোমত বিষয় এটাত স্থানাভাব। লব খোজা বিষয়টো নাপাই ঐচ্ছিক বিষয় নোলোৱাকৈয়ে কৃতিত্বপূৰ্ণ পৰীক্ষাফল দেখুওৱাৰ এটা অনমনীয় মনোবেগ।

বি. এ মহলাত অৰ্থনীতিৰ 'অনাৰ্ছ' ললে, চতুৰ্থ বাৰ্ষিকৰ শেষ বাছনি পৰীক্ষাত ফল অনুযায়ী শতকৰা সত্তৰ নম্বৰো অধিক পাই কলেজ 'ডিপ্লোমা' লাভ কৰিলে। এনেতে এক অথন্তৰ ঘটিল। বি. এ পৰীক্ষাৰ নিৰ্ধাৰিত দিনলৈ তিনদিনমান মাথোঁ বাকী থাকোঁতেই শৰ্মাৰ গাত মাজু আইয়ে (chicken pox) দেখা দিলে আৰু ছাত্ৰাবাস এৰি কলেজ-হাস্পতাললৈ যাব লগাত পৰিল। তেতিয়াৰ স্থায়ী অধ্যক্ষ টমছন চাহাব ছুটী লৈ বিলাতলৈ যোৱাত ব্ৰাউন চাহাব আছিল 'পদেন' অধ্যক্ষ। ইংৰাজ লোকে সৰু আই, মাজু আই সকলোকে বৰ আই বসন্তৰোগৰ দৰেই ভয় কৰিছিল। সাধাৰণতে অসুখ হলে অসুখীয়া পৰীক্ষাৰ্থীক সুকীয়া কোঠাত বহি বা শুই পৰীক্ষা দিবলৈ যি অনুমতি দিয়া হয়, মাজু আইৰ ক্ষেত্ৰত সোঁচৰা ব্যাধি বুলি সেই অনুমতি দিয়া নহ'ল। ড° ভুবনেশ্বৰ বৰুৱাৰ দৰে মানুহেও কৈ গাই

ব্ৰাউন চাহাবৰ মতি লৰাব নোৱাৰিলে। হৰেন শৰ্মাৰ অনাৰ্ছ পৰীক্ষা দিয়া নহ'ল।

তেতিয়া অনাৰ্ছৰ ছখন পত্ৰৰ তিনিখন পত্ৰৰ পাঠ্যক্ৰম পাছ কোৰ্ছৰে একে আছিল কেৱল পৰীক্ষাৰ প্ৰশ্নপত্ৰ বেলেগ আছিল। অনাৰ্ছ পৰীক্ষাৰ এই পত্ৰ কেইখনৰ মান উচ্চতৰ কৰি প্ৰশ্ন কটা হৈছিল, এয়ে পাৰ্থক্য। অনাৰ্ছ পৰীক্ষা দিব নোৱাৰিলে বা ইচ্ছা কৰি নিদিলে পাছ কোৰ্ছৰ পৰীক্ষা দিব পাৰিছিল। অনাৰ্ছৰ পৰীক্ষা হৈ যোৱাৰ পিছত বাকী পৰীক্ষা হোৱালৈকে মাজত অৱকাশ থাকে। সেই সময়ৰ ভিতৰত হৰেন শৰ্মা সুস্থ হৈ পৰাত 'পাছ' পৰীক্ষা দিয়াত বাধা নাথাকিল। নাথাকিল হয় পিছে শৰ্মাই সেইদৰে পৰীক্ষা দিবলৈ ইচ্ছা নকৰিছিল। এক প্ৰকাৰে নিদিয়াকে সিদ্ধান্ত কৰিছিল। তেতিয়াৰ নতুন উকীল হলিৰাম ডেকা প্ৰভৃতি জ্যেষ্ঠ আৰু ঘনিষ্ঠ শুভচিন্তক কেইজনমানে পৰামৰ্শ দিলে যে এম-এ পৰীক্ষাৰ যশ যদি ভাল হয় বি. এত 'ডিষ্টিংছন' পালেও হব, আচল কথা এম-এৰ ফলাফলহে, এতেকে পাছ ক'ৰ্ছৰ পৰীক্ষা দিয়া উচিত হব। শৰ্মাই শেহস্তত সেইবিলাকৰ কথা নেপেলাই পৰীক্ষা দিলে আৰু প্ৰয়োজনতকৈও অধিক নম্বৰ পাই 'ডিষ্টিংছনৰ' গৌৰৱ লাভ কৰিলে।

ডিষ্টিংছন পাই ডিগ্ৰী লাভ কৰিলে হয় কিন্তু স্নাতকোত্তৰ বৃত্তিলাভৰপৰা বঞ্চিত হ'ল। তেতিয়া অসম চৰকাৰে দুটা স্নাতকোত্তৰ বৃত্তি দিছিল। এটা অসম উপত্যকাৰ ছাত্ৰক আৰু আনটো সুৰমা উপত্যকাৰ ছাত্ৰক। অনাৰ্ছ পৰীক্ষাৰ ফলাফলৰ ওপৰতে এই বৃত্তি দিয়া হৈছিল। ১৯৩০ চনত এই বৃত্তি পালে স্বৰ্গীয় জীৱেশ্বৰ শৰ্মাই। জীৱেশ্বৰ শৰ্মা সংস্কৃতৰ অনাৰ্ছত প্ৰথম শ্ৰেণী পাই উত্তীৰ্ণ হৈছিল। এওঁ গৌৰীপুৰ হাইস্কুলতে হৰেন শৰ্মাৰ সহপাঠী আছিল। পিছত অসম সংস্কৃত-বৰ্ডৰ সম্পাদক আৰু শিক্ষা বিভাগৰ সহকাৰী পৰিদৰ্শক হৈছিল, কিন্তু অস্বাভাৱিকৰূপে জীৱনান্ত ঘটিল। কিন্তু হৰেন শৰ্মাই বৃত্তি নাপালে আৰু নাপাই কলিকতাত গৈ এম-এ পঢ়াযাবো চিন্তনীয় বিষয় হৈ পৰিল। জীৱনৰ এনে একোটা আকস্মিক দুৰ্ভাগ্যই মানুহৰ বেগবান উৎসাহবো উৰুভংগ কৰে। হৰেন শৰ্মা হতোৎসাহ হলেও পেপুৱা লগা নাছিল। কোনোবা স্কুলৰ শিক্ষকৰূপে সোমাই তিনিবছৰৰ মূৰত

'প্ৰাইভেট' প্ৰাৰ্থীৰূপে এম-এ পৰীক্ষা দিয়াৰ কথাও একোবাৰ ভাবিছিল। এনেতে এটা সুযোগ ওলাল।

সেই সময়তে জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ প্ৰাথমিক বদান্যতা আৰু অসীম সাহসী আৰু উদ্যোগী পুৰুষ ডাঃ দীননাথ শৰ্মাৰ সম্পাদনাত 'আৱাহন' নামৰ মাহেকীয়া কাকতৰ জন্ম হৈছিল। কলিকতাৰ তৎকালীন বঙলা মাহেকীয়া বসুমতী, ভাৰতবৰ্ষ, প্ৰবাসী আদি আগশাৰীৰ কাকতৰ চানেকিত 'আৱাহন' সৰ্বাংগ সুন্দৰ হৈ ওলাবলৈ ধৰিলে। অলপ দিনৰ ভিতৰতে কাকতখন জনপ্ৰিয় হৈ উঠিল আৰু কামো দিনে দিনে বাঢ়ি যাবলৈ ধৰিলে। দীন শৰ্মাই অকলে চম্ভালিবলৈ টান পালে। দুজনমান সহায়কৰ আৱশ্যক হৈ পৰিল।

হৰেন্দ্ৰনাথ শৰ্মা আৰু ধৰ্মনাথ ডেকা (পিছত জিলা ন্যায়াধীশ) বামুণকুছিৰ দুইজন স্নাতক ডেকাই তেতিয়া এম-এ পঢ়াৰ কাৰণে জল্পনা কল্পনা কৰি আছিল। পাতি লোৱা মামা ভাগিন সম্বন্ধেৰে দুইকো দুয়ো মাতিছিল, গঞালি সূত্ৰে সৰু কালৰপৰা একেলগে উঠা আৰু বামুণকুছি, পাঠশাল গোৰীপুৰ হাইস্কুলৰো সহপাঠী। দীন শৰ্মাও বামুণকুছি গাঁৱৰে হৰেন শৰ্মা আৰু ধৰ্মডেকাৰ অগ্ৰজস্বৰূপ গঞা। এই যোগসূত্ৰে দুয়োলৈকো সূচনা আহিল যে "আৱাহনৰো কাম কৰি দিব এম-এ আৰু আইন কি পঢ়িব খোজে পঢ়িবও পাৰিব। থকা খোৱা সম্বন্ধে চিন্তা কৰিব নালাগে।" এই আশ্বাস পাই দুয়োজন কলিকতালৈ গ'ল। ধৰ্মনাথ ডেকা ভবানীপুৰত ডাঃ দীননাথ শৰ্মাৰ ঘৰতে থাকিবলৈ ললে। হৰেন্দ্ৰনাথ শৰ্মাৰ থকাৰ ব্যৱস্থা হ'ল হলিৰাম ডেকাৰ তাত। অলপ দিন আগতে হলিৰাম ডেকা কলিকতা উচ্চন্যায়ালয়ত ওকালতি কৰিবলৈ গৈ বিবেকানন্দ ৰ'ডত ঘৰ ভাড়া কৰি আছিল। ন্যায়াধীশ (তেতিয়া এড্ভোকেট) ডেকা যদিও সৰ্থেবাৰীৰ মানুহ সৰুতে পাটাছাৰকুছিত পঢ়িছিল আৰু তাৰপৰাই মাইনৰ পৰীক্ষা দি বৃত্তি পাইছিল। পাটাছাৰকুছি তেখেতৰ শিক্ষাভূমি আছিল আৰু সেইবাবে এটা আবেগিক আকৰ্ষণ অনুভৱ কৰিছিল। হৰেন শৰ্মাৰ সমুজ্জ্বল ছাত্ৰ জীৱনে তেখেতক আগৰেপৰা মুগ্ধ আৰু সমুৎসুক কৰি থৈছিল। এতিয়া 'আৱাহনৰো' সহায় হওক শৰ্মাৰো এটা দিহা লাগক বুলি তেওঁক নিজৰ ঘৰতে

থাকিবলৈ সুবিধা কৰি দিলে। শৰ্মাই এম-এ আৰু আইন শ্ৰেণীত নাম লগালে। ধৰ্ম ডেকাও ভবানীপুৰত দীন শৰ্মাৰে লগতে থাকি এম-এ আৰু আইন লৈ বিশ্ববিদ্যালয়ত ভৰ্তি হ'ল। লগতে আৱাহনৰ বাবে প্ৰবন্ধ গোটোৱা, সম্পাদনা কৰা, প্ৰুফ শুধৰোৱা, বিতৰণৰ ব্যৱস্থা কৰা আদি যাবতীয় কাম দুইজনে লগালগিকৈ কৰিছিল।

প্ৰবন্ধ-সম্ভাৰ, সাজ-সজ্জা, বিষয়-বৈচিত্ৰ্য চিত্ৰৰঞ্জন সকলো ফালৰপৰা আৱাহন অসমৰ শীৰ্ষস্থানীয় মাহেকীয়া পত্ৰিকাৰূপে সমাদৃত হৈ পৰিল। তাৰ প্ৰচাৰ অকল নগৰতে সীমাবদ্ধ নাথাকি গাঁওভূঁই পালেগৈ। চাহ বাগিচাৰ ঘোকোতত গৈও আৱাহন দেখা পাইছিলো। এনে হৈছিল যে আৱাহন অহাৰ সময় পালে মানুহে বাট চাই থাকে, আহি পালেই থপিয়াথপি লাগে। এতিয়া আৱাহন-যুগ বুলি অসমীয়া সাহিত্যৰ কাল-বিভাগ এটাই হৈ গ'ল। আৱাহনৰ জন্মৰ গুৰিতে নগেন চৌধুৰীৰ বদান্যতা আৰু দীন শৰ্মাৰ সাহসিকতাপূৰ্ণ উদ্যোগ, কিন্তু তাক সাময়িক কাকতৰ সৌষ্ঠৱ আৰু জয়শ্ৰীৰে সমুন্নত কৰাৰ প্ৰাথমিক প্ৰবল হেচোকটো দিছিল হৰেন শৰ্মা আৰু ধৰ্ম ডেকাই। আৱাহনৰ আগছোৱা কালৰ বুৰঞ্জী যি জানে এই কথা তেওঁ দ্বিধাহীন চিত্তে স্বীকাৰ কৰিব। এই দুজনে আৱাহনৰ কাম চাকৰি হিচাপে কৰা নাছিল, অসমীয়া সাহিত্যৰ সেৱাহে আছিল তেওঁলোকৰ প্ৰেৰণাৰ উৎস, নৱনিৰ্মাণৰ এক আনন্দ।

এই আৱাহনৰ সূত্ৰতে হৰেন শৰ্মাৰ লগত প্ৰথম কথা-বতৰাৰ চেগ এটা ওলাইছিল। সেই দিনাৰ কথা-বতৰাত তিক্ততাৰ স্বাদ অলপ আছিল কিন্তু সেই তিক্ততা কালৰ লগত মিহলি হৈ কোনোবা দিনাই কেনিবা গ'ল। আজি তাক সুঁৱৰি চালে মনলৈ আহে মানুহজনৰ একান্ত নিষ্ঠা আৰু আৱাহনৰ প্ৰতি দায়িত্ববোধৰ কথাহে। আমি যেতিয়া প্ৰথম বাৰ্ষিক শ্ৰেণীত ভৰ্তি হওঁহি তেতিয়া তেওঁ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ, চতুৰ্থ ব্লকৰ মনিটৰ। বিশ্ববিদ্যালয়ৰ ৰত্নস্বৰূপ কৃতিছাত্ৰ বুলি দূৰৰপৰা সমীহাৰে চকুৰে চাইছিলোঁ কিন্তু কথা-বতৰা হোৱাৰ সুযোগ পোৱা নাছিলোঁ। যিমানখিনি মনত পৰে শৰ্মা হৈ চৈ কৰি ফুৰা ছাত্ৰ যি নাছিলেই অচিনাকিৰ লগত উপযাচি চিনাকি হোৱাৰ আগ্ৰহো নেদেখুৱাইছিল। স্বভাৱতে গম্ভীৰ, তাতে মনিটৰ, ফটুৱৈ চোলা এটা গাত দি

ছাত্ৰাবাসৰ বাৰাণ্ডাত খৰম পিন্ধি কটপ্-কটপ্কৈ যোৱা-অহা কৰা দেখিছিলো কিন্তু চিনাকি হবলৈ বা মাত দিবলৈ সুযোগ ওলোৱা নাছিল। ১৯৩০ চনৰ জুলাই মাহৰ শেহৰ ফালে এদিন শৰ্মা আহি মই থকা কোঠাত সোমালহি। মোক লগ পাবলৈ নহয় মোৰ লগত একেটা কোঠাতে বহি থকা আন কাৰবাক লগ পাবলৈ। আন কিবাকিবি কথাৰ মাজত ঘপহ কৰে মোৰ ফালে আঙুলিয়াই লগৰ জনক ক'লে—"এওঁ আৱাহন সাতখন বেচিবলৈ নিছিল, আজিলৈকে পয়চাখিনি নিদিলে। আৱাহন কেইখন বেচিবলৈ মোক দিছিল আন এজনে এপ্ৰিল মাহব গৰমৰ বন্ধ হোৱাৰ আগে আগে। মই গৰমৰ বন্ধত দেউতাৰ তেতিয়াব কৰ্মস্থলী টংলাত গৈ আছিলো। সেই আৱাহন কেইখন টংলা স্কুলখনৰ (মাইনৰ কি এম. ভি) ছাত্ৰ কেইজনমানক পিছত আহি দাম নিযাকৈ দি আহিছিলো। কেইদিনমান পিছতে ডাঙৰ ভূমিকম্প এটা হ'ল আৰু তাৰ পিছত প্ৰতিদিনে এটা দুটা সৰুসুৰা ভূইকঁপ আহিয়েই আছিল। স্কুলখন সাময়িকভাৱে বন্ধ দি দিলে। এনেতে মইও গৰমৰ বন্ধ খুলিলত গুৱাহাটীলৈ আহিলো। আৱাহনৰ দাম কেইটকা অনাদায় হৈয়ে থাকিল। হৰেন শৰ্মাই এই খবৰ কেনেকৈ পালে নাজানো, কিন্তু এই কথাই প্ৰমাণ কৰে যে তেওঁ আৱাহনৰ সকলো খবৰকে তন্ন তন্নকৈ জানিছিল আৰু বোধকৰো হিচাপ-পত্ৰও নখ-দৰ্পণত আছিল। নিজে তুলি-তালি ডাঙৰ কৰা পৰৰ সন্তানৰ প্ৰতিও যেনেকৈ মোহ জন্মে আৱাহনৰ প্ৰতিও তেওঁক সেই মোহে পাইছিল। ক'ৰবাত কেইখনমান আৱাহনৰ কেইটকামান পাবলগীয়া টকা নাপালে, সেই কথা মনত পৰি তেওঁৰ গা বেজাই গ'ল। উত্তাপ সামৰিব নোৱাৰি ইজনৰ সমুখতে সেই কথা বিস্বাদ লগাকৈ কৈ পেলালে। স্পষ্ট কথা কৈ নিজকে অপ্ৰিয় কৰাৰ অভ্যাস এটাই তেওঁক শেহলৈকে লগ এৰা দিয়া নাছিল। এই কথা বহুতৰ মুখে সময়ে সময়ে শুনিবলৈ পোৱা গৈছিল। সত্য হলেও ভাল লগাকৈ কবলৈ যিখিনি পেঁচ বা কুটিলতা লাগে তাৰ লগত তেওঁৰ ৰাহি নাহিছিল।

এই একেটা কাৰণতে আৱাহনৰ কৰ্মী কেইজনৰ মাজত যি সৌহাৰ্দ আৰু সমিলমিল আছিল, সি আগৰ নিচিনাকৈ কটকটীয়া হৈ থকাত মাজে মাজে বিষম ঘটিল। আৱাহনৰ বুৰঞ্জীৰ সুখ-দুখৰ কথা বিবৰি কোৱাৰ সকাম নাই,

সেই কথাৰ প্ৰসংগ অন্যত্ৰ। মুঠতে আৱাহনৰ কামত হৰেন শৰ্মাই স্বস্তি অনুভৱ নকৰা হ'ল। আৱাহনৰ মংগলাৰ্থেই তেওঁ আঁতৰি আহিল।

আঁতৰি আহি যে স্বস্তি অনুভৱ কৰিছিল সেইষাৰো নহয়। মাহেকীয়া কাকত এখন নিজাকৈ প্ৰকাশ কৰিবলৈ মনে মনে সংকল্প কৰিলে। সেই সময়ত ল'ৰা-ছোৱালীৰ উপযোগী অসমীয়া মাহেকীয়া কাকত নোহোৱা হৈছিল। আগতে ওলোৱা তেনেকুৱা মাহেকীয়া যি দুই এখন আছিল তাঁৰো প্ৰকাশ বন্ধ হৈ গৈছিল। শৰ্মাই স্থিৰ কৰিলে তেনে এখন শিশু-মাহেকীয়া প্ৰথমতে উলিয়াই তাৰ পিছত এখন পূৰ্ণবয়স্কৰ উপযোগী কাকত উলিয়াব। সেই সংকল্প অনুসৰি 'পখিলা' নাম দি শিশু-মাহেকীয়া কাকত এখন উলিয়ালেই। এই উদ্যমত স্বৰ্গীয় হলিৰাম ডেকাই প্ৰাথমিক অৰ্থ-সাহায্য এটা আগবঢ়াই উৎসাহ দিছিল বুলি শুনা যায়। 'পখিলা' কাকতখন উলিয়াই শৰ্মা সেই কামৰ মাজত এনেকৈ মেৰ খাই পৰিল যে পঢ়া-শুনাৰ কথালৈ মন-কাণ দিয়াৰ সময় আৰু উৎসাহ প্ৰায় নাইকিয়া হোৱাদি হ'ল। পখিলাৰ সম্পাদক, বিতৰক, ধন সংগ্ৰাহক, ছপাশালৰ প্ৰুফ শুধৰাওঁতা সকলোজনৰ কাম 'একেহাতে' চতুৰ্ভুজীয়া হৈ কৰিব লগাত পৰিল। 'পখিলা' ওলাল হয়, কাকতখন আকৰ্ষণীয় হৈছিল সঁচা, প্ৰাথমিক অৱস্থাত পাব পৰা সমাদৰখিনিও লাভ কৰিছিল বুলি আমাৰ ধাৰণা হৈছিল, পিছে শৰ্মাই আশা কৰাৰ দৰে গ্ৰাহকৰ বৰঙণিৰ সোঁত প্ৰবল হোৱা নাছিল। ধনৰ আগমতকৈ নিৰ্গমৰ সোঁতহে প্ৰবল হবলৈ ধৰিলে। মাছৰ তেলেৰে মাছ ভজাৰ কৌশল আন সৰু সুৰা ব্যৱসায়ৰ প্ৰযোজ্য হলেও অসমীয়া কাকতৰ বেলিকা তাৰ প্ৰয়োগ সুচল হৈ উঠা নাছিল। এতিয়াও যে হৈছে তেনে কথা ন দি ক'ব নোৱাৰি। পখিলা ধন-সংকটত পৰিল ; এনে সংকটৰ হাত সাৰিবলৈ শৰ্মাই এম. এৰ. কাৰণে সংগ্ৰহ কৰি লোৱা দামী দামী পাঠ্য-পুথিবিলাক বিক্ৰী কৰি দিলে, আনকি এম-এ পৰীক্ষা দিয়াৰ ইচ্ছাকো পৰিহাৰ কৰিলে, তথাপি 'পখিলা'ক বৰ্তাই ৰাখিবলৈ সক্ষম নহ'ল। পখিলাৰ অকাল মৃত্যু ঘটিল। হৰেন শৰ্মা আথাউনিত পৰা দি পৰিল।

ইতিমধ্যে পাঠশালাত গোটেই অঞ্চলটো সামৰাকৈ 'বজালী হাইস্কুল' নামেৰে এখন হাইস্কুল স্থাপিত হৈছিল। তাৰ কাৰণে এজন যোগ্যবান প্ৰধান শিক্ষকৰ প্ৰয়োজন সঞ্চালক মণ্ডলীয়ে অনুভৱ কৰি আছিল। সঞ্চালক মণ্ডলীৰ

মুখিয়াল আছিল স্বৰ্গীয় কামেশ্বৰ দাস (পাছত চৰকাৰী সেৱা আয়োগৰ সভাপতি)। কামেশ্বৰ দাসে এই পদৰ কাৰণে স্থানীয় অথচ সুযোগ্য বুলি হৰেন্দ্ৰনাথ শৰ্মাক দৰ্খাস্ত দিবলৈ উৎসাহিত কৰিলে। সভাপতি দাসৰ উদ্গনিতে শৰ্মাই দৰ্খাস্ত কৰিলে। আন এজন দৰ্খাস্তকাৰী আছিল স্বৰ্গীয় হৰেশ্বৰ শৰ্মা। হৰেশ্বৰ শৰ্মাই কিছুদিন আগতে অনাৰ্ছ সহ বি এ পাছ কৰি শিক্ষকতা কৰি আছিল। হৰেশ্বৰ আৰু হৰেন্দ্ৰৰ ভিতৰত কোন বজালী হাইস্কুলৰ 'হেড-মাষ্টাৰ' হ'ব এই কথন-মথন চলিল। সঞ্চালক মণ্ডলীৰ বৈঠকত কামেশ্বৰ দাসে নিজৰ মনোমতে বাছনি কৰিবলৈ চেষ্টা কৰিছিল যদিও অসফল হ'ল। হৰেশ্বৰ শৰ্মাৰ সপক্ষেই সৰহভাগ সদস্যই হয়ভৰ দিলে, হৰেন্দ্ৰনাথ বাছনিত নুঠিল। হৰেন্দ্ৰনাথ শৰ্মা ক্ষুণ্ণ হৈছিল সঁচ', কিন্তু ক্ষুণ্ণ হৈ ক্ষান্ত থকা লোক তেওঁ নাছিল। এই বিফলতাক প্ৰত্যাহ্বানৰূপে লৈ নতুন প্ৰকল্পৰ আঁচনি জুকিয়াবলৈ ধৰিলে।

পাঠশালাৰপৰা পাটাছাৰকুছিৰ দূৰত্ব তিনিমাইলো হয় কি নহয়। পাটাছাৰকুছি অঞ্চলৰ ছাত্ৰৰ কাৰণে বজালী হাইস্কুলত স্থানাভাব হোৱা নাছিল। তদুপৰি ইতিমধ্যে তাত এটা মাইনৰ স্কুল হৈছিল আৰু নিম্ন প্ৰাইমেৰিৰ উত্তীৰ্ণ হৈ কমবয়সীয়া ছাত্ৰই তাতে প্ৰথমে নাম লগাই অলপ ডাঙৰ হ'লে বজালী হাইস্কুলত ভৰ্তি হোৱাৰ কাৰণে অসুবিধা নাছিল। সেই ছোৱা সময়ত আজিকালিৰ নিচিনাকৈ ওচৰাওচৰিকৈ হাইস্কুলবোৰ হোৱা নাছিল। বজালীত পূৰ্ণাংগ হাইস্কুল এটা হৈ উঠাৰ পিছত সেই অঞ্চলৰ মানুহে আৰু এটা হাইস্কুলৰ অভাৱ পদে পদে অনুভৱ কৰা নাছিল। পিছে হৰেন শৰ্মাৰ নিচিনা এজন প্ৰাৰ্থীক একাষৰীয়া কৰি সঞ্চালক মণ্ডলীয়ে আন এজনক হেডমাষ্টৰি পদটো দিয়াটো পাটাছাৰকুছি অঞ্চলৰ লোকসকলে সুখী মনেৰে সামৰি লব পৰা নাছিল; ভিতৰি ভিতৰি অসন্তোষৰ উত্তাপ একণ উমাই আছিল। ছেগ চাই কঠীয়া পাৰিবলৈ হ'লে এইটোৱেই সময় বুলি ভাবি হৰেন শৰ্মাই পাটাছাৰকুছি মাইনৰখন হাইস্কুললৈ উধাই নিবৰ প্ৰস্তাৱ ৰাইজৰ আগত পাকে প্ৰকাৰে দাঙি ধৰি সন্তোষজনক সমিধান পালে। তেওঁৰ সংকল্পটো দৃঢ়তৰ হৈ পৰিল, সোঁ-অধিকৈ কামত লাগি গ'ল।

পাটাছাৰকুছিত হাইস্কুল এখন স্থাপন কৰিবলৈ যাওঁতে কেবাখনো ডেওনা

জঁপিয়াই পাৰ হব লগা হৈছিল। প্ৰথম কথা তিনিমাইলৰ ভিতৰত দুখন হাইস্কুলক তেতিয়াৰ চৰকাৰী নিয়ম মতে স্বীকৃতি আৰু মজুৰি দিয়া নহৈছিল। দ্বিতীয়তে যি পৰিমাণে ধন লাগে সেইখিনিও হাতত নাছিল। তৃতীয়তে এখন প্ৰতিষ্ঠিত হাইস্কুল ওচৰতে থাকোঁতে ছাত্ৰও যে যিমান লাগে সিমান হব সেই বিষয়েও নিশ্চিন্ত হোৱাৰ একো চিন পোৱা নগৈছিল। সাতে সোতৰে তেতিয়াই পাটাছাৰকুছিত হাইস্কুল তথন পতা উল মূলা কাম নাছিল। এই হাইস্কুলৰ স্থাপন-কাৰ্যৰ আৰম্ভণিতে একমাত্ৰ অভগন সম্পদ আছিল হৰেন শৰ্মাৰ মনোবেগ, মনোবল আৰু কৌশল।

বৰপেটা মহকুমাৰ ৰাজহুৱা কাৰ্যত দুজন শক্তিশালী পুৰুষৰ মাজত অঁৰিয়া-অঁৰিৰ গাঁঠি তেতিয়াও সোলকা নাছিল। প্ৰায়বোৰ ৰাজহুৱা কামৰ গুৰিত হয় ধনীৰাম তালুকদাৰ, নহয় কামেশ্বৰ দাস। কামেশ্বৰ দাসে ইতিপূৰ্বে বজালী হাইস্কুলৰ গুৰি ধৰি আছেই, পাটাছাৰকুছিত এখন হাইস্কুল তৰি লোৱাৰ পোষকতা কৰাৰ কাৰণে ধনীৰাম তালুকদাৰৰ ওচৰ চাপিল। তালুকদাৰ ডাঙৰীয়াই সানন্দে সকলো প্ৰকাৰ সহায়তা কৰিবলৈ সম্মত হ'ল। হৰেন শৰ্মায়ো সন্থহতে আঁউজিবলৈ এজোপা বৰ গছ পালে। চৰকাৰৰ স্বীকৃতি পাবলৈ হ'লে বিশেষকৈ ওচৰা ওচৰি দুখন হাইস্কুল হোৱাত, এখনে কিবা বিশেষত্ব দেখুৱাব লগা হ'ল। কাৰিগৰী বিদ্যাৰ সংযোজনা কৰাৰ এটা বিশেষ পৰিকল্পনা লৈ আগবাঢ়িবলৈ শৰ্মাই মনস্থ কৰিলে। অসমত তেতিয়াও বহুমুখী হাইস্কুলৰ ( Multi pourpose ) প্ৰবৰ্তন হোৱা যি নাছিলেই সেই বিষয়ে জল্পনা-কল্পনাও হোৱা নাছিল। এই দিশত হৰেন শৰ্মাক উদ্ভাৱক বুলি ক'ব নোৱাৰিলেও বাট-কটীয়াসকলৰ শাৰীত স্থান দিব পাৰি।

পাটাছাৰকুছিৰ এই হাইস্কুল স্থাপন কৰোঁতে শৰ্মাই কিমান উদ্বেগ সহিব লগা হৈছিল, কিমান কঠোৰ শ্ৰম কৰিছিল, কিমান বিনিদ্ৰ ৰাতি যাপন কৰি জাঙুৰ খাই পৰা সমস্যাৰ সমাধান চিন্তিব লগা হৈছিল তাক সবিস্তাৰে কবলৈ স্বচক্ষে দেখা বহুত মানুহ আজিও আছে। হাইস্কুলখনৰ আগছোৱাৰ বুৰঞ্জীৰ এই ৰাপ-লগা অধ্যায়টোৱে এটা স্বকীয়া প্ৰবন্ধৰ সমল দিব পাৰিব। প্ৰথম অৱস্থাত হৰেন শৰ্মাই গাঁৱে গাঁৱে খোজ কাঢ়ি ফুৰি ধন সংগ্ৰহ কৰিছিল। আৰম্ভকালত মাছুলৰপৰা যি উঠিছিল তাৰে শিক্ষকসকলৰ দৰমহা দিলে, দি

উঠি বাকী যি ১৫/২০ টকা থাকে তাকে যথা-প্ৰাপ্তি বুলি নিজলৈ ৰাখিছিল। শৰ্মাৰ জীৱদ্দশাতেই এই হাইস্কুল উচ্চতৰ মাধ্যমিকলৈ উন্নীত হ'ল আৰু অসমৰ ভিতৰতে এখন শীৰ্ষস্থানীয় শিক্ষানুষ্ঠানৰূপে কীৰ্তিমণ্ডিত হ'ল।

পাটাছাৰকুছিত হাইস্কুল প্ৰতিষ্ঠা কৰাৰ লগে লগে হৰেন শৰ্মাৰ জীৱন পথে সেই যি কেঁকুৰি ললে তাৰপৰা আৰু গতি সলাব লগা নহ'ল। তেওঁৰ সমস্ত প্ৰতিভা শিক্ষাদান আৰু গ্ৰামোন্নয়নৰ কৰ্মত নিয়োজিত হ'ল। গোটেই অঞ্চল জুৰি অসংখ্য কৃতবিদ্য আৰু দেশকৰ্মীৰ প্ৰেৰণাৰ ঘাই উৎসৰূপে তেওঁ আজি জনাজাত। এম-এ পৰীক্ষা নিদিলেও সেইদিনৰ হাকিম-মুঞ্চুপৰ পৰীক্ষা এটা দিয়া হলেও সুউচ্চ চাকৰিৰপৰা অৱসৰ লব অনায়াসে পাৰিলেহেঁতেন, কিন্তু সেইফালে মনকে নোমেনিলে। শিক্ষাবিভাগৰ চাকৰি লৈ বেচৰকাৰী হাইস্কুলৰ হেডমাষ্টৰ একোজন ওলাই অহাৰ দৃষ্টান্ত বিৰল নহয়। সেইবোৰ কথা ভবাবো প্ৰয়োজন সমুলি অনুভৱ নকৰিলে। শিক্ষা-ব্ৰতৰ পৱিত্ৰ নিষ্ঠাই তেওঁক গ্ৰামজীৱনৰ আধাৰ-ভূমিৰপৰা বিচ্যুত নোহোৱাকৈ ৰাখিলে। গ্ৰাম-জীৱনযাপন কৰিও যে স্বপ্ৰতিভাৰ বিকাশ সাধন কৰিব পাৰি তাৰ এটা সমুজ্জ্বল দৃষ্টান্ত হৰেন্দ্ৰনাথ শৰ্মাৰ জীৱন-বৃত্তান্তই দাঙি ধৰিছে। প্ৰকৃত প্ৰতিভা থাকিলে সি জীৱনত নিজ ক্ষেত্ৰ নিজে বাচি লয়, তাক নিকতো কোনেও জাঁপি দিব নোৱাৰে। শিক্ষা ক্ষেত্ৰত চৰকাৰী স্বীকৃতি-সূচক সম্মানৰ অধিকাৰী হৈছিল সেইটোৱেই শাৰ্মক ডাঙৰ কৰিছিল সেইটো নহয় গোটেই বজালী অঞ্চলটোৰে ধৰণীস্বৰূপ হৈ পৰিছিল। এনে এটা দিন গৈছে যেতিয়া বজালী বুলিলে হৰেন্দ্ৰনাথ শৰ্মা আৰু হৰেন্দ্ৰনাথ শৰ্মা বুলিলে বজালীৰ কথা মনত পৰিছিল।

হৰেন শৰ্মাই যেতিয়া বজালী হাইস্কুলৰ প্ৰধান শিক্ষকৰ পদ নাপাই নিজেই এখন হাইস্কুল পাতিবলৈ গাঁৱে গাঁৱে খোজ কাঢ়ি ফুৰিছিল সেই সময়ৰ কোনোৱে কোৱা শুনিছিলো জ্বলন্ত প্ৰতিভা এটা অথলে গ'ল। দেশে তেওঁৰপৰা বহুত আশা কৰিছিল সেই আশাও বিফল হ'ল। এনে উক্তিবোৰ তেতিয়া হয়তো যুক্তিহীন যেনো নালাগিছিল। পিছে কালে প্ৰমাণ কৰিলে যে প্ৰতিভা অথলে নাযায়। তথাপি কেতিয়াবা এতিয়াও ভাব হয়—'কামাল পাছা' জোৱান ডাৰ্কৰ ডেকা লেখকজন পখিলাৰ সম্পাদকজন শিক্ষানুষ্ঠান

এখন পতা, গড় দিয়া আৰু গড় দি শীৰ্ষস্থানৰ গৌৰৱেৰে মণ্ডিত কৰাৰ বিপুল হেঁচাত আৰু ৰাইজীয়া কামৰ মেৰপাকত হৃতপ্ৰভ হৈ গ'ল। পাঠ্য-পুথি বা তাৰ সমপৰ্যায়ৰ গ্ৰন্থ কেইবাখনো লিখিছিল সঁচা আৰু সেইবোৰৰ গুণ আৰু মান সম্পৰ্কেও অকুণ্ঠ প্ৰশংসা লাভ কৰিছিল কিন্তু তেনে কাম বহুতে কৰিছে। অসমীয়া সাহিত্যই যি আশা কৰিব পাৰিলেহেঁতেন সেইখিনি নোহোৱাত কোনোৱাই যদি 'আফচোচ' কৰে তাক দূষিবলগীয়া একো নাই। শৰ্মাই নিজেও ছুটামান সাহিত্যকৰ্মৰ কথা মনতে পাঙিছিল। কিমান দূৰ আগুৱাইছিল সেই কথা নাজানো। হয়তো বা দুৰাৰোগ্য ৰোগত আক্ৰান্ত হৈ সময়ৰ বহুতো আগতে ইহজগতৰ পৰা বিদায় লব লগা হোৱাত সেইবোৰ গুণনি-গাঁথনিতে অথবা আৰম্ভণিতে পৰিসমাপ্ত হ'ল। কুশাগ্ৰ বুদ্ধি আৰু বিচক্ষণ কৰ্মপটুতা এটা অঞ্চলতে আবদ্ধ ৰাখি নিজকে বিসৰ্জন দিলে। বজালী অঞ্চল যি পৰিমাণে ধনী হ'ল সেই পৰিমাণে গোটেই অসম বঞ্চিত হ'ল—তথাপি বজালীও অসমেই। প্ৰত্যেক অঞ্চলে এনে একোজন লোকৰ সেৱা পোৱাৰ সৌভাগ্য পালে অসম ধন্য হব।☐

# বিমল-ব্যক্তি বিমলাপ্ৰসাদ

বিমলাপ্ৰসাদ চলিহাৰ ব্যক্তিত্বই গঢ় লোৱাৰ কালছোৱা তেখেতৰ লগত জনাশুনা হোৱাৰ সুযোগ মোৰ হোৱা নাছিল। চলিহাৰ সান্নিধ্যৰ প্ৰথম সুযোগ যেতিয়া পাওঁ তেতিয়া তেখেতৰ ব্যক্তিত্ব পৰনিষ্ঠাৰ পথত আগ বাঢ়িছিল। অসম চৰকাৰৰ সংসদী সচিবৰ পদত্যাগ কৰি তেখেতে তেতিয়া অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ পদ গ্ৰহণ কৰিছিল। এপাকেদি চালে ব্যক্তি-ৰূপ অধ্যয়নৰ কাৰণে এনেবিধৰ শেহতীয়া পৰিচয় আৰু সান্নিধ্য অধিকতৰ উপযোগী। ছবি এখন আঁচ মৰা অৱস্থাৰপৰা নিতৌ চাই থকা জনে আঁকি অঁতোৱাৰ পিছত সম্পূৰ্ণ ছবিখন চাই যিমান ৰস পাব লাগে সিমান নাপাবও পাৰে। এই কথা সকলো ক্ষেত্ৰত ধ্ৰুৱ সত্য বুলি মানি লব নোৱাৰি সঁচা, কিন্তু একেবাৰে মিছা বুলি দলিয়াই পেলাবও নোৱাৰি। ব্যক্তি অধ্যয়নৰ বেলিকা এই কথাৰ তাৎপৰ্য অন্যথা নহয় বুলিয়েই ভাব হয়।

ৰাজনীতিৰ ক্ষেত্ৰত ক্ষমতা পাবলৈ হাবাথুৰি খোৱা, পূব পছিম যেনিয়ে সুবিধা তেনিয়ে ঢাপলি মেলা, আৰু কিবা পালে এৰিব নোখোজা নেতাৰ দৃষ্টান্ত দিওঁ বুলিলে ভূ-ভাৰতত বহুত ওলাব; আকৌ নেতৃত্বই খেদি বিচাৰি স্বয়ং বৰণ কৰা ৰাষ্ট্ৰপুৰুষো এই ভাৰতত বিৰল নহয়। নেতৃত্বই উপযাচি বৰণ কৰি লাগ দিয়াসকলৰ ভিতৰত চলিহাও এজন। কৌশলেৰে দান মাৰি চক্ৰ ৰচনা কৰাত পটু বুলি তেখেতৰ খ্যাতি বা কুখ্যাতি থকাৰ কথা ৰাইজে শুনা নাই। মন্ত্ৰিত্বৰ হেপাহত পদূলি সুঙাৰ অভ্যাসো তেখেতৰ আছিল বুলি শত্ৰুৱেও কব নোৱাৰে। চলিহাক অসম চৰকাৰৰ সংসদী সচিব কৰি লোক-প্ৰিয় বৰদলৈয়ে নিজ বাছনিৰে মাত্তি আনিছিল। আকৌ নিজ ৰুচি আৰু

আদর্শ মতে কাম কৰাৰ সুচল নাপাই তেখেতে স্বেচ্ছাই এই আসন এৰিও দিছিল। মুখ্যমন্ত্ৰীৰ নিচিনা শীৰ্ষ পদবীও তেখেতে খুজি বিচাৰি লোৱা নাছিল, এই পদবী তেখেতৰ ভাগ্যত সৰি পৰাদি পৰিছিল বুলি কোৱাৰ যুক্তি আছে। এই পদবীকো এৰি দিবলৈ তেখেতে কেবাবাৰো সংকল্প প্ৰকাশ কৰিছিল; কিন্তু ৰাইজ আৰু কেন্দ্ৰৰ হস্তক্ষেপত সেই গুৰুভাৰ নমাই থওঁ বুলিও থব পৰা নাছিল। ভাওনাত ৰজা হৈ ওলাই অভিনয়ৰ অন্তত ৰাজ সাজ সোলোকাই "যি সেই সেই" হব লগা হোৱাত ভাৱৰীয়াৰ মনত যেনেকৈ অকণো দুখ নালাগে, শীৰ্ষস্থানীয় মন্ত্ৰীৰ পদবীকো চলিহাই গাত পিন্ধা চোলাৰ দৰে কৰ্তব্যবোধেৰে গ্ৰহণ কৰিছিল আৰু প্ৰয়োজন হলে নিৰ্বিকাৰ চিত্তে পৰিহাৰ কৰিবলৈকো অহৰহ সাজু আছিল। ১৯৩৭ চনত পোন প্ৰথমবাৰৰ কাৰণে কংগ্ৰেছী মন্ত্ৰীমণ্ডল গঠিত হোৱাৰ পিছত মাদ্ৰাজৰ প্ৰধানমন্ত্ৰী (তেতিয়া মুখ্যমন্ত্ৰী আখ্যাৰ উদ্ভৱ হোৱা নাছিল) চক্ৰবৰ্তী ৰাজাগোপালাচাৰীয়ে কৈছিল—"সদায় মন্ত্ৰী হৈ থাকিম, এই ভাবি আমি কাম কৰি যাম, আৰু কালিলৈকে পদত্যাগ কৰিব লাগিব বুলিও সাজু হৈ থাকিম।" বিমলাপ্ৰসাদ চলিহাই মুখেৰে এনে কথা উচ্চাৰণ নকৰিলেও মনে চিতে এই কথাকে সাৰোগত কৰি কামত আগবাঢ়িছিল যেন লাগে।

চলিহাই যে নিজেই এইভাৱে চলিছিল এনে নহয়, আনেও পদবীৰ লোভত হামৰাও কঢ়াযাৰ তেখেতে ভাল নাপাইছিল। এই কথা তেখেতৰ মুখৰপৰাই এবাৰ গম পাইছিলোঁ। কামৰূপ জিলাৰ এটা সমষ্টিৰ উপ-নিৰ্বাচন উপলক্ষে চলিহাও সেই সমষ্টিৰ কেই ঠাই মানলৈ গৈছিল। সেই দিনা ওচৰৰ ৰাইজে এখন স্কুলৰ মঞ্জুৰী দিম বুলি লিখি দিবলৈ তেখেতক ডাঠি ধৰিছিল। নিৰ্বাচন সংক্ৰান্ত আদান-প্ৰদান স্বৰূপে মই এই কাম কেতিয়াও নকৰোঁ বুলি চলিহাই সুদৃঢ় স্বৰে প্ৰত্যুত্তৰ দিছিল। তেখেত অলপ ক্ৰোধান্বিতো হৈছিল। গুৱাহাটীলৈ উভতি আহোঁতে তেখেতৰ লগতে মইও সেইখন গাড়ীতে আহিছিলোঁ। তেখেতে বিৰক্তিৰ ভাবত সেই কথাকে পৰ্যালোচনা কৰি আহিছিল। ৰাইজৰ আপত্তি আৰু খং আছিল স্কুলবোৰ্ডৰ পীঠাধীশজনৰ কিবা কামৰ ওপৰত। যিহেতু সেই পীঠাধীশজন কংগ্ৰেছী আছিল, তেওঁৰ কামৰ কাৰণে ৰাইজ কংগ্ৰেছৰ ওপৰতে অসন্তুষ্ট হৈছিল, অন্ততঃ এনে ভাব দেখুৱাই-



*বিমল-ব্যক্তি বিমলাপ্ৰসাদ*

ছিল। চলিহাই বাটে বাটে ইয়াকে কৈ বিৰক্তি প্ৰকাশ কৰিছিল। সেই লানতে কথাই কথাই কৈছিলোঁ যে শিক্ষা বোৰ্ডৰ গুৰি ধৰিবলৈ কংগ্ৰেছী ৰাজনীতিৰ লোকক দিয়াতকৈ অৱসৰপ্ৰাপ্ত শিক্ষাসেৱীসকলক পৰাখিনি ক্ষেত্ৰত এই ভাৰ দিব নোৱাৰিনে? শিক্ষাবোৰ্ডৰ ভাৰ কংগ্ৰেছীলোকক দিয়া বাবেহে বিবাদৰাহী কামবোৰৰ কাৰণে কংগ্ৰেছ জগৰীয়া হব লগা হৈছে। চলিহাই কলে, "সেইটো কৰা হলে ভাল হ'লহেঁতেন, পিছে আমাৰবোৰবো খকটো কম জানো?" তেখেতে ঠিক এই 'খক' শব্দটোকে ব্যৱহাৰ কৰিছিল। খঙৰ বেগত ওলোৱা সেই শব্দটোৱেই ৰাজ্যৰ বিৰক্তি উজাৰি দিছিল, পদবীলালসাৰ প্ৰতি তেখেতৰ বিজাতীয় মনোভাব এইদৰে স্পষ্টকৈ খঙৰ বেগত ওলাই পৰিছিল।

ৰাজা গোপালাচাৰীয়ে কোৱা মন্ত্ৰিত্ব কৰাৰ কৌশলটোৱেই প্ৰকাৰান্তৰে গীতাত উপদেশ দিয়া কৰ্ম কৰাৰ কৌশল বা যোগ—যোগঃ কৰ্মসু কৌশলম্। শুনিছোঁ, চলিহা ডাঙৰীয়া যথাসম্ভৱ নিয়মিত গীতাধ্যায়ীয়েই আছিল। তেখেত অকল গীতাধ্যায়ীয়েই নহয়, গীতাচাৰীও আছিল বুলিলে অত্যুক্তিৰ দোষে নোচোৱে।

চলিহা ডাঙৰীয়াক প্ৰথম লগ পাওঁ উজান বজাৰৰ কংগ্ৰেছ অফিচত। তেতিয়া তেখেত অসম কংগ্ৰেছৰ সভাপতি। তাৰ আগেয়ে তেখেতক দেখিলেও কথা-বতৰা হোৱাৰ সুযোগ পোৱা নাছিলোঁ আৰু তেনে সুযোগ লবলৈকে কাৰণ উপস্থিত হোৱা নাছিল। সেই দিনা গৈছিলোঁ নতুনকৈ আৰম্ভ কৰা 'গান্ধী সাহিত্য পৰিষদ' নামৰ অনুষ্ঠান এটাৰ বিষয়ে দিহা পৰামৰ্শ লবলৈ। গান্ধী সাহিত্য পৰিষদখন আৰম্ভ কৰা হৈছিল গান্ধী-সাহিত্যৰ অধ্যয়ন, গৱেষণা আৰু প্ৰচাৰৰ কাৰণে। সেই উদ্দেশ্যে গান্ধী-গ্ৰন্থৰ আৰু গান্ধী বিষয়ক গ্ৰন্থৰ এটি সৰু গ্ৰন্থালয় স্বৰ্গীয় হৰেকৃষ্ণ দাসৰ বাহিৰা ঘৰ এটাৰ কোঠা এটাত আৰম্ভ কৰা হৈছিল। পিছত সেই গ্ৰন্থালয় গান্ধী-স্মাৰকৰ তত্ত্ব প্ৰচাৰ সমিতিক দিয়া হ'ল। গান্ধী-সাহিত্যৰ অসমীয়া অনুবাদ আৰু তাৰ প্ৰকাশৰ কেনে দিহা কৰিব পৰা যায়, তাৰ বিষয়ে আলোচনা কৰাই সেই সাক্ষাতৰ উদ্দেশ্য আছিল। তেখেতে সেই সময়ত তলমূৰকৈ সূতা কাটি আছিল আৰু মোৰ লগত সূতা কাটি কাটিয়েই কথা পাতিছিল। মনত আছে, মশ্ৰুৱালাৰ 'গান্ধী বিচাৰদোহন' নামৰ কিতাপখনৰ তেখেতে বৰকৈ প্ৰশংসা কৰিছিল আৰু সেই কিতাপৰ অসমীয়া ভাঙনি এটা যুগুত কৰি প্ৰকাশ কৰাৰ পৰামৰ্শ দিছিল। পিছত শুনিছিলোঁ, বোলে তেখেতে নিজেই 'গান্ধী বিচাৰ দোহন' নামৰ কিতাপখন অসমীয়ালৈ অনুবাদ কৰিছিল ; কিন্তু তাৰ পাণ্ডুলিপিখন কেনেবাকৈ নোহোৱা হ'ল। সেই দিনা যি তন্ময়তা আৰু নিষ্ঠাৰে তেখেতে সূতা কাটি আছিল সেইখিনি কথা কবলৈহে ইমানখিনি ওৰা পাতিব লগা হ'ল। গান্ধীজীৰ আদৰ্শত অকপট দৃঢ় নিষ্ঠা আৰু সেই আদৰ্শেৰে দৈনন্দিন জীৱনৰ গতিধাৰাক বলবতী কৰাৰ আভুৱাহীন প্ৰচেষ্টাৰ চিন সেই প্ৰথম দিনাৰ সাক্ষাততে চলিহাৰ গাত দেখা পাইছিলোঁ।

চলিহা ডাঙৰীয়াই মীৰা বেনৰ পৰামৰ্শমতে এবাৰ বিহাৰলৈ গৈ সূতা কটাৰ প্ৰশিক্ষণ লৈ আহিছিল। উভতি আহি শিৱসাগৰত এটা প্ৰশিক্ষণ শিবিৰ খুলি বহুতক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থাও কৰিছিল। সেই প্ৰশিক্ষিত কৰ্মীসকলেই ভালেমান ঠাইত সূতাকটাৰ কেন্দ্ৰ স্থাপন কৰি প্ৰশিক্ষণৰো দিহা কৰিছিল। তেখেতে হেনো নিজ হাতে এটা সূতা-কটা যন্ত্ৰও নিৰ্মাণ কৰিছিল আৰু গান্ধীজীৰ পৰামৰ্শমতে সবৰমতী আশ্ৰমত গৈ তাৰ পৰীক্ষণ-নিৰীক্ষণ

চলাইছিল। পিছত কি হ'ল, যন্ত্রটো সুফলদায়ক হ'ল নে নহ'ল, একো গম নাপাওঁ।

গান্ধীজীৰ আদৰ্শৰ প্ৰতি চলিহা ডাঙৰীয়াৰ নিষ্ঠা বৌদ্ধিক প্ৰবণতাৰ ফল মাথোন নহয়, তেখেতে ইয়াক নিজৰ কৰ্মজীৱনৰ সাধন মাৰ্গ স্বৰূপেই গ্ৰহণ কৰিছিল। এবাৰ এটা প্ৰশিক্ষণ শিবিৰৰ শিক্ষাৰ্থীসকলে শিবিৰৰ নিয়মলৈ আওকাণ কৰি ৰাতিৰ সাঁজৰ টৌ-কেৰাহী আদি পাক-পাত্ৰবোৰ নোধোৱাকৈ এৰি শুইছিল। চলিহাই নিজেই শিবিৰৰ দেখাশুনা আৰু পৰিচালনা কৰিছিল। কাৰোবাৰ মুখে এই কথা শুনি চলিহাই নিজেই আহি আগদিনাৰ টৌ-কেৰাহীবোৰ ধুবলৈ লাগি গৈছিল। তাকে দেখা পাই সেই দিনাৰপৰা প্ৰশিক্ষাৰ্থীসকলে পাক-পাত্ৰবোৰ পেলাই থৈ অহাৰ অভ্যাস এৰি দিছিল। এই কথা সেই শিবিৰত থকা কৰ্মীসকলে আজিও উৎসাহেৰে সোঁৱৰে আৰু চলিহাৰ বৃত্তান্ত ওলালেই শ্ৰদ্ধা আৰু গৌৰৱেৰে উল্লেখ কৰে।

চলিহা ডাঙৰীয়া চাহবাগিচাৰ মালিক আছিল; ধন-সম্পদৰ গৰাকী আছিল। অসমৰ পুঁজিপতিৰ শাৰীত তেখেতৰ লেখ লওঁ বুলিলেও লব পাৰি হবলা। তেনেহলে গান্ধীবাদৰ লগত চাহবাগিচাৰ স্বত্ব-স্বামিত্বক তেখেতে কেনেকৈ খাপ খুৱাইছিল! এনে এটা প্ৰশ্ন কাৰো কাৰো মনত কেতিয়াবা উদয় হব পাৰে। ভিতৰৰ ঘৰুৱা কথা জনাবিলাকে ইয়াৰ সমিধান ভালকৈ দিব পাৰিব। আমি জনাত তেখেতে স্বোপাৰ্জিত ধন কেৱল নিজৰ ভোগৰ কাৰণেই খৰচ কৰা নাছিল। বহুত সহকৰ্মীৰ দুখ দুৰ্দশা মোচন কৰিবলৈ অকাতৰে ধন ব্যয় কৰিছিল। তেখেতৰ দানেৰে বহুত অনুষ্ঠানে জীপ পাইছিল, সৰুসুৰা দানৰ লেখেই নাই। তেখেতৰ দান আছিল সাত্বিক দান, সোঁহাতেৰে দিয়া দানৰ কথা বাওঁ-হাতে গম নাপাইছিল। দান ধৰ্মেৰে যশস্যা অৰ্জন কৰাৰ ৰাজসিকতা তেখেতৰ স্বভাৱত নাছিল। চলিহাই ক'ত কি দান দিছিল তেখেতৰ ল'ৰাছোৱালীক সুধিলেও কব নোৱাৰিব। হাফলং চহৰত নগা ছাত্ৰসকলৰ কাৰণে এটা বিশেষ ছাত্ৰাবাসৰ অৰ্থে তেখেতে এটা শকত ধনৰ পুঁজি দিম বুলি প্ৰতিশ্ৰুতি দিছিল। কিছুদিনৰ পিছত সেই কথা সোঁৱৰাই চিঠি এখন দিলোঁ। তেখেতে এটা তাৰিখ ধৰি সেইদিনা

আবেলি তিনি বজাত লগ ধৰিবলৈ অনুৰোধ কৰি মোলৈ চিঠি এখন দিলে। উক্ত ছাত্ৰাবাসৰ উদ্যোক্তাসকলৰ হৈ সেইমতে তেখেতৰ ছিলঙৰ বাস-ভৱনলৈ গৈ গম পালোঁ, তেখেতৰ ১০২ ডিগ্ৰী জ্বৰ, দেখা কৰিব নোৱাৰে। পিছে দেখা কৰিব নোৱাৰিলে হয়, তেখেতৰ সহধৰ্মিনীয়ে কুৰি হাজাৰ টকাৰ টোপোলা এটা আনি হাতত দিলে আৰু চাহ-জলপান খুৱাই বিদায় দিলে। তেখেতক দিয়া ৰচিদত নাম থাকিল কিন্তু ৰচিদৰ সংলগ্নপত্ৰত কেৱল 'এজন সহযোগী' এই আখাৰ মাত্ৰ থাকিলেই হব বুলি সহধৰ্মিনীৰ যোগে নিৰ্দেশ দি পঠিয়াইছিল আৰু সেই মতেই ৰচিদ লিখি দিয়া হৈছিল। সৰহীয়াকৈ ধন উপাৰ্জন কৰিলেই গান্ধীবাদৰ বিপৰীতে প্ৰবৰ্তা কথাষাৰ সঁচা নহয়; উপাৰ্জিত ধন খৰচ কৰাৰ নীতিতহে গান্ধীজীৰ উপদিষ্ট মাৰ্গত চলিছে নে নাই বিচাৰ কৰিব পাৰি। আমি জনাত চলিহা ডাঙৰীয়াই উপাৰ্জনৰ এক বুজন অংশ পৰাৰ্থে খৰচ কৰি গান্ধী-নীতি যথাসম্ভৱ মানি চলিছিল।

নতুন যুগৰ আদৰ্শই চলিহাৰ ব্যক্তিত্বৰ এটা দিশ সমুজ্জ্বল কৰিছে, পুৰণি গুণ আৰু সংস্কাৰেও তেখেতৰ চৰিত্ৰক এটা স্বকীয়া মহিমা দান কৰিছে। আদি-পুৰুষ শ্ৰীৰামৰায় চলিহাৰ দিনৰেপৰা চলিহা-বংশ দক্ষিণপাট সত্ৰৰ নিষ্ঠাবান সেৱক। শ্ৰীৰামৰায় চলিহাৰ বিষয়ে বনমালীদেৱ চৰিতত দ্বিজ বলৰামে এইদৰে লিখিছে :

প্ৰভুৰ প্ৰধান শিষ্য ভক্ত অনুপাম।
কায়স্থ কুলত শ্ৰেষ্ঠ নামত শ্ৰীৰাম॥
চলিহা চলিহা বুলি প্ৰভুৱে ডাকয়।
সি কাৰণে শ্ৰীৰাম চলিহা বুলি কয়॥
যি স্থানত তেহো আসি নিবাস কৰিল।
শ্ৰীৰাম চাপৰি নাম অদ্যাপি ৰহিল॥

বিমলাপ্ৰসাদ চলিহাৰ দেউতাকো এগৰাকী সাধু পুৰুষ আছিল। দক্ষিণপাটৰ যাদৱ ৰায় মন্দিৰ পুনৰ্নিৰ্মাণত এটাইতকৈ সৰহীয়া দান দিছিল। শিৱসাগৰত কালীপ্ৰসাদ উকীল বুলিয়েই জনসাধাৰণে জানিছিল, যদিও তেখেতৰ চিনাকি দিবলগীয়া গুণ-কাম বহুত আছিল। তেখেতৰ ঘৰত সাধুসন্ন্যাসীৰ কাৰণে

দুৱাৰ মুকলি থকাৰ কথা লোক মুখে আজিও শুনা যায়। পূজা-পাৰ্বন নাম প্ৰসংগ সৰ্বদায় লাগিয়ে আছিল। এনে এখন প্ৰাচীন ঐতিহ্যশালী ঘৰত ডাঙৰ হোৱা বিমলাপ্ৰসাদো ধৰ্মপৰায়ণ আৰু পুৰণি সুসংস্কাৰ প্ৰিয়লোক আছিল। তেখেতেও পূৰ্বপুৰুষসকলৰ দৰে দক্ষিণপাট সত্ৰৰ লগত সামাজিক আৰু আধ্যাত্মিক সম্বন্ধ ঘনিষ্ঠভাৱে ৰক্ষা কৰিছিল। ৰাজকাৰ্যৰ জুমুৰিৰ মাজতো থাপ মাৰি হ'লেও সময় উলিয়াই গুৰু ঘৰৰপৰা পাক মাৰি অহা নিয়ম তেখেতে এৰা নাছিল। কেৱল সামাজিক আৰু পাৰিবাৰিক পৰম্পৰা ৰক্ষা কৰিবলৈহে চলিহা ডাঙৰীয়াই এনে কৰিছিল, সেই আষাৰ নহয়, গুৰু ঘৰৰ প্ৰতিও তেখেতৰ আন্তৰিক অনুৰক্তি আছিল। এবাৰ দক্ষিণপটীয়া গোসাঁই ঈশ্বৰ গুৱাহাটীত থাকোঁতে প্ৰাগজ্যোতিষ কলেজৰ নৱনিৰ্মিত সভা ভৱনত বাহৰৰ ব্যৱস্থা কৰি দিয়া হৈছিল। প্ৰভুৱে এটা বিশেষ কাৰণত চলিহাক দেখা কৰিব খুজি মোক ফোন এটা কৰি জনাবলৈ ক'লে। মই ভাবিছিলোঁ, ফোনত কলেই মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়া ঘপ কৰে ক'ত আহিব! তথাপি ফোন কৰি জনালোঁ যে তেখেতক দক্ষিণপটীয়া গোঁসাই ঈশ্বৰে সোনকালে লগ পাবলৈ বিচাৰে। পিছদিনাই ফোন পালোঁ যে সেই দিনা গধূলি ৭ বজাত তেখেতে পাবহি। সেই দিনা ঠিক ৭ বজাত তেখেত আহি প্ৰাগজ্যোতিষ কলেজৰ পিছ ফালেদি সোমাল, লগত তেখেতৰ সহধৰ্মিণী। ভেট স্বৰূপে ফল-মূল, জহা চাউল, গৰু ঘিঁউ আদি প্ৰভুৰ সমুখত থৈ স্বামী স্ত্ৰী উভয়ে ভক্তিভৰে বহুত পৰ ধৰি সেৱা কৰি থকা দৃশ্যটো দেখি সেই দিনা মনত এটা উল্লাস অনুভৱ কৰিছিলোঁ। উৎফুল্ল হৈছিলোঁ এই ভাবি যে এনে এজন ভক্তিপ্ৰাণ ৰাষ্ট্ৰ পুৰুষৰ হাতত 'ধৰ্মেণ' ৰাজ্য শাসন সম্ভৱ হব পাৰে। অসমৰ ভাগ্য ভাল, এই হেন পুৰুষক ৰাষ্ট্ৰৰ বাঘজৰী ধৰিবলৈ ঈশ্বৰে সুযোগ দিছিল।

আধুনিক বিজ্ঞানৰ অনুশীলন আৰু ৰাজ্যখনৰ উন্নয়নত তাৰ কাৰ্যকাৰিতাৰ কথা চলিহাই উপলব্ধি কৰিছিল। তাৰকাৰণে পৰাখিনি পোষকতা উৎসাহিত চিত্তেৰে তেখেতে চৰকাৰৰ ফালৰপৰা আগবঢ়াইছিল। আকৌ আন পিনে এক অদৃশ্য শক্তিৰ ওপৰতো তেখেতে সমানে আস্থাবান আৰু নিৰ্ভৰশীল আছিল। এনে শক্তিৰ গুৰিত প্ৰপন্ন আৰু নিৰ্ভৰশীল আছিল বাবেই বিপদ

বিপ্লৱৰ বা-মৰলীৰ সোঁ-মাজত থাকিও ধীৰ-বুদ্ধিৰে চিন্তা কৰিব পৰিছিল; মত-বৈকল্য ঘটিবলৈ নাপাইছিল, চিত্তৰ দৃঢ়তা সোলোক-ঢোলোক নোহোৱাকৈ ৰাজ্যধুৰা বহন কৰিব পাৰিছিল। আনকি ঘৰুৱা জীৱনতো নিজৰ শৰীৰৰ আৰোগ্যৰ কাৰণে এপিনে যেনেকৈ তেখেতে আধুনিক বিজ্ঞানৰ অত্যুত্তম চিকিৎসাৰ আশ্রয় লৈছিল, আনপিনে সকাম নিকাম দান-দক্ষিণা আদি দৈৱী চিকিৎসাতো বিশ্বাস কৰিছিল। বিশ্বাস কৰিবৰ কথাও; এদিনাখন এজনী বুঢ়ীয়ে আহি তেখেতক কৈছিল, "আপুনি অলপ সাৱধানে থাকিব, মই সপোনত আপোনাৰ অসুখ হোৱা দেখিলোঁ।" সেই সময়ত চলিহা সম্পূর্ণ সুস্থ আছিল; কিন্তু কেইদিনমান পিছতে অসুখত পৰে। এই কথা চলিহা ডাঙৰীয়াৰ নিজৰ মুখৰপৰা শুনা।

পুৰণি অসমীয়া ডা-ডাঙৰীয়াসকলৰ স্বভাৱৰ গাম্ভীর্য আৰু ব্যৱহাৰৰ দৃঢ়তা এটা বিশেষ লক্ষণ আছিল। চলিহা ডাঙৰীয়াও পুৰণি অসমীয়া ডাঙৰীয়াৰ নিচিনা স্বভাৱ গম্ভীৰ পুৰুষ আছিল। হাঁহি-খিকিন্দালিও কৰা দেখা নাছিলো; কিন্তু গোঙোৰা-মুখীয়াও নহয়। সময় বুজি আনন্দ আমোদতো সর্বান্তঃকৰণে যোগ দিছিল। সুজনযোগ্য আদৰ-সাদৰৰপৰা কাকো বঞ্চিত নকৰিছিল, সেই বুলি গাঢ় সৌহার্দ্যৰ আবেগ আপ্লুতি দেখুৱাবলৈকো চেষ্টা নকৰিছিল। এইটো অসমীয়া লোকৰ জাতীয় স্বভাৱ—চলিহাৰ চৰিত্ৰত সেয়ে বিশেষৰূপে বিকশিত হৈছিল। অযথা বাক-ব্যৱহাৰ বা আন কথাত চেলেপু বৃত্তিক আজিকালি smartness আৰু sociability-ৰ নামত ভাল গুণ হিচাপে ছাব মৰা হৈছে; কিন্তু আগৰ দিনত তাক কার্ষণীয় গুণ বুলি মানুহে নধৰিছিল।

নতুন আদর্শৰ প্রতি আগ্ৰহ আৰু পুৰণি সু-সংস্কাৰৰ প্রতি শ্রদ্ধা, এই দুয়োটা ক্ষীৰ-নীৰবৎ সানমিহলি হৈ বিমলাপ্রসাদ চলিহাৰ ব্যক্তিত্ব বীর্যবন্ত আৰু শ্রীমন্ত কৰি তুলিছিল—"যেন মধুমিশ্র দুগ্ধ স্বাদ বাঢ়ি যায়।"

ইংৰাজীত যাক finished gentleman বা perfect gentleman বোলা হয়, চলিহা ডাঙৰীয়াকো অসমীয়াত "উত্তম সুজন" বুলি বর্ণাব পাৰি। তেখেতৰ সৌজন্যৰ কথা কওঁতে দুদিন দুটা তিতা-মিঠা অভিজ্ঞতাৰ কথা মনত পৰিছে। জৱাহৰলাল নেহৰু এবাৰ অসমলৈ আহি উভতি যাবৰ দিনা বিমান

কোঠত বিদায় দিবলৈ যোৱা মানুহ আৰু গাড়ীৰ পয়োভৰ হৈছিল। হোৱাৰ কথাই। জৱাহৰলালৰ বিমান উৰা মৰাৰ লগে লগে বিদায় দিবলৈ অহা মানুহ নিজ নিজ গাড়ীৰে গুৱাহাটীলৈ উভতিবলৈ ধৰিলে। মই যি জনৰ গাড়ীত গৈছিলোঁ তেওঁ মোক এৰি আনবোৰ গাড়ীৰ পিছত কেতিয়া চাপলি মেলিলে টলকিবই নোৱাৰিলোঁ। এনেতে শান্তিপুৰৰ ফালে যোৱা আন এখন গাড়ী দেখি তাতে উঠিবলৈ গলোঁ। গাড়ীৰ গৰাকীয়ে আহক আহক বুলি অত্যন্ত আগ্ৰহ দেখুৱাই তুলি ললে সঁচা, কিন্তু শান্তিপুৰলৈ যোৱা বাটৰ ওচৰ পোৱাৰ লগে লগে সময়ৰ অভাৱ দেখুৱাই মোক নামিবলৈ সুবিধা দি গাড়ী ৰখাই দিলে! সেই ঠাইৰপৰা মোৰ ঘৰলৈ তামোল এখন খোৱাৰ বাটো নহয়; পিছে তেখেতৰ সময় নাছিল।

আন এদিনৰ কথা। জালুকবাৰীত বিশ্ববিদ্যালয় ভৱনত হোৱা সভা এখনলৈ কিবা বাব এটা লৈ গৈছিলোঁ। চলিহা ডাঙৰীয়াই সেই সভা উদ্বোধন কৰিছিল। সভাৰ অন্তত তেখেতৰ লগতে ভুমহলাৰপৰা নামি দুৱাৰ মুখ পালোঁহি। তেখেতে মোৰ গাড়ী আছে নেকি সুধিলে। নাই বুলি কোৱাত "মোৰ গাড়ীতে বলক" বুলি মোক গাড়ীত উঠিবলৈ ক'লে। ভৰলু দলং পাৰ হোৱাৰ পিছতে মই ড্ৰাইভাৰক গাড়ী ৰখাবলৈ ক'লো, কাৰণ মোৰ ঘৰলৈ তাৰপৰা নিচেই অলপ দূৰ। চলিহাই সেই কথা নুশুনিলে ক'লে, "বাটত নামি যাব কেলেই, ঘৰত থৈ আহোঁগৈ।" গভীৰ সৌজন্যবোধ নাথাকিলে এখন ৰাজ্যৰ মুখ্যমন্ত্ৰীয়ে এনে সৰুসুৰা কথা একোটাতো অনুকৰণীয় ব্যৱহাৰ দেখুৱাবলৈ সময় উলিয়াব নোৱাৰে। সত্যনিষ্ঠা, উদাৰ ব্যৱহাৰ আৰু সৌজন্যৰ গুণতে এদিন তেখেতে নিৰ্বাচনত পৰাজিত হব লগা হৈছিল বুলি সেই সমষ্টিৰ বহুত মানুহে কোৱা-গোৱা কৰা শুনিবলৈ পাওঁ। সৌজন্য গুণটো কিছুমানৰ কাৰণে পোছাকী সাজ আৰু কিছুমানৰ অন্তৰৰ সৌষ্ঠৱ। পোছাক খহিলে আচল ৰূপ ওলাই পৰে, অন্তৰৰ সৌষ্ঠৱ মৰণান্তিক হলেও নুগুচে। নহলেনো মৃত্যুৰ মুখত পৰাজনে "মোতকৈ তোমাৰ প্ৰয়োজন বেছি" বুলি কব পাৰে নে?

এবিধ মানুহে কথা-বতৰাত নিজকে উদঙাই প্ৰকাশ কৰে, দোষবোৰো ঢাকিব নোৱাৰে, গুণবিলাকো জাহিৰ কৰে। মুঠতে এই 'মানুহবিলাকে

অজ্ঞাতসাৰে নিজৰ দোষ-গুণ উজাৰ-জাৰ কৰি দিয়ে। এনে প্ৰকৃতিৰ মানুহক আমি সাধাৰণ কথা-বতৰাত 'ব'মভোলা' মানুহ বা ভোলানাথ মানুহ বুলি বৰ্ণনা দিওঁ। তেনে মানুহ যদি ৰাষ্ট্ৰনিয়ামক হয় তেনেহলে নিজেও বিপদত পৰে আৰু ৰাষ্ট্ৰকো শ'লঠেকত পেলোৱাৰ সম্ভাৱনা থাকে। সুৰ্জান ৰাজপুৰুষ বহুবক্তী হব নোৱাৰে আৰু তেওঁৰ আকাৰ-ইংগিতত হৃদ্গত ভাব স্পষ্টকৈ প্ৰকাশ নাপায়। মনু, কৌটিল্য আদি ৰাজধৰ্মোপদেশসকলে ৰাজপুৰুষৰ এইগুণৰ ওপৰত গুৰুত্ব দিছিল। আজি কুৰি শতিকাতো এই গুণৰ দাম কমা নাই। বহু বক্তী আৰু খাৰাং খাচ কথা কোৱা মন্ত্ৰীৰ শত্ৰু আৰু বিপদ পাছে পাছে চোৰাংকৈ ফুৰে। চলিহা ডাঙৰীয়াৰ কথা আৰু মুখৰ ভাবৰপৰা তেখেতৰ চিন্তাৰ গতি ধৰা দুৰূহ কাম আছিল। এই গুণটোৱে তেখেতক বহুত আহুকালৰপৰা ৰক্ষা কৰিছিল আৰু সেইকাৰণেই অৰক্ষণীয় প্ৰতিশ্ৰুতিৰ দোষেও তেখেতক চুব নোৱাৰিছিল। এজন সত্যসন্ধ ব্যক্তি আছিল বাবেই চতুৰ ৰাজনীতিকৰ দৰে 'বাৰু, চাম', 'চেষ্টা কৰিম' আদি গা-সৰা কথাৰে তেখেতে কাকো আভুৱা নাভাৰিছিল। প্ৰতিশ্ৰুতি দি ৰক্ষা কৰিব নোৱাৰিলেই এজন মানুহক সত্যভ্ৰষ্ট বুলি কব নোৱাৰি। প্ৰতিশ্ৰুতি দিওঁতে মানুহজন সত্য-সংকল্প আছিল নে নাই তাৰ ভেটিতহে সত্য-মিথ্যাৰ নিৰ্ণয় হব পাৰে। চলিহা ডাঙৰীয়াই ৰাইজক কোনো প্ৰতিশ্ৰুতি নিদিছিল, এনে নহয়; কিন্তু প্ৰতিশ্ৰুতি মুখৰ কথা বা কপটাচাৰযুক্ত নাছিল। এই এটা কাৰণেই তেখেত সকলো শ্ৰেণীৰ মানুহৰ আস্থাভাজন হব পাৰিছিল।

একো কাম নকৰি শুই বহি থকা মানুহক ভাল বুলিবলৈকো নাই, বেয়া বুলিবলৈকে নাই। ৰাইজৰ হিতাৰ্থে আপোন মনে কাম কৰা সংসাৰত্যাগী মানুহৰো শ্ৰেণী সম্প্ৰদায় নিৰ্বিশেষে সকলো মানুহে গুণ গাব পাৰে। ৰাজনীতিৰ নিচিনা কণ্টকাকীৰ্ণ বহু-জঞ্জলিত ক্ষেত্ৰত স্বাৰ্থসংঘাতৰ অনিয়াঅনিৰ মাজত মধ্যবিন্দুৰূপে থকা মানুহজনো যে গোটেই ভাৰততে সৎলোক আৰু মহৎ লোক বোলা অখণ্ডিত খ্যাতিৰ অধিকাৰী হব পাৰিছিল, এইটোহে চলিহাৰ ব্যক্তিত্বৰ অনন্যভব বৈচিত্ৰ্য। তেখেতৰ কালছোৱাত ভাষাৰ মৰ্যাদা লৈ খৰিয়াল আছিল, পৰ্বত-ভৈয়ামৰ সম্পৰ্কত ঘূণে ধৰিছিল, নিয়োগৰ ক্ষেত্ৰত থলুৱা, প্ৰবসুৱা আৰু উৰি আহি পৰাবিলাকৰ মাজত টনা-আঁজোৰা চলিছিল,

সুৰংগ-ভেদী পাকিস্তানী প্ৰব্ৰজনৰ লগত জড়িত সম্প্ৰদায় বিশেষৰ মন বিহৰোৱা প্ৰচাৰো বিয়পিছিল। এনে আউলীয়া পৰিস্থিতিত তেখেতে সকলোকে সন্তুষ্ট কৰিব যে পাৰিছিল, এনে নহয়। ক্ষেত্ৰ বিশেষে অনমনীয় মূৰ্তিও ধাৰণ কৰিবলগীয়া হৈছিল। তথাপি, অসমীয়া বঙালী, হিন্দীভাষী, হিন্দু, মুছলমান, পাৰ্বত্যজন, অনুসূচিত, যাকে সোধা একবাক্যে স্বতসে দ্বিধাহীনভাৱে কব, "তেখেত এজন মহান ব্যক্তি।" লোকৰঞ্জন বিমল-ব্যক্তি-চৰিত্ৰৰ বিমলা প্ৰসাদ এটি জলমলীয়া আৰু প্ৰেৰণাময় উদাহৰণ।□